# অসমীয়া সাহিত্য-সংস্কৃতিৰ সমীক্ষা

সম্পাদক
ডঃ সত্যেন্দ্ৰনাৰায়ণ গোস্বামী
ভাৰপ্ৰাপ্ত প্ৰধান অধ্যাপক, অসমীয়া বিভাগ




অসমীয়া বিভাগ
ডিব্ৰুগড় বিশ্ববিদ্যালয়

AXAMĪYĀ XĀHITYA-XANGSKRTIR XAMĪKSHĀ : An anthology of thirteen research papers on different aspects of Assamese language and culture written by a few scholars, edited and published by Dr. Satyendranarayan Goswami M.A; D. Phil. (C.U.), Lecturer-in-charge, Department of Assamese, Dibrugarh University, Dibrugarh, Assam, 1971.



প্ৰথম প্ৰকাশ
১৯৭১ চন

দাম—১২·০০ টকা



মুদ্ৰক ঃ
ট্ৰিবিউন প্ৰেছ,
গুৱাহাটী—৩

# আগ-কথা

অসমৰ ভাষা, সাহিত্য, সংস্কৃতিৰ উন্নতিকল্পে বিভিন্ন দিশত বিশেষ সক্ৰিয়ভাৱে কৰ্ম্মত প্ৰবৃত্ত হোৱাটো বিশ্ববিদ্যালয় তথা অসমীয়া বিভাগৰ প্ৰধান কৰ্তব্য। তাতে সীমামুৰিয়লি অসম ৰাজ্যৰ পূৰ্ব্বপ্ৰান্তত অৱস্থিত বিশ্ববিদ্যালয় হিচাপে আমাৰ এই বিভাগৰ দায়িত্ব আৰু অধিক গুৰুত্বপূৰ্ণ। বিশ্ববিদ্যালয়ৰ সীমিত পৰিবেশত কেৱল অধ্যাপনা আৰু গৱেষণাত একাগ্ৰতীয়াভাৱে লাগি থাকিলেই নহয়, বিভিন্ন দিশৰ গৱেষণালব্ধ তথ্যাদি দেশৰ শিক্ষিত চামৰ মাজত সুলভ কৰি দিয়াহে বেছি সমীচীন। সেই কথাকে সাৰোগত কৰি এই বিভাগৰ অধ্যাপকমণ্ডলীক লৈ এখন সম্পাদনা সমিতি গঠন কৰা হয় আৰু প্ৰতি বছৰে অন্ততঃ একোটাকৈ গৱেষণামূলক ৰচনা-সংকলন প্ৰকাশ কৰিবলৈ স্থিৰ কৰা হয়; আৰু এই সিদ্ধান্ত অনুক্ৰমে অসমৰ সাহিত্য আৰু সংস্কৃতিৰ যিসকল উদীয়মান কৃতী অধ্যাপক গৱেষণাত ব্যস্ত আছে সিসকলৰ লগত যোগা-যোগ কৰি এই সংকলনৰ কাম হাতত লোৱা হয়। অসমৰ শিক্ষানুষ্ঠান সমূহৰ উচ্চমহলাত অসমীয়া ভাষাক অধুনা ইংৰাজী অধিকৃত স্থানত অধিস্থিত কৰিব খোজা সন্ধিক্ষণটোত অসমীয়া বিভাগৰ এনেকুৱা এটা প্ৰচেষ্টাত আন্তৰিকতাৰে সঁহাৰি জনাই এই নবীন গৱেষকসকলৰ অধিকসংখ্যকেই নিজ নিজ গৱেষণাৰ বিষয়ত একোটিকৈ মূল্যবান প্ৰবন্ধৰ যোগান ধৰে। বিভাগীয় অধ্যাপকসকলৰ প্ৰবন্ধকে লৈ মুঠতে তেৰটা প্ৰবন্ধ এই প্ৰকাশনত সন্নিবিষ্ট কৰা হ'ল।

সংগৃহীত প্ৰবন্ধখিনি ঘাইকৈ তিনি ভাগত বিভক্ত কৰিব পাৰিঃ ভাষা-বিষয়ক, সাহিত্য-বিষয়ক আৰু সংস্কৃতি-বিষয়ক। এই বিষয় অনুসৰি প্ৰবন্ধখিনি পুথিত সন্নিবিষ্ট কৰা হ'ল। তদুপৰি মানৱতত্ত্বৰ ভাৰতীয় জাতীয় অধ্যাপক আচাৰ্য্য ডঃ সুনীতিকুমাৰ চট্টোপাধ্যায় দেৱৰ

"অহমবাজ ৰুদ্ৰসিংহ" প্ৰবন্ধটো বিষয়বস্তুৰ প্ৰয়োজনীয়তালৈ চাই অসমীয়ালৈ অনুবাদ কৰি পুথিত সংস্কৃতি বিষয়ৰ অন্তৰ্ভুক্ত কৰা হৈছে।

এই পুথিত সন্নিবিষ্ট কৰা ৰচনাৱলীয়ে অসমীয়া সাহিত্য সংস্কৃতিৰ বিশেষ বিশেষ কেইটামান দিশত পোহৰ পেলাইছে কাৰণে পুথিৰ নাম দিয়া হ'ল "অসমীয়া সাহিত্য-সংস্কৃতিৰ সমীক্ষা"। পুথি প্ৰকাশনত সম্পাদনা সমিতিৰ সদস্যসকলৰ উপৰিও উপাচাৰ্য্য প্ৰমুখ্যে বিশ্ববিদ্যালয়ৰ কৰ্তৃপক্ষৰ পৰা পোৱা সহায় সঁহাৰিৰ কথা উল্লেখযোগ্য।

সদৌশেষত প্ৰবন্ধ লিখকসকলৰ সহায় সহযোগিতাৰ বাবে কৃতজ্ঞতা স্বীকাৰ কৰা হ'ল। এই পুথিৰপৰা অসমীয়া ভাষা সাহিত্যৰ অনুৰাগী সকল উপকৃত হ'লেই আমাৰ প্ৰচেষ্টা সাৰ্থক হব। ইতি—

শ্ৰীসত্যেন্দ্ৰনাৰায়ণ গোস্বামী
মুখ্য সম্পাদক

অসমীয়া বিভাগ
ডিব্ৰুগড় বিশ্ববিদ্যালয়
২৩ মাৰ্চ, ১৯৭১

# সূচী-পত্ৰ

# অসমীয়া ভাষাৰ বিকাশৰ ধাৰা

## (ইন্দো-ইউৰোপীয়-আধুনিক যুগ)

—সত্যেন্দ্ৰনাৰায়ণ গোস্বামী ।

অসমীয়া ভাৰতৰ অন্যতম আঞ্চলিক তথা পূৰ্ব্বপ্ৰান্তত প্ৰচলিত আৰ্য্যসম্ভূত ভাষা। হিন্দী, বঙলা, মাৰাঠী আদি ভাষাসমূহৰ দৰে এই ভাষা অধ্যুষিত অসমৰ নাম অনুসৰি 'অসমীয়া' নামকৰণ কৰা হৈছে। মন কৰিবলগীয়া যে অসম বা অসমীয়া শব্দটো কিন্তু সংস্কৃতোত্তৰ বা আৰ্য্যগোষ্ঠীভুক্ত কোনো ভাষাৰ পৰা লোৱা হোৱা নাই।[১] অসমীয়া ভাষা-ভাষীলোকৰ সংখ্যা বৰ কম। সেইফালৰ পৰা চালে অসমীয়া ভাষাৰ স্থান বহু পিচত অৰ্থাৎ অসমীয়া ভাষা ক্ষুদ্ৰকায় ; কিন্তু লোক-সংখ্যা অনুপাতে সাহিত্যৰ দিশটো বিচাৰ কৰি চালে ইয়াকো অন্যান্য ভাষাৰ দৰে সমৃদ্ধিশালী বুলি স্বীকাৰ নকৰি নোৱাৰি। অতি কম সংখ্যক লোকৰ মাজত সীমিত হৈ থকা সত্বেও উত্তৰ হোৱা কালৰে পৰা অৰ্থাৎ প্ৰায় এহেজাৰ বছৰ[২] আগৰে পৰা সামাজিক, ৰাজনৈতিক, প্ৰাকৃতিক নানা দুৰ্য্যোগ বিপৰ্য্যয়ৰ মাজেদি পৰিবৰ্দ্ধিত তথা বিকশিত হৈ অন্যান্য ভাৰতীয় আধুনিক আৰ্য্যভাষাৰ দৰে অসমীয়া ভাষা আজিৰ এই অৱস্থাত উপনীত হৈছেহি।

অসমীয়া ভাষাৰ এই কালছোৱাত অৱশ্যে বিশেষ বিশেষ কিছুমান লক্ষণৰ পৰা এই ভাষাৰ বিকাশৰ ধাৰাটোত কেইটামান স্তৰ নিৰ্দ্দেশিত হয়। এই প্ৰসঙ্গতে দেশৰ শাসন ব্যৱস্থাৰ কথাও উল্লেখ কৰিব পাৰি।

---

১ দ্ৰষ্টব্য : প্ৰবন্ধৰ শেষাংশৰ আলোচনা আৰু টোকা ২৩।

২ Taraporewalla I. J. S : Elements of the Science of Language, 1962, p 192—"The beginning of the Modern Indo-Aryan Vernaculars of India dates from 1000 A. D."

ৰাজনৈতিক কাৰণত অসমীয়া ভাষা-সাহিত্য চৰ্চ্চাৰ কেন্দ্ৰস্থান সময়ে সময়ে সলনি হৈ আহিছে। ক্ৰমে বৰাহী ৰজা, দৰঙী ৰজা, কোচ ৰজা, আহোম ৰজা, বৃটিছ শাসনৰ আদিছোৱা আৰু শেষছোৱা বা স্বাধীনোত্তৰ কালত অসমৰ ভিন্ ভিন্ ঠাই এই ভাষা সাহিত্য চৰ্চ্চাৰ কেন্দ্ৰস্থানৰূপে গঢ় লৈ উঠিছিল। এইদৰে অসমৰ বিভিন্ন আঞ্চলিক, লৌকিক ভাষাৰ প্ৰভাৱ আৰু অন্যান্য ভাষা-ভাষী লোকৰ লগত স্থাপিত হোৱা যোগাযোগৰ ফলত অসমীয়া ভাষাৰ গাত কিছুমান চিন বা আঁচোৰ থাকি গ'ল। ভাষাতাত্ত্বিক দৃষ্টিভঙ্গীৰে বিচাৰ-বিশ্লেষণ কৰি ক্ৰমান্বয়ে পিছমুখে বা অতীতৰ ফালে আগবাঢ়ি গলে দেখিবলৈ পোৱা যাব যে অসমীয়া ভাষাৰ লগত বঙলা, উড়িয়া, হিন্দী, মাৰাঠী আদি ভাষাৰ বহুবিষয়ত সাদৃশ্য আছে[৩] আৰু এইবোৰ ভাষা মূলতে একেটা ভাষাৰে ক্ৰমবিকাশ তথা ক্ৰমবৰ্দ্ধমানৰ ফল। কেৱল লৌকিক প্ৰভাৱত সেই মূল ভাষাটো অঞ্চলবিশেষে ভিন ভিন ৰূপত ঠন ধৰি উঠিছে। এইদৰে পশ্চাৎমুখে উজাই গলে ইৰাণ আৰু ভাৰতৰ ভাষাৰ মাজতো সাদৃশ্য আৰু সম্পৰ্ক বিচাৰি পোৱা যাব।[৪] এইয়া ইতিহাস তথা বিশ্বাসযোগ্য প্ৰমাণ প্ৰদত্ত সম্বল; কিন্তু তাতোকৈ আচৰিত কথা যে আমাৰ মাতৃভাষা অসমীয়া ইউৰোপৰ ইংৰাজী, জাৰ্ম্মান, গ্ৰীক, ইটালীয়, ৰুছ আদি ভাষাৰ জ্ঞাতিস্থানীয় ভাষা। শ্ৰীৰামচন্দ্ৰই পিতৃ সত্য পালন কৰিবলৈ গৈ চৈধ্যবছৰ বনবাস খটা কথাষাৰ যেনে সত্য এই কথাষাৰো তেনে সত্য।

আধুনিক ভাৰতীয় আৰ্য্যভাষাবিলাকৰ মূল উৎস বিচাৰি যিমানে অতীতলৈ যোৱা হয় সিমানে বিষয়টো ক্ৰমশঃ জটিল আৰু ব্যাপক হৈ পৰে। এনেকুৱা পশ্চাৎমুখী অধ্যয়নৰ পৰা দেখা যায় যে আজিৰ পৰা প্ৰায় চাৰি-পাঁচ হাজাৰ বছৰ পূৰ্ব্বে এই দেশ অনাৰ্য্য তথা অষ্ট্ৰিক, দ্ৰাবিড়

৩ দ্ৰষ্টব্য: Chatterji S. K : Origin and Development of the Bengali Language, "Introduction", 1926.

৪ Karl Brugmann : Comparative Grammar of the Indo-Germanic Languages (Eng. version of Kurze Verghechende Grammatik der Indogermanischen Sprachen), Vol. 1, Introduction and Phonology.



আদি জাতিৰ বাসস্থান আছিল।[৫] তেওঁলোকৰ ভাষা আৰ্য্যসকলৰ ভাষাৰ পৰা সম্পূৰ্ণ পৃথক আছিল। ভাৰতৰ উত্তৰ-পশ্চিম কোণেদি আৰ্য্যসকল ইৰাণ অতিক্ৰম কৰি সিন্ধু উপত্যকাত প্ৰৱেশ কৰাৰ পাছৰে পৰা আমাৰ দেশত আৰ্য্যসভ্যতাই আধিপত্য বিস্তাৰ কৰিবলৈ ধৰে। অগাপিচাকৈ বঙ্গদেশত বিভক্ত হৈ অহা আৰ্য্যসকলৰ শক্তি আৰু চাতুৰ্য্যৰ আগত অনাৰ্য্যসকল টিকিব নোৱাৰা হৈ পৰিল, আৰু আৰ্য্য প্ৰতিপত্তি ইমানে বৃদ্ধি পাবলৈ ধৰিলে যে সমগ্ৰ ভাৰততে অনাৰ্য্য তথা অষ্ট্ৰিক, দ্ৰাবিড়, ভোট-চীন গোষ্ঠীৰ ভাষা-সভ্যতাৰ প্ৰভা ক্ৰমশঃ টুটি আহিবলৈ ধৰিলে। এইদৰে আজি দ্ৰাবিড় ভাষাৰ অস্তিত্ব ৰৈছেগৈ দক্ষিণাত্যৰ এটা ক্ষুদ্ৰ অঞ্চলত; তামিল, তেলেগু, কানাড়ী, মালয়ালম ইয়াৰ আধুনিক প্ৰতিনিধি। অষ্ট্ৰিকৰ অৱশেষ থাকিল কিছুমান পৰ্ব্বতীয়া জাতিউপজাতিৰ মাজত; অসমৰ খাছি বা মনখমেৰ এই গোষ্ঠীৰ ভাষা। সেইদৰে হিমালয়ৰ পাদদেশ আৰু অসমৰ আন কিছুমান পাহাৰুৱা জাতিৰ মাজত ৰৈ গ'ল ভোট-চীন বা তিব্বতোবৰ্ম্মীয় ভাষা-গোষ্ঠীৰ অৱশিষ্ট।

ঐতিহাসিক আৰু ভাষাবিদসকলে আৰ্য্য আগমনৰ কাল খৃষ্টপূৰ্ব্ব ১৫০০ বুলি অনুমান কৰে। এই বিষয়ত প্ৰচুৰ তৰ্ক-বিতৰ্কৰ থল আছে।[৬] আৰ্য্যসকলৰ যি প্ৰাচীনতম সাহিত্যিক নিদৰ্শন আমি পাওঁ তাৰ ওপৰত ভিত্তি কৰিহে উক্ত কাল নিৰ্ণয় কৰা হয়। আৰ্য্যসকল ভাৰতত পোন প্ৰথমে প্ৰৱেশ কৰাৰ সময়ত তেওঁলোকৰ ভাষা কেনেকুৱা আছিল তাৰ নিদৰ্শন আমি পাওঁ ঋগ্বেদৰ ভাষাৰ জৰিয়তে—

৫ Taraporewalla : op. cit. Chapt. XI .; Chatterji S. K : Indo-Aryan and Hindi, 1960, p. 34-43

৬ Brugmann : op. cit. p. 4 ., Giles P : Short Mannual of Comparative Philology, P 14 .; Childe W. Gordon : The Aryans—A study of Indo-European Origin, P 19-41 ., Cambridge History of India, Vol. I, Chap. III "Vedic India" by Ragozin, P 114 and Supplementary Vol. to the same History—"The Indus Civilization by Mortimer Wheeler, 90 P., Stuert Piggot : Prehistoric India, P. 224 ., Mazumdar R. C : The Vedic Age, Book III, P. 203-213 ., Burrow T. P : Sanskrit Language, P. 31-35 ., Chatterji : Bengali Language "Introduction", Sen S : History and Pre-history of Sanskrit, 1958, P. 2

অপাম্ সোমস্ মৃতা অভূমাগন্ম
জ্যোতিৰৱিদাস দেৱান ।
কিম্ নূনমাস্মান্কৃণৱদৰাতিঃ কিম
ধূতিৰমৃত মৰ্ত্যস্য ।।[৭] (৮।৪৩।৩)

এই ভাষাও কিন্তু ঠিক আৰ্য্য আগমনৰ কালৰ ভাষা নহয় । কিয়নো বহুকাল মুখে মুখে গাঠা বা গানৰূপে চলি অহাৰ পাছতহে এইবোৰ লিপিবদ্ধ হয় । সেইয়ে আৰ্য্য আগমনৰ প্ৰাচীনতম কালৰ ভাষাৰ সামান্য কেইটামান লক্ষণৰ বাহিৰে ইয়াত বিশেষ একো নাপাওঁ ।

বেদ-ব্ৰাহ্মণ বা উপনিষদৰ ভাষাকেই "বৈদিক, বৈদিক সংস্কৃত" বোলা হয় । বেদৰ ভাষাৰ আন এটা নাম 'ছান্দস্ বা ছন্দঃ' । বৈদিকৰ পূৰ্ব্বৱৰ্ত্তীকালত প্ৰচলিত ভাষা আৰু ইৰাণৰ 'প্ৰত্ন-পাৰ্ছী' আৰু আৱেস্তীয় বা গাথা আৱেস্তীয় ভাষাৰ আদিৰূপ একেটা ভাষাই আছিল । সেইকাৰণে ইয়াক ইন্দো-ইৰাণীয় ভাষা বোলা হয় । এই ইন্দো-ইৰাণীয় ভাষা-ভাষীসকলে নিজকে 'অৰয়্' বা 'আৰয়্' বুলি চিনাকি দিছিল কাৰণে এওঁলোকৰ ভাষাক আৰ্য্য বুলিও কোৱা হয় । ইন্দো-ইৰাণীয় ভাষাৰ নিদৰ্শনৰ উদ্ধৃতি দিয়া টান ; কিন্তু হিট্টী প্ৰত্নলেখৰ পৰা বিশেষকৈ অশ্ববিদ্যাসম্পৰ্কীয় পুথিৰ পৰা এনেকুৱা ভাষাৰ সন্ভেদ আমি পাওঁ । উল্লিখিত ঋগ্বেদৰ শ্লোকটো ইন্দো-ইৰাণীয় ভাষালৈ অনুবাদ কৰি দেখুৱাব পাৰি[৮] :

অপাম সোমস অমৃতাস্ (অ)ভূম
(অ)গন্ম দ্যৌতিস্ব (অ)ৱিদাস্ দৈৱন্স্
চিদ্পূণম, অস্মন্স্ কৃনবদ্ অৰাতিস্ব
চিদ্ উ ধ্ৱৃতিস্ত অমৃত মতিয়স্য ।

এই ইন্দো-ইৰাণীয় ভাষাৰ ক্ৰমবিকাশৰ দুটা সোঁত পৰিলক্ষিত হয় ঃ-- ইৰাণীয় আৰ্য্য আৰু ভাৰতীয় আৰ্য্য । ভাৰতীয় আৰ্য্যৰ প্ৰাচীনতম নিদৰ্শন ঋগ্বেদৰ ভাষাৰ মাজেদি পোৱাৰ দৰে ইৰাণীয় আৰ্য্যৰ প্ৰাচীনতম নিদৰ্শন পোৱা যায় গাথা আৱেস্তীয় আৰু প্ৰত্ন-পাৰ্ছী শিলালিপিবোৰৰ যোগেদি ।

৭ Sen : op. cit., P. 34
৮ Sen : op. cit., P. 35



গাথা আৱেস্তীয় ঃ "তম অমবন্তম্ যজতম্
সূৰম্ দামোহ সৱিশতম্
মিথ্ৰম যজই জত্তথ্ৰাব্যো ।"[৯]

ইয়াৰ সংস্কৃত অনুবাদ হব ঃ "তমৱন্তম্ যজতম্
সূৰম্ ধামসু শৱিষ্টম্
মিত্ৰং যজে হোত্ৰাভ্যঃ ।"

টিউটনিক, কেলতিক, ইটালিক, আৰ্ম্মেনীয়, আলবেনীয় আদি ভাষাসমূহ ইন্দো-ইৰাণীয় ভাষাৰ ভগ্নীস্থানীয়া ভাষা । এইবোৰ ভাষাৰ যি নিদৰ্শন পোৱা যায় তাৰ তুলনামূলক বিচাৰ-বিশ্লেষণৰ দ্বাৰা ইয়াৰ পূৰ্ব্বৰূপ আৱিস্কৃত হৈছে । ইয়েই বিশ্বৰ বৃহত্তম ভাষাগোষ্ঠী ইন্দো-ইউৰোপীয় তথা মূল বা আদি আৰ্য্যভাষা (বংশতালিকা ১) । ইউৰোপৰ প্ৰায় সৰহসংখ্যক ভাষা আৰু দক্ষিণ-পশ্চিম এচিয়াৰ প্ৰায়বোৰ ভাষাৰ মূল ইন্দো-ইউৰোপীয় ভাষা । ইয়াৰ পৰা এহাতে যিদৰে ইৰাণ-ভাৰত আদি দেশত নানা বিৱৰ্ত্তন ঘটি ভালেমান ভাষাৰ সৃষ্টি হৈছে, আনহাতে সেইদৰে ইউৰোপতো বহুসংখ্যক ভাষাৰ উদ্ভৱ হৈছে । ইয়াৰ বিতং আলোচনা নকৰি মাত্ৰ এখন বংশতালিকাৰ দ্বাৰা সেই কথাৰ এটা আভাস দিয়া হ'ল । (বংশতালিকা ২ ক, ২ খ) । ইন্দো-ইউৰোপীয় ভাষাবোৰৰ আধুনিক ভিন্ন ভিন্ন ৰূপসমূহ দেখিলে ইহঁত যে একালত একেটা ভাষাই আছিল বা একেগোষ্ঠীৰ ভাষা তাক অনুমান কৰা দূৰৰ কথা বিশ্বাস কৰিবলৈকে টান লাগে ; কিন্তু ভাষাসমূহৰ শব্দ-ৰাজি, ধ্বনি প্ৰভৃতিৰ অৰ্থাৎ ব্যাকৰণ ৰীতিৰ তুলনামূলক বিশ্লেষণ কৰিলে ইহঁতৰ মৌলিক সাদৃশ্য সুস্পষ্ট হৈ পৰে আৰু তেতিয়া বিশ্বাস নকৰি উপায় নাই যে এই ভাষাসমূহ মূলতঃ একেটা ভাষাৰ পৰাই উৎপত্তি হৈছে । তলত কেইটিমান শব্দৰ ব্যুৎপত্তি নিদৰ্শনস্বৰূপে দেখুৱা হ'ল[১০] ঃ

৯ সেন, সুকুমাৰ ঃ ভাষাৰ ইতিবৃত্ত, ১৯৬২, পৃঃ ৭৩
১০ Brugmann op cit , চট্টোপাধ্যায়, সুনীতি কুমাৰ ঃ বাঙ্গালা ভাষাতত্ত্বের, ভূমিকা ১৯৬২, পৃঃ ৯৫-৯৬ ।

অসমীয়া শ sa , অপভ্ৰংশ সও sao , প্ৰাকৃত সঅ saa , সংস্কৃত শত sata , শতম্ satam ; ইন্দো-ইৰাণীয় সতম্, sat'm , আৱেস্তীয় সতম্ satam , প্ৰত্ন-পাৰ্ছী থত Θata=thata ; গ্ৰীক হেকাতোন hekaton ইন্দো-ইউৰোপীয় ক্‌ম্‌তোম্ kmtom , লেটিন কেন্তুম, kentum ওৱেল্‌চ্ কন্ত kant, আইৰিশ কেত্ ket, স্লাৱিক সুতো suto, ইংৰাজী চেন্ট cent, (যিদৰে percent ), গথিক খুন্দ khund , প্ৰত্ন-ইংৰাজী হুণ্ডৰট্ hundart, আধুনিক ইংৰাজী হাণ্ড্ৰেড hundred ।

অসমীয়া 'শ' আৰু ইংৰাজী ' hundred ' একে অৰ্থবাচক, আৰু সমমূলজ শব্দ । নিজ নিজ মাতৃস্থানীয়া ভাষাৰ মাজেদি ক্ৰমবিকশিত হৈ তথা বিৱৰ্ত্তনৰ মাজেদি সৰকি আহি পৃথক ৰূপ লাভ কৰিছে ।

অস, পাঁচ pac , পু. অস, পাঞ্চ panca , অপ. পাঞ্চ panca / পঞ্চ panca , প্ৰা. পঞ্চ panca , পালি পঞ্ঞ panna , সং. পঞ্চ panca ; ইন্দো-ইৰাণীয় পঞ্চে pance , আৱেস্তা পঞ্চ panca, প্ৰত্ন-পাৰ্ছী পঞ্চ panca ; গ্ৰীক পেন্তে pente, ইন্দো-ইও. পেঙ্ক্বে penqwe , লে.কুইঙ্কুএ quinque গ. ফিম্‌ফ্ fimt , ইং. ফাইভ five ।

অসমীয়া পাঁচ আৰু ইংৰাজী five সমমূলজ আৰু সমাৰ্থক শব্দ ।

অস. দহ/দশ dah/das, অপ. দহ/দস/দশ daha/dasa/dasa , প্ৰা. দহ/দস daha/dasa , সং. দশ(ম) dasa (m) ; ইন্দো-ইৰা, দস dasa , আৱেস্তা দশ dasa , প্ৰত্নপাৰ্ছী দশ/স das/sa ; গ্ৰীক দেকা deka ইন্দো-ইউ. দেক্‌ম্ dekm , লে. দেকেম decem , গ. তেখুন, tekhun এংলো চেক্সন টইহন taihun, ইং. টেন ten ।

দহ/দশ আৰু ten সমমূলজ আৰু সমাৰ্থক শব্দ ।

অস, চকা caka, পু অস. চাকা caka , প্ৰা. চক্ক cakka , সং চক্ৰস্ cakras ; ইন্দো-ইৰাণীয় চক্ৰ cakra , আৱেস্তা চখ্ৰ cakhra ; গ্ৰীক ক্‌লোস kaklos, ইন্দো-ইউ. ক্বেক্বলোস, qweqwlos ; প্ৰত্ন জাৰ্মান খ্বেখ্বালোস্ xwexwlos , গ.হ্বেগুল hwegul , পু. ইং. হ্বেওল hweol , ইং. হুইল wheel ।

চকা আৰু wheel সমমূলজ আৰু সমাৰ্থক শব্দ ।

ইন্দো-ইউৰোপীয় dnt - dent - dont । তাৰপৰা সং দন্ত/দত danta/dat , গ্ৰীক ওদোন্ত odont , লে. দেনস্/দেন্তিস্ dens/dentis, পু, ইং. টন্‌থ্ tanth, মধ্য ইং. টোনথ্ টোথ tonth, toth, ইং. টুথ tooth ; সং দন্ত danta-, প্ৰা. দন্ত danta , পু,অস. দান্ত/দন্ত/দাঁত danta/danta/data , আ. অস. দাঁত dat



দাঁত আৰু tooth সমমূলজ আৰু সমাৰ্থক শব্দ ।

অস. মা, পু. অস. মাৱ'মাও'মাঅ'মাই mawa/mao/maa/mai, প্ৰা, মাদা/মাআ/মাঅ mada/maa/maa সং. মাতা mata (মাতৃ বা মাতৰ শব্দোদ্ভূত) ; ইন্দো-ইৰা. মাতৰ matar , আৱেস্তা মাতৰ matar , প্ৰত্ন-পাৰ্ছী মাথৰ mathar ; গ্ৰীক মেতেৰ meter, ইন্দো-ইউ মাতেৰ mater, লে. মাতেৰ, প. জাৰ্ম্মান মউটেৰ mouter, পু, ইং. মোডৰ modar, ইং মাডাৰ

মা আৰু mother সমমূলজ আৰু সমাৰ্থক শব্দ ।

এইদৰে আৰ্য্য ভাষাসমূহৰ তুলনামূলক অধ্যয়নে সিহঁতৰ বংশগত সম্পৰ্ক তথা ঐতিহাসিক ক্ৰমবিকাশৰ ধাৰাটো বিচাৰি উলিওৱাত সহায় কৰে । সেই সম্পৰ্কটো বিশেষকৈ দুটা বিষয়ত অতি স্পষ্ট : (ক) শব্দ বিন্যাস আৰু বাক্যগঠন পদ্ধতি আৰু (খ) ভাষাত প্ৰয়োগ কৰা সাধাৰণ ধাতু আৰু শব্দ, প্ৰত্যয় আৰু বিভক্তি । ব্যাকৰণ-ৰীতি আৰু ধাতুৰ এই সাদৃশ্যৰ পৰাহে ইন্দো-ইউৰোপীয় ভাষাসমূহৰ জ্ঞাতি-কুটুম্বিতা নিৰ্দ্ধাৰিত হৈছে । ওপৰোক্ত সংক্ষিপ্ত আলোচনাৰ পৰা সহজে বুজিব পাৰি যে আধুনিক ভাৰতীয় আৰ্য্যভাষা অৰ্থাৎ অসমীয়া, গুজৰাটী, মাৰাঠী, বঙলা আদি ভাষাসমূহ গ্ৰীক, আধুনিক জাৰ্ম্মান, শ্লাৱ বা ৰুছ, ইংৰাজী আদি ভাষাৰ সমপৰ্য্যায়ৰ তথা স্বগোত্ৰীয় ভাষা ।

ইৰাণীয় আৰ্য্যসকলে সিন্ধু উপত্যকাত বসবাস কৰিবলৈ লোৱাৰে পৰা পূৰ্ব্বৰ অনাৰ্য্যসকলৰ লগত যোগাযোগ স্থাপন হোৱাৰ উপৰিও পৰস্পৰৰ সংস্পৰ্শত সভ্যতাত নানা দিশৰ বহণ লাগিবলৈ ধৰিলে । ইয়েই হিন্দু সভ্যতা । 'সিন্ধু' শব্দৰ বিকৃত উচ্চাৰণৰ পৰা 'হিন্দু' শব্দৰ উদ্ভৱ হৈছে । খৃঃ পূঃ ৮০০ মানৰ পৰা এই সভ্যতা ক্ৰমশঃ উত্তৰ ভাৰতৰ পূৰ্ব্বাঞ্চললৈ আৰু দক্ষিণ ভাৰতলৈ বিস্তাৰ লাভ কৰে । সভ্যতাৰ বিস্তাৰ লাভৰ এই কালছোৱাত অনাৰ্য্যৰ লগত ইমান বেছি ঠেকাখুন্দা




( বংশ তালিকা ১ )

খাবলগীয়া হ'ল যে আৰ্য্যভাষাই অনাৰ্য্যভাষাৰ উপাদান গ্ৰহণ কৰিবলৈ বাধ্য হৈ পৰিল। অনাৰ্য্য প্ৰভাৱৰ ফলত আৰ্য্যভাষাৰ ধ্বনি, শব্দ, ধাতু, প্ৰত্যয় তথা ব্যাকৰণৰীতি নানাভাৱে শিথিল তথা বিকৃত হৈ পৰিল।[১১] অনাৰ্য্যভাষাৰ উপাদানে আৰ্য্যভাষাক ন-ৰূপ দিয়াৰ উপৰিও সবলতাৰ পথলৈ নমাই আনিলে। আনুমানিক খৃষ্ট পূৰ্ব্ব ৬০০ মানৰ পৰা ভাৰতীয় আদি আৰ্য্যভাষা বৈদিক সংস্কৃতৰ ভাঙন ধৰাৰ উপক্ৰম হ'ল। ফলস্বৰূপে আদি বা প্ৰত্ন-ভাৰতীয় আৰ্য্য (বৈদিক আৰু সংস্কৃত) মধ্য ভাৰতীয় আৰ্য্যলৈ (পালি, প্ৰাকৃত, অপভ্ৰংশ) পৰিৱৰ্ত্তিত হ'ল। আৰু বিভিন্ন অঞ্চলত এই ভাষাই আঞ্চলিক লৌকিক ভাষাৰূপে ঠন ধৰি উঠিল। সেই সময়তে আনুমানিক খৃষ্ট পূৰ্ব্ব ৬ষ্ঠ শতিকাত প্ৰখ্যাত

১১ Chatterji : Indo-Aryan and Hindi, Chapt. II & IV., Burrow : op. cit., Ghose B. K : Linguistic Introduction to Sanskrit.


আদি–আৰ্য্য (ইন্দো-ইউৰোপীয়)
টিউটনিক বা জাৰ্ম্মানিক
হেল্লনিক বা গ্ৰীক
আৰ্ম্মেনিক
আলবেনীয়
ইন্দো ইৰাণীয়*
হিট্টি বা কানিচীয় (লুপ্ত)
প্ৰত্ন-গ্ৰীক
তোখাৰীয় (লুপ্ত)
আৰ্ম্মানীয়
কেল্‌টিক
ইটালিক
দৰদ আৰ্য্য
ইৰাণীয় আৰ্য্য
ভাৰতীয় আৰ্য্য
লেটিন
শ্লাভ্
বাল্‌টিক
ৱেল্‌চ,
ব্ৰিটন
আইৰিচ,
গেলিক
আধুনিক গ্ৰীক
প্ৰত্ন-পাৰ্চী
আৱেস্তিক
বৈদিক
সংস্কৃত
প্ৰাকৃত
পালি
লিথুৱানীয়,
লেট্
ৰুছ, চেখ,
পোল, বুলগাৰ,
যুগোশ্লাভ ইত্যাদি
ফৰাচী, ইটালীয়,
স্পেনীয়, পোৰ্টুগীচ,
প্ৰভেন্সাল ইত্যাদি
আধুনিক ভাৰতীয়
আৰ্য্য-ভাষা সমূহ
পহ্‌লবী
পাশ্‌তু, বলোচী,
কুৰ্দী ইত্যাদি
আধুনিক ফাৰ্চী
বা পাৰ্চী, ইত্যাদি

( বংশ তালিকা ২ ক )


ইন্দো-ইৰাণীয় বা আৰ্য্যভাষা*
আদি বা প্ৰত্ন-ভাৰতীয় আৰ্য্য ঃ বৈদিক, সংস্কৃত
(Old Indo Aryan)
মধ্য ভাৰতীয় আৰ্য্য ঃ প্ৰাকৃত
(Middle Indo Aryan)
আধুনিক/নব্য ভাৰতীয় আৰ্য্য ঃ ভাষা
(Modern/New Indo Aryan)
অসমীয়া-বঙলা-উড়িয়া, মগহী-মৈথিলী-ভোজপুৰী, পূৰ্ব্বী হিন্দী (কোষলী), পশ্চিমা হিন্দী (ব্ৰজ ভাষা, হিন্দুস্হানী আদি), পূৰ্ব্ব পঞ্জাবী-হিন্দকী, সিন্ধী, পাহাড়ী, ৰাজস্হানী, গুজৰাটী, মাৰাঠী-কোঙ্কণী, সিংহলী, ইউৰোপীয় জিপ্সী আদি
আদি বা প্ৰত্ন ইৰাণীয় আৰ্য্য ঃ
আৱেস্তিক, প্ৰত্ন-পাৰ্ছী
মধ্য ইৰাণীয় আৰ্য্য ঃ
পহ্লবী, প্ৰত্ন খোতানী,
প্ৰত্ন-সুগদ্ ভাষা
আধুনিক ইৰাণীয় আৰ্য্য ঃ
ফাৰ্ছী, কুৰ্দী, পশ্তু,
বলোচী আদি
দৰদ-আৰ্য্য
খোৱাৰ শাখা
খোৱাৰ বা চিত্ৰলী
দৰদ কাশ্মীৰ
শীণা, কাশ্মিৰী,
কোহিস্থানী
কাফিৰ শাখা
বচ্গলি, কানাচা,
পচৈ আদি

( বংশ তালিকা ২ খ )

বৈয়াকৰণিক পাণিনিৰ উদ্ভৱ হয়।[১২] পাণিনিয়ে সেইকালৰ শিষ্টসন্মত বা উচ্চ সমাজত প্ৰচলিত মুখ্যভাষা উদীচ্যীৰ ওপৰত অষ্টাধ্যায়ী প্ৰণয়ণ কৰে। এওঁ বৈদিক সংস্কৃত তথা 'ছান্দস্' আৰু সংস্কৃতক "ভাষা" আখ্যা দি তাৰ পাৰ্থক্য স্পষ্টভাৱে দেখুৱাই থৈ যায়। এইদৰে এৰেঁই সম্ভৱতঃ অবৈদিক শিষ্টভাষা আৰু লৌকিক সংস্কৃতৰ (Spoken Sanskrit) ৰূপ চিৰকালৰ বাবে ব্যাকৰণত নিৰ্দ্ধাৰিত কৰে; খৃষ্ট পূৰ্ব্ব ৬ষ্ঠ শতিকাৰ পৰৱৰ্ত্তী সংস্কৃত সাহিত্যই পাণিনিৰ ব্যাকৰণসন্মত সংস্কৃত।[১৩] লৌকিক তথা কথিত ভাষা মুখ বাগৰি জীয়াই থাকে বাবে ইয়াৰ পৰিৱৰ্ত্তনৰ গতি ক্ষিপ্ৰ। লৌকিক সংস্কৃতৰো সেই গতিত বিৱৰ্ত্তন ঘটি ক্ৰমশঃ সবল হৈ পৰিল। ফলত দীৰ্ঘস্বৰধ্বনি কমিবলৈ ধৰিলে। প্ৰত্ন-ভাৰতীয় আৰ্য্যভাষাৰ শব্দত ওচৰা-ওচৰিকৈ থকা ব্যঞ্জন, যুক্তব্যঞ্জন আদি এই কালছোৱাত বহুপৰিমাণে সৰল হৈ পৰিল। পৃথক ব্যঞ্জনৰ দ্বিত্ব উচ্চাৰণ সমব্যঞ্জনৰ দীৰ্ঘ-উচ্চাৰণলৈ সলনি হ'ল। যেনে—ধৰ্ম্ম/ধৰ্ ম = ধম্ম, ভক্ত/ভক্ত = ভত্ত্, অষ্ট/অষ্ ট = অট্ট আদি। আকৌ ঠায়ে ঠায়ে আন ধ্বনিৰ প্ৰভাৱত তেনেকুৱা যুক্তব্যঞ্জন ধ্বনি একেবাৰে সলনি হৈ পৰিল। যেনে—সত্য/সত্য=সচ্চ্, কন্যা/কন্য়া= কঞ্ঞা, প্ৰশ্ন/প্ৰশ্ন=পঞ্হ/পণ্হ আদি। পদান্তব্যঞ্জন (অনুস্বাৰবাদে) লোপ হৈ আহিবলৈ ধৰিলে। শব্দৰূপৰ (Declination) আৰু ধাতুৰূপৰ (Conjugation) জটিলতা বহুখিনি নাইকিয়া হ'ল। এইদৰে ক্ৰম-বিৱৰ্ত্তনৰ মাজেদি প্ৰাচীন বৈদিক ধ্ৰুপদ সংস্কৃত (Classical Sanskrit) স্তৰভেদ কৰি প্ৰাকৃত তথা ভাৰতীয় আৰ্য্যভাষাৰ মধ্যস্তৰলৈ নামি আহিল।

---

১২ Belvelkar S. K : Systems of Sanskrit Grammar (Panini's Date), P. 13-18 .; গুপ্ত, ৰজনীকান্ত: পাণিনি ; Wackernagel : Allindische Grammatik, P. 161 ., Bhandarkar R. G : Wilson's Philological Lectures, P. 30 .; Goldstukar : Panini—His Place in Sanskrit Literature.

১৩ Gune P. D : Introduction to Comparative Philology, Pt V, 1962 .; সেন: ভাষাৰ ইতিবৃত্ত, ৮ম-৯ম অধ্যায়।

এইদৰে প্ৰাকৃত পোনতে উদীচ্য, মধ্যদেশীয় আৰু প্ৰাচ্য তিনিটা আঞ্চলিক ৰূপত ঠন ধৰি উঠে।[১৪] পৰৱৰ্ত্তীকালত সম্ভৱতঃ খৃষ্টজন্মৰ ১০০/১৫০ বছৰমানৰ পিচত সিয়েই আকৌ পাঁচটা আঞ্চলিক ৰূপ লাভ কৰে : পৈশাচিক, শৌৰসেনী, মাহাৰাষ্ট্ৰী, অৰ্দ্ধমাগধী আৰু মাগধী।[১৫] এই প্ৰাকৃতেও শিষ্টসম্মত সাহিত্যিক ৰূপ লাভ কৰাৰ পাছত লৌকিক বা কথিত প্ৰাকৃত সৰলীকৃত হৈ অপভ্ৰংশ স্তৰলৈ নামি আহিল; খৃষ্টাব্দ ৬০০ মানৰ পৰা অপভ্ৰংশই লাহে লাহে সাহিত্যিক ৰূপ লবলৈ ধৰিলে। অপভ্ৰংশৰ শেষ স্তৰ অবহট্‌ঠৰ পৰা আধুনিক ভাৰতীয় আৰ্য্যভাষাসমূহৰ উদ্ভৱ। খৃষ্টাব্দ ৮০০ মানতেই মাগধী প্ৰাকৃত পূৰ্ব্ব আৰু পশ্চিমা দুটা আঞ্চলিক ৰূপত পৰিগণিত হোৱাৰ কিছুকাল পিছত খৃষ্টাব্দ ৯০০-খৃষ্টাব্দ ১০০০।১১০০ মানত সেই পূৰ্ব্বী মাগধীৰ পৰা উড়িয়া-বঙলা-অসমীয়া আৰু পশ্চিমা মাগধীৰ পৰা ভোজপুৰী-মগহী-মৈথিলী ভাষাৰ জন্ম হয়।[১৬] অসমীয়া ভাষাৰ জন্মলাভৰ পূৰ্ব্বকালৰ ইতিহাস থূলমূলকৈ এইদৰেই দেখুৱা হয়।

ভাৰতীয় আৰ্য্যভাষাৰ দ্বিতীয় বা মধ্যস্তৰত ক্ৰমবিকাশৰ ধাৰাটোত আকৌ কেইটামান উপস্তৰ নিৰ্দ্দেশিত হয়; যাইকৈ তিনিটা উপস্তৰৰ লক্ষণসমূহ অতি স্পষ্ট। প্ৰথমস্তৰৰ কাল খৃঃ পূঃ ৬ষ্ঠ শতিকাৰ পৰা খৃঃ প্ৰথম শতিকা, দ্বিতীয় স্তৰৰ কাল খৃঃ ৬ষ্ঠ শতিকালৈকে আৰু তৃতীয় স্তৰৰ কাল ১০ম শতিকালৈকে বুলি কোৱা হয়।[১৭] অবহট্‌ঠৰ কাল তৃতীয় স্তৰৰ শেষৰফালে দুশ বছৰমান বুলি অনুমান কৰা হয়; কিন্তু কিছুমানে ইয়াক অপভ্ৰংশৰ লগতে সাঙুৰি পৰিৱৰ্ত্তনৰ অন্তৰ্বৰ্ত্তীকালৰ ভাষা অৰ্থাৎ intermediate বা transitional স্তৰ বুলি কব খোজে। যিকোনো দুটা স্তৰৰ সন্ধিক্ষণত একোটা অন্তৰ্ৱৰ্ত্তীকালৰ অস্তিত্ব অস্বীকাৰ কৰা নাযায়। কিন্তু অপভ্ৰংশ আৰু আধুনিক ভাৰতীয় আৰ্য্য-

১৪ Sen S : Comparative Grammar of the Middle Indo-Aryan, 1960, P. 5

১৫ সেন : ভাষাৰ ইতিবৃত্ত, পৃঃ ৯৯ ; প্ৰবন্ধ লিখকৰ "প্ৰাকৃত সাহিত্য" গ্ৰন্থৰ প্ৰাকৃত ভাষা অধ্যায় ; Upadhye A. N : "Parakrit Language"—Encyclopaedia of World Literature, Vol. I.

১৬ Chatterji : Bengali Language—Introduction, P. 91.

১৭ সেন : ভাষাৰ ইতিবৃত্ত পৃঃ ৮৯-১০৩



ভাষাৰ মাজৰ প্ৰায় ছশবছৰীয়া কালছোৱাত সাহিত্যিক নিদৰ্শন পোৱা গৈছে। তদুপৰি এই ভাষাৰ কেতবোৰ বৈশিষ্ট্যও চকুত পৰে। সেই ফালৰ পৰা অপভ্ৰংশৰ শেষ স্তৰৰ নাম অবহট্‌ঠ যুক্তি সাপেক্ষ।[১৮] এই অবহট্‌ঠৰ পৰাই আধুনিক ভাৰতীয় আৰ্য্যভাষাসমূহৰ উদ্ভৱ হয়।

এই কালছোৱাত প্ৰথম উপস্তৰৰ সাহিত্যিক নিদৰ্শন আমি পাওঁ অশোকৰ অনুশাসন আৰু হীনযানী বৌদ্ধৰ পালি শাস্ত্ৰত। যেনে :— "ইয়ম্ ধম্মলিপি দেৱানম্প্ৰিয়েন প্ৰিয়দশিনা ৰাঞ্ৰা লেখাপিতা। ইধ ন কিংচি জীৱম আৰভিত্পা প্ৰজুহিতৱ্যম্।[১৯]

আকৌ এই স্তৰৰ দ্বিতীয় উপস্তৰৰ নিদৰ্শন পোৱা যায় খৃষ্টীয় প্ৰথম তিনি শতিকাৰ শিলালিপি, সাহিত্যিক, প্ৰাকৃত আৰু বৌদ্ধসংস্কৃতত। যেনে :— "অপ্ৰিয় য়ে দুখি তেহি নিবাসো
য়ে পি প্ৰিয়া দুখু তেহি বিয়োগো।"

পৰৱৰ্ত্তী তৃতীয় উপস্তৰৰ সাহিত্যিক নিদৰ্শন আমি পাওঁ অপভ্ৰংশ গাঠাসমূহৰ জৰিয়তে। যেনে—

"গিজন্তে মংগল গাই আহিঁ
ৰৰগোত্ত দিন্ন অন্নাএ
সোউং বণিগ্‌গও উঅহ°
হোন্ত বহু আএ ৰোমোঞ্চো।"

অবহট্‌ঠৰ সাহিত্যিক নিদৰ্শন উল্লিখিত উপস্তৰসমূহতকৈ কম। কিছুমান গাঠাৰ যোগেদিহে আমি এই ভাষাৰ চানেকি পাওঁ। যেনে—

"কমলঅণ অণি অমি অৱতণি,
তৰুণি ঘৰণি মিলই সুপুণি।"

এইদৰে কালৰ সোঁতত আদি ইন্দো-ইউৰোপীয় প্ৰত্ন-সংস্কৃতলৈ ৰূপান্তৰিত হৈ সিয়েই আকৌ প্ৰাকৃতৰ বিবিধ স্তৰ ভেদ কৰি নানাভাৱে পৰিৱৰ্ত্তিত হৈ নানা আধুনিক ভাৰতীয় আৰ্য্যভাষালৈ ৰূপান্তৰিত হৈছে। অসমীয়া এই আধুনিক ভাষাসমূহৰে অন্যতম শাখা। প্ৰত্ন আৰ্য্যভাষাৰ

১৮ Sen : op. cit. P. 6 and P. 31-33., প্ৰবন্ধ লিখকৰ "অবহট্‌ঠ ভাষা আৰু সাহিত্য", ৰামধেনু, ১১শ ব, ১ম সংখ্যা।

১৯ Asoka's Edicts.; Girnar Rock Edict I.

শব্দসমূহৰ অধিকাংশই অতীতৰ ৰূপ একেবাৰে হেৰুৱাইছে। উদাহৰণস্বৰূপে তলত কেইটামান উল্লেখ কৰা হ'ল ঃ

সং অদ্য=অদ্যম্>অজ্জ/অজ্জিং>অজ্জিং>অজ্জিঁ>
(আজ) আজি ।
অপৰ+তু/অপৰ>অৱৰ+উঁ/অৱৰ>অঅৰ+উঁ/অঅৰ>আঅৰু,
আঅৰো / আঅৰ>আউৰ, আৰো/আৰ>আৰু
অষ্টাদশ>অট্ঠাদহ, অট্ঠাডহ>অট্ঠাড়হ>অট্ঠাড়হ,
অঠাৰহ, আঠাৰহ>আঠাড় / আঠাৰ, অঠৰ>অঠৰ> ওঠৰ ।
কথয়তি—কথেতি, কধেদি>কহেই>কহেই, কহই> কহে, কহয়,
কহই>কই, কয় ।
খাদতি—খাদতি, খাদদি>খাদই>খাঅই>খাঈ>খাই, খায় ।
গত+ইল>গত+ইল্ল>গঅয়্+ইল্ল>গঅ+ইল্ল>গইল্ল>গঈল,
গইল, গৈল>গেল>গ'ল ।
প্রস্মৰতি>পস্সৰতি, পস্সৰদি>পস্সৰই>পস্সৰই>পাসৰই
>পাসৰে>পাহৰে ।
সন্ধ্যা>সঞ্ঝা>সঞ্ঝা> সাঞ্ঝ, সাঁঝ>সাঁজ ।
হস্ত>হত্থ>হত্থ>হাথ, হাট>হাত ।

বিভক্তি, প্রত্যয় আদিত ভালেমান উপাদান এইদৰে বিৱৰ্ত্তনৰ মাজেদি সৰকি আহিছে ।

আনুমানিক ১০০০ খৃষ্টাব্দমানৰ পৰা অসমীয়া ভাষাৰ উৎপত্তি । সেই সময়ৰ পৰা ১৩শ শতিকালৈকে এই কালচোৱা অসমীয়া ভাষাৰ গঠনযুগ বুলিব পাৰি। এই কালচোৱাত অসমীয়া, বঙলা, উৰিয়া, ভোজপুৰী, মাগহী, মৈথিলী ভাষাই মাগধী অপভ্রংশৰ পৰা নিজ নিজ ৰূপ লোৱাৰ উপক্রম কৰিছিল ।[২০] ভিন ভিন অঞ্চলত সুকীয়া বৈশিষ্ট্যৰে এইবোৰে আত্মপ্রকাশ কৰিবলৈ যাওঁতে আঞ্চলিক অনাৰ্য্য গোষ্ঠীৰ ভাষাৰ কিছু কিছু উপাদানো আহৰণ কৰিবলৈ বাধ্য হৈছিল । এই কালৰ ভাষাৰ নিদৰ্শন ৰূপে "চৰ্য্যাপদ" সমূহলৈ আঙুলিয়াব পাৰি। উল্লেখযোগ্য যে

২০ বৰুৱা, বিৰিঞ্চিকুমাৰ ঃ অসমীয়া ভাষা আৰু সংস্কৃতি, ১৯৫৭, পৃঃ ১১ ; Nehru J : Discovery of India, 1956, P. 51.



মাগধী প্রাকৃত সম্ভূত প্রায়বোৰ ভাষাই "চৰ্য্যাপদ" সমূহক নিজ নিজ ভাষাৰ প্রাচীনতম নিদৰ্শন বুলি দাবী কৰিব খোজে । এই গৌৰীয় ভাষা কেইটাৰ পৰম্পৰৰ মাজত বহুখিনি মিল আছে ; তাতে ইহঁতৰ উৎস একেটা ভাষা । ভাষা-বিজ্ঞানৰ বিচাৰ বিশ্লেষণত "উৰিয়া-মগহী-ভোজপুৰী" ভাষাৰ দাবীতকৈ এই বিষয়ত "অসমীয়া-বঙলা-মৈথিলী" ভাষাৰ দাবী অধিক যুক্তিসঙ্গত । সেইবাবে চৰ্য্যাপদৰ ভাষাক "অসমীয়া বঙলা-মৈথিলী" ভাষাই নিজ বৈশিষ্ট্যৰে আত্মপ্রকাশ লাভৰ সময়ৰ মাগধী, অবহট্ঠৰ প্রতিনিধিত্ব কৰে বুলিহে কোৱা উচিত । চৰ্য্যা ৰচিত কালত এই ভাষাকেইটাই সম্পূর্ণভাৱে পৃথকত্ব লাভ কৰা নাছিল বাবেই চৰ্য্যাৰ ভাষাত এই তিনিটা ভাষাৰ লক্ষণ চকুত পৰে । উচ্চাৰণগত আৰু ৰূপগত উভয় বিষয়তে ইহঁতৰ মাজত ভালেখিনি মিল আছিল ; প্রায় দেড়শ-দুশ বছৰমানৰ পাছতহে এইকেইটা ভাষাৰ পাৰ্থক্য সুস্পষ্ট হৈ উঠে । এই পৃথকীভৱনৰ সূত্রপাত দশম শতিকা ; কিন্তু তাৰ পূর্ণ-পৰিণতিৰ কাল ত্রয়োদশ শতিকা ।[২১] অসমীয়া অনুবাদেৰে চৰ্য্যাপদৰ পৰা কেইটামান নিদৰ্শন দাঙি ধৰা হ'ল :--

"কা আ তৰুবৰ পঞ্চ বি ডাল"= কায়া তৰুবৰ পাঁচটি ডাল ; "কুখেৰ তেন্তেলী কুম্ভীৰে খাঅ"=গছৰ/বৃক্ষৰ তেতেঁলি কুম্ভীৰে খায় ; "ভনন্তি বিৰুআ থিৰ কৰি চাল"=ভনতি/ভনে/কয় বিৰুৱাই স্থিৰ কৰি চল ; "অপনা মাংসে হৰিণা বৈৰী"=আপোনাৰ/আপনাৰ মাংসই হৰিণাৰ বৈৰী ; "তো মুহ চুম্বী কমলৰস পীবমি"=তোৰ/তোমাৰ মুখ চুমি কমল-ৰস পিওঁ/পান কৰোঁ ; "ভুসুক ভনই মূঢ়া হিঅহি ন পইসঈ"=ভুসুকুৱে ভনতি/ভনে/কয় মূঢ়ৰ/মূৰ্খৰ হিয়াত নপশে ; "মাতেল চীঅ গঅন্দা ধাই=" মাতাল চিত গজেন্দ্ৰ ধায় ; "সূজ লাউ সসি লাগেলি তান্তী"=সূৰ্য্য লাউ, তাত লাগিল শশী ; "ছাড় ছাড় মাআ-মোহ বিষমে দুন্দোলী"=ছাড় ছাড়/এৰ এৰ মায়া মোহ বিষম গাঁঠি ।

এই ভাষাৰ পূৰ্ব্বাৱস্থাৰ ভাষাৰ চানেকি সংৰক্ষিত হৈছে অপভ্রংশ আৰু অবহট্ঠৰ গাঠা সমূহৰ জৰিয়তে । পূৰ্ব্বোল্লিখিত অবহট্ঠৰ পৰৱৰ্ত্তী চৰ্য্যাসমূহ ৰচিত হোৱা কালছোৱাক অসমীয়া-বঙলা-মৈথিলীৰ

২১ Chatterji : op. cit., Introduction, P. 17.

আগৰ কালৰ ভাষান্তৰ বুলি কব পাৰি। চৰ্য্যাৰ ভাষাৰ লগত এই ভাষা-কেইটাৰ বিশেষ ঘনিষ্ঠ সম্পৰ্ক আছে। এইস্তৰৰ পাছতহে অসমীয়া বঙলা-মৈথিলী ভাষাসমূহে সম্পূৰ্ণৰূপে নিজ নিজ ৰূপ পৰিগ্ৰহ কৰে অৰ্থাৎ ১২ শতিকাৰ আদিচোৱাত। ১২শ-১৩শ শতিকাৰ পৰাহে আমি উক্ত ভাষাসমূহৰ সাহিত্যিক নিদৰ্শন পাওঁ। অসমীয়া ভাষাৰ প্ৰথম পুথি হেমসৰস্বতীৰ 'প্ৰহলাদ চৰিত'ৰ ৰচনাকাল ১৩শ শতিকাৰ পিছৰ চোৱা।[২২]

প্ৰত্নভাৰতীয় আৰ্য্যভাষাসম্ভূত হলেও অসমীয়া ভাষা অনাৰ্য্য-উপাদানেৰে সমৃদ্ধ। অসমীয়া নামটোৱেই সেই কথাৰ সাক্ষ্য দিয়ে। ডঃ সুনীতিকুমাৰ চট্টোপাধ্যায়ৰ মতে উজনি ব্ৰহ্মদেশৰ টাই জাতিবাচক টাই শব্দ 'Rham' শব্দৰ পৰা 'অসম' নামৰ উৎপত্তি। আনহাতে এই ক্ষেত্ৰত ডঃ বাণীকান্ত কাকতিৰ মতে টাই ধাতু cham শব্দত আ ( $\bar{a}$ ) উপসৰ্গ হৈ আমাৰ দেশ 'অসম' নামৰ উৎপত্তি। সেই অসম শব্দত সংস্কৃত -ik$\bar{a}$ (প্ৰত্যয়)+ $\bar{a}$ka (স্বাৰ্থিক)ৰ পৰা বিকাশ লাভ কৰা --ঈয়া প্ৰত্যয় যোগ হৈ 'অসমীয়া' পদ সিদ্ধ হৈছে।[২৩]

এইদৰে অসমীয়াত বহু উপাদান পোৱা যায়, যিবোৰ আৰ্য্যভাষা বা সংস্কৃতত একেবাৰে পোৱা নাযায়। এইবোৰ অনাৰ্য্য তথা অষ্ট্ৰো-এচিয়াতিক বা অষ্ট্ৰিক, তিব্বতোবৰ্ম্মী আৰু দ্ৰাবিড় গোষ্ঠীৰ ভাষাৰ প্ৰভাৱৰ ফল। দ্ৰাবিড়, অষ্ট্ৰিক আদি অনাৰ্য্য ভাষাৰ কিছু উপাদান সংস্কৃতৰ জৰিয়তে অসমীয়াত প্ৰবেশ কৰিছেহি। এইদৰে অনাৰ্য্য প্ৰভাৱ দুটা প্ৰৱাহেৰে সোমাইছে ঃ--সংস্কৃতৰ যোগেদি আৰু অসমীয়া ভাষাৰ প্ৰত্যক্ষ যোগাযোগৰ জৰিয়তে। অসমীয়া ভাষাত অনুকাৰ শব্দ আৰু যুক্ত ক্ৰিয়াপদৰ প্ৰচুৰ ব্যৱহাৰ অনাৰ্য্য ভাষাৰ প্ৰভাৱৰে ফল। চাৰিও ফালে আগুৰি থকা তিব্বতোবৰ্ম্মীয় শাখাৰ বিভিন্ন ভাষাভাষী লোকৰ লগত

২২ Kakati, B. K : Assamese—its Formation and Development, 1941, P. 12.

২৩ Kakati : Ibid, P. 1-3., Chowdhury P. C : The History of Civilization of the People of Assam, 1959, P. 27-28., Chatterji, S. K : "The Name Assam-Ahom" in the Journal of Asiatic Society, Calcutta, Vol. XXII, 1956.



প্ৰত্যক্ষ যোগাযোগ হোৱাত পৰস্পৰৰ মাজত সাংস্কৃতিক ভাৱধাৰাৰ বিনিময় ঘটিল। ভাষাতো সেই আদান-প্ৰদান বন্ধ নহ'ল। ফলত উক্ত গোষ্ঠীৰ বহু শব্দ, প্ৰত্যয়, বিভক্তি আদি অসমীয়াত সোমাই পৰিল। আকৌ টাই-আহোমৰ যোগাযোগত টাইভাষা নিষ্প্ৰভ হৈ পৰিল যদিও অসমীয়া শব্দৰাজি বহুপৰিমাণে চহকী কৰিলে। আনহাতে ফাৰ্চী আদি এচীয় আৰু ইউৰোপীয় ভাষাসমূহৰ পৰাও বহু উপাদান বিশেষকৈ শব্দ অসমীয়াত সোমাল। এইদৰে দেশী-বিদেশী, আৰ্য্য-অনাৰ্য্য উপাদান লৈ সংস্কৃতৰপৰা উদ্ভূত প্ৰাকৃতজ অসমীয়া ভাষাই এটা নতুন আৰু সমৃদ্ধি-শালী ৰূপ লৈ ঠন ধৰি উঠিল।

সাহিত্যিক নিদৰ্শন পোৱা কালৰ পৰা বৰ্ত্তমানলৈকে সুদীৰ্ঘ সময়-ছোৱাত অসমীয়া ভাষাৰ ক্ৰমবিকাশত কেইটামান খলপা বা স্তৰ লক্ষ্য কৰা যায়। এই স্তৰ ঘাইকৈ তিনিটা ঃ-- (১) পুৰণি/আদি অসমীয়া ঃ হেম সৰস্বতীৰ কালৰ পৰা ১৬ শ শতিকাৰ শেষলৈকে; এইটো কালৰ সাহিত্যৰ ভাষাত আকৌ দুটা ভাগ দেখা যায় ঃ--(ক) প্ৰাক্ শঙ্কৰী আৰু (খ) শঙ্কৰী যুগ। (২) মধ্য অসমীয়া ঃ ১৭ শ শতিকাৰ পৰা ইংৰাজ সকল অহাৰ সময়লৈকে অৰ্থাৎ ১৮২৬ খৃষ্টাব্দলৈকে। (৩) আধুনিক অসমীয়া ঃ ইংৰাজসকলে অসমদেশ অধিকাৰ কৰাৰ পাছৰ পৰা বৰ্ত্ত-মানলৈকে। পিচে এই আধুনিক কালচোৱাত আকৌ তিনিটা উপবিভাগ দেখুৱাব পাৰি--(ক) ইংৰাজসকলে দেশ অধিকাৰ কৰাৰে পৰা 'অৰুণো-দই'ৰ শেষলৈকে, (খ) 'জোনাকী'ৰ উন্মেষৰ পৰা স্বাধীনতালাভ কৰালৈকে, (গ) স্বাধীনোত্তৰ কালছোৱা। প্ৰথম স্তৰটোত অসমীয়া ভাষাৰ নিদৰ্শন পদ্যৰ যোগেদি পোৱা যায়। অসমীয়া ব্ৰজবুলিৰ উন্মেষ হয় এই কালতেই। দ্বিতীয় যুগটোক পদ্যৰ লগতে অসমীয়া গদ্যৰ যুগ বুলি কব পাৰি। এই স্তৰত স্থানীয় অনাৰ্য্য উপাদান প্ৰচুৰ পৰিমাণে সোমাই পৰে। তৃতীয় যুগটোতহে অসমীয়া ভাষাই ব্যাকৰণ-অভিধানসন্মত এটা নতুন শৃংখলাবদ্ধ ৰূপ লৈ ঠন ধৰি উঠে। এই কালচোৱাত আমাৰ ভাষাত পাশ্চাত্য ভাষাৰ প্ৰভাৱ বাৰুকৈয়ে পৰে। অসমীয়া ভাষাৰ পদ্য বা কবিতাৰ দিশটোৰ দৰে গদ্য বা ৰচনাৰ দিশটোও বহু পুৰণি আৰু সেই অনুপাতে ভাৰতীয় ভাষা-সাহিত্য কাননত ইয়াৰ স্থানো বহু ওপৰত। সাধাৰণভাৱে কবলৈ হলে প্ৰায় এহেজাৰ বছৰ কাল ব্যাপি অসমীয়া

ভাষাই ক্ৰমবিকাশৰ পথত প্ৰসাৰতা লাভ কৰি আজিৰ এই অৱস্থাত উপনীত হৈছেহি। প্ৰাকৃত উপাদান, সংস্কৃত উপাদান, দেশী-বিদেশী, আৰ্য্য-অনাৰ্য্য উপাদান আদিৰ সমন্বয়ত যিদৰে অসমীয়া ভাষাৰ ভঁৰাল চহকী হৈছে সেইদৰে ভালেমান কৃতী সাহিত্যিকে এই ভাষাত যুগে যুগে নতুন নতুন চিন্তাধাৰাত সাহিত্য চৰ্চ্চা কৰি অসমীয়া ভাষা বহু শক্তিশালী কৰি তুলিছে। অসমীয়া ভাষাৰ সৌষ্ঠৱ বৃদ্ধি কৰি তোলাটো বৰ্ত্তমান অসমবাসীৰ কৰ্ত্তব্য।

---

# অসমীয়া ভাষা আৰু সংস্কৃতিত বড়ো উপাদান

—প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্য।

ভাৰতবৰ্ষৰ উত্তৰ-পূব অঞ্চলত অসমীয়া ভাষা আৰু সংস্কৃতিৰ বিকাশৰ গুৰিতে ঘাইকৈ ভাৰতীয় আৰ্য্যমূলজ সম্ভাৰ আছে যদিও আৰ্য্য-ভিন্ন নানা উপাদানে যুগে যুগে ভাষা-সংস্কৃতিক সমৃদ্ধ আৰু বিচিত্ৰ কৰি তুলিছে। খৃষ্টপূৰ্ব্ব ডেৰ হাজাৰ বছৰৰ আগেয়ে ভাৰতৰ উত্তৰ-পশ্চিম অঞ্চলত আৰ্য্য ভাষাভাষী নৰ্দ্দিকসকলে প্ৰবেশ কৰি বসতি পাতি-ছিল। নৃতাত্ত্বিক দৃষ্টিৰে নৰ্দ্দিক আৰ্য্যসকল দেখাত ওখ-পাখ আৰু সুন্দৰ, পোণ নাক, নীলা চকু আৰু সোণালী চুলি থকা লোক আছিল। এওঁলোকৰ পুৰণি বাসস্থান ইউৰাল পৰ্ব্বতৰ দক্ষিণে ইউৰেছিয়া ওখভূমি অঞ্চলতে আছিল বুলি বিশ্বাস হয়। সেই অঞ্চলত থাকোঁতেই তেওঁ-লোকে ঘোঁৰা পুহিছিল আৰু অৰ্দ্ধ-সভ্য জীৱন যাত্ৰাৰ ভিন্ ভিন্ কামত ঘোঁৰাৰ ব্যৱহাৰ কৰিছিল। ইয়াৰ পিছত তেওঁলোকে ভেৰা আৰু গাহৰি পুহিবলৈ লয়। খৃষ্টপূৰ্ব্ব তিনিহেজাৰ বছৰৰ আগেয়ে তেওঁলোকে মেছোপটেমিয়া অঞ্চলত বসতি কৰি থাকোঁতে গৰু পুহিবলৈ ধৰে। ভূমধ্য সাগৰীয় অঞ্চলত বাস কৰোঁতে ছাগলী পুহিবলৈ শিকে। এনেদৰে ভাৰতবৰ্ষলৈ আহোঁতে নৰ্দ্দিক আৰ্য্যসকলে নানা সাংস্কৃতিক সম্ভাৰ আৰু ভাষা-ধৰ্ম্ম আদি বহন কৰি আনে। বেদৰ স্তোত্ৰবোৰ মৌখিক ৰূপতহে তেওঁলোকে ভাৰতত প্ৰবেশ কৰোঁতে বহন কৰিছিল আৰু খৃষ্টপূৰ্ব্ব এহেজাৰ বছৰৰ আগেয়ে ঋক্, যজুঃ, সাম আৰু অথৰ্ব্ববেদ সংকলিত হৈছিল যেন লাগে।

ভাৰতত প্ৰবেশ কৰাৰ পিছতহে তেওঁলোকে নিজকে শ্ৰেষ্ঠতাবাচক 'আৰ্য্য' নামেৰে অভিহিত কৰে আৰু ক্ৰমে পঞ্জাৱ, গঙ্গা উপত্যকাৰ ফালে আৰ্য্যবসতি প্ৰসাৰৰ লগে লগে থলুৱা আৰ্য্যভিন্ন লোকসমষ্টি বিশেষকৈ

অষ্ট্ৰিক (নিষাদ, শবৰ, ভীল আদি), দ্ৰাবিড় (দাস, দস্যু, ৰাক্ষস আদি), মঙ্গলয়দ-(কিৰাত, অসুৰ আদি) সকলৰ লগত সংস্পৰ্শ ঘটে। আৰ্য্যসকলৰ দৰে ভাষাগত বান্ধোন আৰু ঐক্য অষ্ট্ৰিক, দ্ৰাবিড়, মঙ্গলয়দ-সকলৰ মাজত নাছিল যেন অনুমান হয়, আৰু সেইবাবে আৰ্য্যভাষাই বৈদিক সংস্কৃত আৰু প্ৰাচীন সংস্কৃত, প্ৰাকৃত, অপভ্ৰংশ ৰূপত সংস্কৃতি, ধৰ্ম্ম আৰু জীৱনযাত্ৰাৰ মাধ্যমৰূপে বিস্তাৰিত হৈ পৰে। প্ৰাচীন ভাৰতীয় আৰ্য্যভাষাই প্ৰাকৃত-অপভ্ৰংশৰ মাজেদি নব্য ভাৰতীয় আৰ্য্যভাষাৰ ৰূপ গ্ৰহণ কৰে আৰু অনুমান একাদশ শতিকাতে অসমীয়া, বঙালী, উৰিয়া, আদি পূব ভাৰতীয় আধুনিক ভাষাৰ উদ্ভৱ হয়।

অসমীয়া ভাষা প্ৰাচীন ভাৰতীয় আৰ্য্য ভাষাৰ অন্তৰ্গত প্ৰাকৃত-অপভ্ৰংশ স্তৰৰ মাজেদি আধুনিক ৰূপ লাভ কৰোঁতে চৌপাশৰ নানা আৰ্য্যভিন্ন ভাষাৰ প্ৰলেপ পৰিছিল। এই যুগৰ সংস্কৃতীয়া শিলালিপি, তাম্ৰশাসন, মুদ্ৰা-মোহৰ, শিলাঙ্কন, খোদিত লিপি আদিৰ উপৰিও চৰ্য্যাপদ, শ্ৰীকৃষ্ণকীৰ্ত্তন, নানা তন্ত্ৰ-মন্ত্ৰৰ পুথিত পুৰণি অসমীয়া ভাষাৰ নিদৰ্শন আৰু আৰ্য্যভিন্ন ভাষাৰ উপাদানৰ বৰঙণি দেখা যায়। বহল অৰ্থত চালে অসমীয়া ভাষা আৰু ইয়াৰ লিখিত তথা সংৰক্ষিত ৰূপ অসমীয়া সাহিত্য সংস্কৃতিৰ অন্তৰ্গত এটি আকৰ্ষণীয় বিষয়।

## অসমৰ সাংস্কৃতিক পটভূমি

ভাৰতবৰ্ষৰ উত্তৰ-পূব সীমান্তত অসমীয়া সংস্কৃতি নামেৰে এটি বিশিষ্টতা পূৰ্ণ সংস্কৃতিয়ে হেজাৰ বছৰৰো অধিক কাল ধৰি গঢ় লৈ উঠিছে। এই সংস্কৃতিৰ পূৰ্ণ পৰিচয় নোপোৱাকৈ কিছুমানে ইয়াক সংকীৰ্ণ, আঞ্চলিক তথা সাম্প্ৰদায়িক আদি আখ্যাৰে অভিহিত কৰে; কিন্তু এই সংস্কৃতিৰ পৰিসৰ যে যথেষ্ট উদাৰ, বহল, ভাৰতমুখী সেই কথা দকৈ বিশ্লেষণ কৰিলে ওলাই পৰে। ই অসম নামে বৰ্ত্তমান জনাজাত ৰাজ্যখনৰে নহয়, উত্তৰপূব সীমান্ত ভূভাগ (নেফা), নগাপাহাৰ, মেঘালয়, মণিপুৰ, ত্ৰিপুৰা, কোচবিহাৰ, জলপাইগুৰি আৰু কিছু পৰিমাণে ভূটান ৰাজ্য বিয়পি থকা এক বিস্তৃত অঞ্চলৰ আদিম লোক সমষ্টিৰ আদান-প্ৰদান,



সমিল-মিল আৰু সংমিশ্ৰণৰ ফলত উদ্ভৱ হোৱা আৰু ভৌগোলিক, ৰাজনৈতিক, অৰ্থনৈতিক আৰু সামাজিক প্ৰভাৱৰ ফলত সৃষ্টি হোৱা এক সমূহীয়া পৰিণতি। অসমীয়া সংস্কৃতি বা অসম ৰাজ্যৰ সংস্কৃতি বুলিলে সদৌ ভাৰতীয় সংস্কৃতিৰপৰা কিছু পৃথক, অন্ততঃ বঙ্গদেশ, উৰিষ্যা, উত্তৰ প্ৰদেশ, মহাৰাষ্ট্ৰ ৰাজ্যৰ সংস্কৃতিৰপৰা ভালেমান বিষয়ত পৃথক এটি বিশিষ্টতাপূৰ্ণ জীৱন-ধাৰা আমাৰ মানস-পটত ভাঁহি উঠে।

অসমত নৰ্দ্দিক আৰ্য্য, মঙ্গলয়দ কিৰাত, মেডিটেৰেনিয়ান দ্ৰাবিড়ী, প্ৰট-অষ্ট্ৰলয়দ বা অষ্ট্ৰিক আৰু নেগ্ৰিটো জাতিৰ সঁচ আৰু তেজৰ সংমিশ্ৰণত বৰ্ত্তমানৰ অধিবাসীৰূপে লোক-সমষ্টিৰ সৃষ্টি হৈছে। অসমৰ আৰু নগাভূমিৰ নগা জনজাতীয় লোকৰ মাজত চুটি-চাপৰ নেগ্ৰিটো বা নিগ্ৰয়ড (নিগ্ৰো সদৃশ) জাতিৰ সঁচ আছে বুলি পণ্ডিতসকলে কয়; দক্ষিণ ভাৰতৰ নীলগিৰি অঞ্চলৰ লোকসকলৰ মাজত আৰু আন্দামান দ্বীপপুঞ্জ মালয় আদিতো নেগ্ৰিটো জাতিৰ বংশধৰ আছে। তেওঁলোকে ধেনু-কাঁড়ৰ ব্যৱহাৰ কৰিছিল আৰু ডিমৰু জাতীয় গছৰ পূজা প্ৰৱৰ্ত্তন কৰিছিল। পৰৱৰ্ত্তী কালত অষ্ট্ৰলয়দসকলৰ প্ৰভাৱত নেগ্ৰিটো জাতিৰ সুকীয়া সত্তা ক্ৰমে হেৰাই যায়। এই অষ্ট্ৰলয়দসকল মজলীয়া আকাৰৰ লোক আছিল; এওঁলোকো পোনতে খাদ্য আহৰণকাৰীহে আছিল; ভাৰতত বাস কৰা কালতে অষ্ট্ৰলয়দসকলে জোং আৰু কোৰেৰে খেতি কৰিবলৈ লয়। ভাৰতত এওঁলোকে প্ৰথমতে হাতী পুহিছিল। এওঁলোকে কোৱা ভাষাক অষ্ট্ৰিক ভাষা বোলে। অসমৰ খাচীয়া আৰু জয়ন্তীয়া ভাষা অষ্ট্ৰিক ভাষাৰ ভিতৰুৱা। কোল, মুণ্ডা, চাওঁতাল আদি প্ৰট'অষ্ট্ৰলয়দৰ বংশধৰসকলে অসমৰ চাহ বাগিচাৰ বনুৱাৰূপে এটি বুজন লোক—সমষ্টিৰূপে বাস কৰি আছে। অসমৰ খাচীয়া আৰু জয়ন্তীয়াসকলৰ ভাষা অষ্ট্ৰিক, কিন্তু জাতিৰ ফালৰপৰা তেওঁলোক মঙ্গলয়দ বা কিৰাত লোকহে। যজুৰ্ব্বেদ, মহাভাৰত, ৰামায়ণ, যোগিনী-তন্ত্ৰ, কালিকা-পুৰাণ আদিত কিৰাতসকলৰ উল্লেখ আৰু বৰ্ণনা ভিন্ ভিন্ প্ৰসঙ্গত পোৱা যায়। প্ৰাচীন কামৰূপৰ ধৰ্ম্ম কৈৰাতজ বা কিৰাত সম্ভূত বুলি যোগিনীতন্ত্ৰত স্পষ্টকৈ লিখা আছে। মহাভাৰতত অৰ্জ্জুনৰ লগত কিৰাতবেশী মহাদেৱে কৰা যুদ্ধৰ বৰ্ণনা পোৱা যায়।

## কিৰাত লোক আৰু সংস্কৃতি

মঙ্গলয়দসকলৰ গাৰ বৰণ হালধীয়া, নাক চেপেটা, গালৰ হাড় উঠঙ্গা, মুখ বহল, গাৰ তুলনাত ভৰি প্ৰায় আধাহে দীঘল। অসমৰ বড়ো, ডিমাছা, গাৰো, লালুং, সোণোৱাল-কছাৰী, ৰাভা আদি বড়ো উপশাখাৰ ভিতৰুৱা জনজাতিবোৰ মঙ্গলয়দ জাতিৰ অন্তৰ্গত। ইয়াৰ বাহিৰেও মিৰি বা মিছিং, মিকিৰ (কাৰ্ব্বী), ত্ৰিপুৰাৰ তিপ্ৰা, লুচাই পাহাৰৰ মিজো, লুচাই পাহাৰ সীমান্তৰ চাক্মা, মণিপুৰৰ মেইথেই, গাৰোপাহাৰ সীমান্তৰ হাজং, নগাভূমি তথা উত্তৰ-পূব সীমান্ত ভূভাগৰ (নেফা) বেছি ভাগ জনজাতিৰ গাত মঙ্গলয়দ সঁচ আছে। এই মঙ্গলয়দ জাতিৰ লোকসকলৰ মাজত ঘাইকৈ তিব্বত-বৰ্ম্মী ভাষাৰ শাখা-প্ৰশাখা-বোৰৰ প্ৰচলন আছে। ভাষা, সাহিত্য, সমাজ, ধৰ্ম্ম আদি বিভিন্ন ক্ষেত্ৰত মঙ্গলয়দ বা কিৰাতসকলে ভাৰতীয় আৰ্য্য হিন্দু সকলৰ ওপৰত প্ৰভাৱ পেলাইছে আৰু নিজেও প্ৰভাৱান্বিত হৈছে। অসমীয়া সমাজত নানা কামত বাঁহৰ ব্যৱহাৰ, সিজু গছৰ পূজা আৰু ব্যৱহাৰ, পাট-কাপোৰৰ প্ৰচলন, তামোল-পাণৰ বিবিধ ব্যৱহাৰ আদি ঘাইকৈ মঙ্গলয়দ সংস্কৃতিৰ-পৰা আহিছে। অসমৰ তিব্বত-বৰ্ম্মী ভাষী মঙ্গলয়দ জনজাতিবোৰৰ সাংস্কৃতিক বৈশিষ্ট্য বৰ্ণাই ডব্লিউ চি, স্মিথে তেৰটা লক্ষণ তেওঁৰ "আও নগা ট্ৰাইব্জ অব্ আসাম" পুথিত বৰ্ণাইছে ; এই লক্ষণবোৰ হৈছে—মূৰ চিকাৰ, ডেকাচাং বা মৰংঘৰ, খুটা আৰু চ'তিৰে ওখকৈ বন্ধা ঘৰ, চাং সাজি মৃতকক সৎকাৰ কৰা পদ্ধতি, বিয়াৰ ক্ষেত্ৰত বিশেষ বাছনি বা চুক্তিবদ্ধতা, তামোল-খোৱা নিয়ম, গাখীৰৰ প্ৰতি অনাগ্ৰহ, শৰীৰৰ অঙ্গৰ ওপৰত নানা ধৰণৰ অংকন, শক্তিশালী ৰাজনৈতিক সংগঠনৰ অভাৱ, দুমুখীয়া চুঙাৰে জুহাল সজা নিয়ম, কাপোৰ বোৱা সাধাৰণ তাঁতশাল, চাৰি বা ছয়চুকীয়া ডাঙৰ ঢালৰ ব্যৱহাৰ, আৰু পাহাৰী অঞ্চলত পুৰণা খেতিৰ পদ্ধতি অৱলম্বন কৰি বসবাস। অসমৰ সৰ্ব্বসাধাৰণ ৰাইজৰ মাজত এই সাংস্কৃতিক বৈশিষ্ট্যবোৰৰ কেবাটাও লক্ষণ অদ্যাপি বৰ্ত্তমান। অসমীয়া সংস্কৃতিত বড়ো উপাদান বুলিলে ঠেকদৃষ্টিৰে বড়ো কছাৰী, তথা ডিমাছা কছাৰী আৰু সোণোৱাল-ঠেঙাল কছাৰী সকলৰ বৰঙণিৰ বিষয়ে বিশ্লেষণ কৰিব লাগিব আৰু বহল দৃষ্টিৰে



চালে বড়ো উপাদানৰ ভিতৰত কছাৰীসকলৰ বিবিধ শাখা, লালুং, ৰাভা, হাজং, তিপ্ৰা, মৰাণ, চুটিয়া, বৰাহী আদি লোকৰো বৰঙণি ধৰিব পাৰি। আহোমসকলং চীন-তিব্বতীয় ভাষা পৰিয়ালৰ অন্তৰ্গত টাই-শ্যাম শাখাৰ ভিতৰুৱা ভাষা-ভাষী আৰু জাতিৰ ফালৰ পৰা মঙ্গলয়দ বা কিৰাত। আহোমসকলৰ অসমত বসবাস কৰাৰ সময়ত কছাৰী, বৰাহী, মৰাণ আৰু চুটিয়াসকলে ৰাজত্ব স্থাপন কৰি আছিল ; আহোমৰ লগত এই সকলৰ সামাজিক, ৰাজনৈতিক আৰু আৰ্থিক লেন-দেন হৈছিল। গতিকে মঙ্গলয়দ বা কিৰাত জাতীয় বড়ো মূলজ সংস্কৃতিৰ সৈতে মঙ্গলয়দ বা কিৰাতজ টাই-শ্যামী আহোম সংস্কৃতিৰ আদান প্ৰদান ঘটিছিল সুদূৰ তেৰ শতিকাতে। তাৰ আগতে অষ্ট্ৰিক ভাষা-সংস্কৃতিৰ লগত আহোম, পূৰ্ব্বৰ কছাৰী, বৰাহী, মৰাণ আৰু চুটিয়াৰূপে অভিহিত মঙ্গলয়দ বা কিৰাতসকলৰ সংস্পৰ্শ ঘটিছিল ; দ্ৰাবিড়ী আৰু আৰ্য্য লোকসকলৰ লগত ইয়াৰ পিছতহে ক্ৰমে সংস্পৰ্শ আৰু সাংস্কৃতিক আদান-প্ৰদান ঘটে। প্ৰাক্-আৰ্য্য আৰু প্ৰাক্-দ্ৰাবিড়ী ভাষাৰ নিদৰ্শন স্বৰূপে আমি অষ্ট্ৰিক আৰু কিৰাত (মঙ্গলয়দ) তিব্বত-বৰ্ম্মী ভাষাবোৰলৈ আঙুলিয়াব পাৰোঁ।

## প্ৰাক্-আৰ্য্য আৰু প্ৰাক্-দ্ৰাবিড়ী

সংস্কৃত আৰু ভাৰতীয় আধুনিক ভাষাত প্ৰচলিত কম্বল, শাল্মলী (শিমলু), লাঙ্গল (নাঙল), লিঙ্গ, তাম্বুল (তামোল), ময়ূৰ আদি শব্দ প্ৰাক্ আৰ্য্য আৰু প্ৰাক্ দ্ৰাবিড় কালৰ ভাষাসমূহৰপৰা উদ্ভূত বুলি "প্ৰী-এৰীয়ান্ এণ্ড প্ৰী-দ্ৰাবিৰীয়ান্ ইন্ ইণ্ডিয়া" গ্ৰন্থত বহলাই আলোচনা কৰা হৈছে। মাৰ্কিন পণ্ডিত ৰবাৰ্ট ছেফাৰৰ মতে অঙ্গ, বঙ্গ, কলিঙ্গ শব্দৰ মূল আং, বাং, কালিং শব্দ চীন-তিব্বতীয়। ভাৰতীয় আৰ্য্য মূলজ অসমীয়া ভাষাৰ ভিন্ ভিন্ যুগত ধ্বনি, ৰূপ, বাক্যৰীতি আৰু শব্দ-কোষত অষ্ট্ৰিক, দ্ৰাবিড়ী, তিব্বত-বৰ্ম্মী উপাদান সন্নিবিষ্ট হৈছে আৰু অসমীয়া ভাষাই আধুনিক ভাৰতীয় আৰ্য্য ভাষাসমূহৰপৰা সুকীয়া বৈশিষ্ট্য ৰক্ষা কৰি আহিছে। ৰাজনৈতিক, সামাজিক, অৰ্থনৈতিক তথা প্ৰাকৃতিক-ভৌগোলিক কাৰণবোৰৰ বাবেই ভাৰতীয় আৰ্য্যমূলজ বা

সংস্কৃতমূলক অসমীয়া ভাষা পূব-ভাৰতৰ কিৰাত (তিব্বত-বৰ্ম্মী) আৰু নিষাদ (অষ্ট্ৰিক) ভাষা-ভাষীৰ মাজত বৰ্ত্তি থাকিব পাৰিছে। ডক্টৰ বাণীকান্ত কাকতি, ডক্টৰ সুনীতিকুমাৰ চট্টোপাধ্যায়, ফাডাৰ মেথিয়াছ, ডক্টৰ বিৰিঞ্চিকুমাৰ বৰুৱা প্ৰমুখ্যে পণ্ডিতসকলৰ লিখনীত অসমীয়া ভাষা-সংস্কৃতিত আৰ্য্যভিন্ন উপাদানৰ কিছু পৰিমাণে আলোচনা আছে। সম্প্ৰতি অষ্ট্ৰিক আৰু দ্ৰাবিড়ী উপাদানৰ বিশেষ উল্লেখ আৰু পৰ্য্যালোচনা নকৰি তিব্বত-বৰ্ম্মী বা বড়ো উপাদানৰ এটি চমু বিশ্লেষণ আগবঢ়াইছোঁ।

## অসমীয়া ধ্বনিমালাত বড়ো উপাদান

অসমীয়া ভাষাৰ ধ্বনিতত্ত্বত সংস্কৃত তথা বঙলা, হিন্দী আদি ভাষাৰপৰা পৃথক কিছুমান ধ্বনিগত বৈশিষ্ট্য লক্ষ্য কৰা যায়। অসমীয়া ভাষা সংস্কৃত নিঃসৃত যদিও, অসমীয়া ভাষাৰ স্বৰধ্বনিত হ্ৰস্ব-দীৰ্ঘৰ পাৰ্থক্য নাই—বিশেষকৈ ই, ঈ, উ, ঊ ৰ ক্ষেত্ৰত। সংস্কৃত ঋ, ৠ, ঌ, ৡ ৰ উচ্চাৰণো অসমীয়া ভাষাত ৰক্ষিত হোৱা নাই। আৰ্য্যভিন্ন প্ৰভাৱৰ ফলতে হ্ৰস্ব-দীৰ্ঘত্ব স্বৰধ্বনিৰ ক্ষেত্ৰত বিলুপ্ত হৈছে। অসমৰ তিব্বত-বৰ্ম্মী বড়ো-কছাৰী ভাষাত স্বৰৰ হ্ৰস্ব-দীৰ্ঘতাৰ লগত সুৰপ্ৰাধান্য জড়িত আছে। অসমীয়া ভাষাত শ্বাসাঘাতহে আছে, শব্দগত সুৰপ্ৰাধান্য ( Tonal prominance ) নাই। বৈদিক সংস্কৃতত উদাত্ত, অনুদাত্ত আৰু স্বৰিত স্বৰৰ ব্যৱধান আছিল; পিছৰ যুগৰ সংস্কৃত আৰু প্ৰাকৃত-অপভ্ৰংশ তথা অসমীয়া প্ৰমুখ্যে ভাৰতীয় আধুনিক আৰ্য্যভাষাত স্বৰধ্বনিৰ সৰলীকৰণ আৰু সংক্ষিপ্তকৰণ সম্পন্ন হৈছে; এই ক্ষেত্ৰত বড়ো তথা আৰ্য্যভিন্ন প্ৰভাৱ পৰিছে, কিন্তু এই প্ৰভাৱৰ সম্পূৰ্ণ মূল্যাঙ্কন কৰা সহজ নহয়। অ, আ, ই, উ, এ, ও--এনে সৰলীকৃত স্বৰধ্বনিৰে শ্বাসাঘাত অনুসৰি হ্ৰস্ব-দীৰ্ঘ কৰি একক আৰু যুক্তৰূপত অসমীয়া ভাষাত স্বৰৰ ব্যৱহাৰ কৰা হৈছে। অসমীয়া ভাষাত দন্ত্য আৰু মূৰ্দ্ধণ্য ব্যঞ্জনধ্বনিৰ উচ্চাৰণগত পাৰ্থক্য নাই; সংস্কৃত বৰ্ণমালা অনুসৰি ট-বৰ্গ আৰু ত-বৰ্গ অসমীয়া বৰ্ণমালাত ৰক্ষিত হৈছে যদিও দন্ত্যমূলীয় ধ্বনিৰে এই দুই বৰ্গ উচ্চাৰিত হয়। শ, ষ, স-ধ্বনিৰ



উষ্ম উচ্চাৰণৰ বৈশিষ্ট্যৰ গুৰিতে আৰ্য্যভিন্ন প্ৰভাৱ বুলি ঠাৱৰ কৰা হৈছে। দন্ত্য, মূৰ্দ্ধণ্য আৰু তালব্য ব্যঞ্জন ধ্বনিৰ ঠাইত মাত্ৰ দন্ত্যমূলীয় ধ্বনিৰ ব্যৱহাৰ চীন--তিব্বতীয় বা বড়ো গোষ্ঠীমূলজ বুলি বিশ্বাস হয়। অসমৰ বড়ো-কছাৰী, ডিমাছা কছাৰী-মেইথেই আদি ভাষাৰ ব্যঞ্জনধ্বনিৰ লগত অসমীয়া ব্যঞ্জনধ্বনিৰ সাদৃশ্য আছে; অনুনাসিক ব্যঞ্জনধ্বনিৰ প্ৰাধান্য বড়োমূলজ উপাদান বুলি ধাৰণা হয়। ধ্বনিতাত্ত্বিক ক্ষেত্ৰত অসমীয়া ভাষাৰ যুক্তধ্বনিৰ সংখ্যাল্পতাও তিব্বত-বৰ্ম্মী বড়ো প্ৰভাৱিত হব পাৰে।

## ৰূপতাত্ত্বিক উপাদান

অসমীয়া ভাষাৰ ৰূপতত্ত্ব বা গঠন প্ৰণালীৰ ক্ষেত্ৰত বড়ো ভাষাৰ উপাদান উল্লেখনীয়। ডক্টৰ কাকতিয়ে আলোচনা কৰা গঠনমূলক প্ৰত্যয় ক্ৰিয়াৰ মূল বা ধাতু, যৌগিক ক্ৰিয়াৰ বাহিৰেও নিৰ্দ্দেশাত্মক অনুসৰ্গ, স্বাৰ্থিক প্ৰত্যয় আদিৰ ক্ষেত্ৰত বড়ো প্ৰভাৱ পৰিছে। চেলেক, চেৰা, জিৰা, ৰেপ্, আগচ্, গচক্, চেঁকুৰ, ভেঁকুৰ, বথলিয়া, গোৰা, চেপ্, খাম-বান্ধ, গবা-মাৰ, বিৰ দি, থালামুৰি মাৰ্ আদি ডক্টৰ কাকতিয়ে আগবঢ়োৱা ক্ৰিয়া বাচক নিদৰ্শনৰ লগতে আগুৰ্, আফাল্, আমুৰা, আওলা, আওজা, আজৰাই, আচাৰ মাৰ, ওলমাই, পকাই, খুচি, খুহি, গাপ্ দি, আদি ক্ৰিয়াবোধক শব্দত বড়ো উপাদান আছে। বৃহৎবাচক —মা প্ৰত্যয়, ক্ষুদ্ৰবাচক—টা প্ৰত্যয় বড়ো ভাষাৰ বৰঙণি বুলি নিৰ্ণীত হৈছে।

## বাক্যৰীতি আৰু শব্দকোষত বড়ো উপাদান

অসমীয়া ভাষাৰ বাক্য-গঠন ৰীতি আৰু শব্দ সম্ভাৰত বড়ো উপাদান ব্যাপকভাৱে পৰিছে। কৰ্ত্তা, কৰ্ম্ম, ক্ৰিয়া আৰু স্বাৰ্থিক প্ৰত্যয়ৰ সংযোগ--যেনে, তুমি ভাত খাবা দেই, তই বাটলৈ যাবিচোন, আদি বাক্যৰ গঠন বড়ো আৰু অসমীয়াত একে ধৰণৰ। অসমীয়া জন-জীৱনৰ খেতি-বাতি, ঘৰ-দুৱাৰ, বোৱা-কটা আদিৰ লগত জড়িত বহুতো শব্দ বড়োভাষাৰ অৱদান। অসমৰ ঠাইৰ নাম, নদীৰ নাম আদিত বড়ো প্ৰভাৱ ডক্টৰ

কাকতিয়ে আলোচনা কৰিছে। ইবোৰৰ বাহিৰেও টংলা, মাইবং, লামডিং, হাফলং, ডিফু, হেৰেমদো, চতমা, বৰমা, হঁহৰা, ননৰা, কৰৰা, দুধনৈ, দতমা, আদি ঠাইৰ নামত বড়ো উপাদান আছে।

অসমৰ গঞা জীৱনত সচৰাচৰ ব্যৱহৃত খেতি-বাতিৰ সঁজুলি, যেনে হাল, কোৰ, কাচি, মৈ, হলামাৰি, (হোলোঙা) আদি, বিবিধ ধানৰ নাম যেনে মাগুৰি, জহা, তেংৰে, আহ, শালি, আদি, ঘৰুৱা নানা সামগ্ৰী যেনে, কামি, কুৰা, মাৰলি, কাঠি, জপনা, গুৱা, থেকেৰা টেঙা, লাই (শাক) ৰিহা, পাট, কনসৰা, জাপি, জপা, খৰাহী (খাৰে), খদা আদি; মাছৰ নাম যেনে নাৰ, বৰালি, কুছিয়া, মাগুৰ, চেং আদি, ইয়াৰ উপৰিও চেপা, চোৰাহা, হকুমা, লাঙ্গি (জাল), জুলুকি আদি শব্দত বড়ো ভাষাৰ প্ৰলেপ পৰিছে বুলি বিশ্বাস হয়। এইবোৰ ক্ষেত্ৰত পাৰস্পৰিক সংস্পৰ্শ আৰু আদান-প্ৰদান ঘটিছিল যেন লাগে। ডক্টৰ কাকতিয়ে হাফলু আৱা, মাইহাং, হাবাং, চেৰেঙা, হামাহি, জখলা, জোং, লাঙ্গি, খমলা, হাদাম, হোজা, হেঙাৰ, বোন্দা (বুন্দি), খোকা, মেনা, হাও-ফাও, চাং, বিজলুৱা, ডোখৰ, গকটা, হোলোঙা, লফা, লামখ, লাওখোলা, শিলিখা, উৰে-কাঠ, উথি, ডাউক আদি শব্দ বড়ো মূলজ বুলি কৈছে। সূক্ষ্ম বিশ্লেষণ কৰিলে এনে শব্দৰ তালিকা যথেষ্ট দীঘলীয়া হ'ব। অসমীয়া ভাষাৰ তন্ত্ৰ-মন্ত্ৰ, গীত-নাম, ফকৰা-যোজোনা, সাধুকথা আদিত বড়ো উপাদান আছে। মাধৱ কন্দলিৰ অসমীয়া ৰামায়ণ ৰচনাৰ অনুপ্ৰেৰণা বৰাহী বা কছাৰী ৰজা মহামাণিক্য (মহামাণিকফা) আছিল। অসমীয়া সাহিত্যত মহাভাৰতৰ অনুবাদ, পুৰাণৰ ভাঙনি, ৰাজবংশাৱলী প্ৰণয়ন আদিতো বৃহৎ বড়োগোষ্ঠীৰ অন্তৰ্গত কোচৰজা; দৰং ৰজা আদিৰ দান মন কৰিবলগীয়া। কছাৰী ৰজা তাম্ৰধ্বজ আৰু কছাৰী ৰাণী চন্দ্ৰপ্ৰভাৰ সাহিত্যিক প্ৰেৰণা উল্লেখনীয়।

## অসমীয়া সংস্কৃতিত বড়ো উপাদান

অসমীয়া সমাজত খেতি-বাতি কৰাৰ নিয়ম, ঘৰ-দুৱাৰ সজাৰ প্ৰণালী, বিবাহৰ নানা পদ্ধতি, আহাৰ-বিহাৰ, চিকাৰ, সাজপাৰ-অলঙ্কাৰ, পূজা-পাতল, তন্ত্ৰ-মন্ত্ৰ, যাদুবিদ্যা, মোহিনী, শাও-শপনি, আশীষ-বচন,



সাধুকথা, লোকগীত, লোকাচাৰ, লোক-উৎসৱৰ ক্ষেত্ৰত আৰ্য্যভিন্ন আৰু বিশেষকৈ তিব্বত-বৰ্ম্মী কিৰাত বা বড়োসকলৰ সংস্কৃতিৰ প্ৰভাৱ আৰু উপাদান লক্ষ্য কৰিব পাৰি। ৰূপনাথ ব্ৰহ্ম, বিষ্ণুপ্ৰসাদ ৰাভা, ধৃপাৰাম বসুমতাৰী, ভবেন্দ্ৰ নাৰ্জ্জী আদি বড়ো লেখকৰ নানা প্ৰবন্ধ-পুথিত অসমীয়া সংস্কৃতিত বড়োসকলৰ বৰঙণিৰ বিভিন্ন দিশ ফুটি ওলাইছে।

## খেতি-বাতিৰ নিয়ম

বৰষুণৰ পানী আৰু নদীৰ পানীৰ ওপৰত নিৰ্ভৰ কৃষি গৰু-ম'হেৰে নাঙল-কোৰ লৈ খেতি-বাতি কৰা নিয়ম অসমীয়া সমাজত পুৰণি কালৰ-পৰা চলি আছে। বড়োসকলেও একে ধৰণেই প্ৰাচীন যুগৰপৰা আহু, বাও আৰু শালি ধানৰ খেতি কৰি আহিছে। খেতিৰ অধিষ্ঠাত্ৰী দেৱী লক্ষ্মীৰ কল্পনা আদিম বড়োসকলৰ মাজতো আছিল। শিৱ আৰু পাৰ্ব্বতীৰ দৃষ্টি অনুসৰি আহু আৰু শালিধানৰ সৃষ্টি হোৱা আখ্যানটি বড়ো আৰু অসমীয়া সমাজত অনুৰূপে শুনা যায়। খেতি-বাতিৰ বাবে কেনে ধৰণৰ মাটি, হালোৱা গৰু, কঠীয়া-সঁচ লাগিব—এই বিষয়ত দুয়ো সমাজতে অনুৰূপ নিয়ম পালন কৰা হয়। ধানৰ কঠীয়া ৰোৱা, লখিমী আদৰা, দিন-বাৰ চাই খেতি কৰা আদি বিষয়ত তুলনীয় জন-বিশ্বাস কিছুমান চলি আছে।

বড়োসকলৰ সামাজিক বিশ্বাস মতে, তিৰোতাসকলে শস্য চোৱা নিষেধ। মহাদেৱৰ ধানৰ খেতি দেখি পাৰ্ব্বতীৰ লোভদৃষ্টি পৰা বাবে জুই লাগি কিছু আহু আৰু কিছু শালি নষ্ট হোৱা আখ্যানেই ৰামসৰস্বতীৰ ভীম-চৰিতত ব্যক্ত কৰা অনুৰূপে দুয়ো সমাজৰ উমৈহতীয়া বিশ্বাস যেন লাগে। খেতিৰবাবে হাল বাওঁতে গৰুৰ কান্ধত যুঁৱলী ভাঙিলে, হালোৱাজনে মৌন হৈ যুঁৱলীখন টানি মাটিত চোঁচৰাই নি দূৰত পেলাব লাগে; সিদিনা দুপৰীয়া এসাজ লঘোণ দিব লাগে। ঢেকীত বা উৰালত বহিব নাপায়; বহিলে হেনো এন্দুৰে ধান খায়। ডাকৰ বচন আৰু খনাৰ বচনত খেতি-বাতি, বতৰ, বৰষুণ আদিৰ বিষয়ে থকা বিষয়বোৰ বড়ো তথা অসমীয়া সমাজে সমানে মানে আৰু সম্ভৱতঃ এই দুই সমাজৰ

বুঢ়া-বুঢ়ীৰ অভিজ্ঞতাই এনেবোৰ বচন ডাক আৰু খনাৰ নামত অসম তথা বঙ্গদেশত প্ৰচলিত কৰিছে। বিহু, বিয়া আৰু প্ৰণয় সংক্ৰান্তত লোকগীত, বুঢ়া-বুঢ়ীৰ দ্বন্দ্ব, বান্দৰ-শিয়াল, টেটোন, হোজা, চন্দ্ৰাৱলী, কঠীয়া আদিৰ একে ধৰণৰ সাধুকথা দুয়ো সমাজত তুলনীয় ।

## ঘৰ-দুৱাৰ সজাৰ প্ৰণালী

বাঁহৰ কামি, কুৱা, খুটা কৰি ঘৰ বন্ধা প্ৰণালী, বেৰ-চকোৱা দিয়া নিয়ম, দুৱাৰ সজা আৰু দাৱ দিয়া পদ্ধতি আদি তিব্বত-বৰ্ম্মী বড়ো সংস্কৃতিৰ দান । পৰিয়ালৰ বৰঘৰটো পূবা-পশ্চিমাকৈ সজা, ঘৰ সজা ঠাইখিনিত কলপাতত চাউল দি পৰীক্ষা কৰা নিয়ম, ঘৰ সজা ঠাইখিনিৰ মাটি খান্দি চাকি চাই পৰীক্ষা কৰা আদি বড়ো সমাজৰ নিয়ম কম-বেছিভাৱে অসমীয়া গঞা সমাজত আছে । ঘৰ সজাৰ আগতে ঠাইখিনি সন্ধিয়া সময়ত গৰম গৰম অনুভৱ হ'লে সেই ঠাই পৰিত্যাগ কৰা হয় । চেঁচা অনুভৱ হলে কলপাতত চাউল দি পৰীক্ষা কৰা হয় । 'পূবে হাঁহ, পশ্চিমে বাঁহ, উত্তৰে গুৱা, দক্ষিণে ধূৱা'--নিয়ম দুয়ো সমাজতে মানে ।

বৰঘৰৰ উপৰিও গোহালিঘৰ, ভঁৰালঘৰ, ঢেকী-ঘৰ আদি কোন ঠাইত, কেনে ধৰণে বন্ধা উচিত--সেই বিষয়ে পুৰ্ব্বাপৰ চলিত নিয়ম আছে । গাওঁ আৰু পৰিয়ালক কেন্দ্ৰ কৰি সমূহীয়া সাঙুৰি প্ৰথাৰে অসমীয়া তথা বড়ো সমাজত পুৰণিকালৰেপৰা ধান কটা, খেতি চপোৱা, ঘৰ-দুৱাৰ সজাৰ বিশিষ্ট নিয়ম চলি আছে ।

## বিবাহ, আহাৰ-চিকাৰ আদি

অসমীয়া সমাজত সমাজদস্তুৰ বা প্ৰাজাপত্য বিবাহৰ বাহিৰেও ঢোকা বা চপনীয়া ৰখা, চেমনী বা বিধৱা তিৰোতা অনা, ছোৱালী পলুৱাই নি পিছত সমাজক ভোজ-ভাত দি বিয়া পতা আদি দস্তুৰ আৰ্য্য-ভিন্ন, বিশেষকৈ বড়োগোষ্ঠীৰ প্ৰভাৱ বুলি বিশ্বাস হয় । আহাৰ-বিহাৰৰ ক্ষেত্ৰতো মাছ-কণী, হাঁহ, পাৰ, ছাগলী, গাহৰি আদিৰ মাংসৰ ব্যৱহাৰ,



তামোল-পাণ খোৱাৰ পদ্ধতি, বাঁহৰ গাজৰ আঞ্জা খোৱা নিয়ম, খাৰ আৰু টেঙাৰ আঞ্জাৰ ব্যৱহাৰ, জীৱ-জন্তু, মাছ-কাছ আদিৰ সমূহীয়া চিকাৰ পদ্ধতি ৰঙালী, ভোগালী, কঙালী বিহুৰ নানা আচাৰ-উৎসৱ, যেনে সাতশাকী ভক্ষণ, নিমুতিতা আৰু মচুৰ দালি খোৱা নিয়ম, এড়ি-মুগা, পাটৰ কাপোৰৰ ব্যৱহাৰ, নাকত নোলোক, কাণত থুৰীয়া, গলত জোনবিৰি আৰু গলপতা, হাতত বাজু, আঙুঠি আদি অলঙ্কাৰৰ ব্যৱহাৰ, মনসা পূজা আৰু সিজু গছৰ দ্বাৰা শিশু তথা মাতৃমঙ্গল, নানা ভূত-প্ৰেত-ডাইনী, বীৰা-যখিনী আৰু ৰোগ-তাপৰ জৰাফুকা মন্ত্ৰ, শিৱ আৰু পাৰ্ব্বতীৰ পূজা-সেৱা, যাদুবিদ্যা, মোহিনী বিদ্যা, শাও-শপনি, আশীষ-বচন আদিৰ ক্ষেত্ৰত নানাভাৱে বড়ো সমাজৰ বৰঙণি আছে । ম'হখেদা উৎসৱ, দেওধাই-দেওধনিৰ জৰিয়তে মঙ্গল চোৱা, বলি-বিধান, নৃত্য-গীত আদিৰে মঙ্গল কামনা কৰা পদ্ধতিবোৰত বড়ো উপাদান আছে ।

গ্ৰন্থ পঞ্জী :-

১। অসমীয়া জন সাহিত্য,-প্ৰফুল্লদত্ত গোস্বামী, ১৯৫৪, দ্বিতীয় সংস্কৰণ ।
২। অসমীয়া ভাষা আৰু সংস্কৃতি,-বিৰিঞ্চিকুমাৰ বৰুৱা, ১৯৫৭ ।
৩। অসমৰ লোক-সংস্কৃতি,-বিৰিঞ্চি কুমাৰ বৰুৱা, ১৯৬১ ।
৪। অসমৰ জনজাতি,-প্ৰমোদচন্দ্ৰ ভট্টাচাৰ্য্য সম্পাদিত, ১৯৬২, অসম সাহিত্য সভা ।
৫। এই গাওঁ এই গীত,-হেম বৰুৱা, ১৯৬১ ।
৬। পুৰণি কামৰূপৰ ধৰ্ম্মৰ ধাৰা,-বাণীকান্ত কাকতি, ১৯৫২, ।
৭। বড়ো কছাৰীৰ সমাজ আৰু সংস্কৃতি,-ভবেন্দ্ৰ নাৰ্জ্জী, ১৯৬৬, ।
৮। বড়ো কছাৰীৰ জন সাহিত্য,-ভবেন্দ্ৰ নাৰ্জ্জী, ১৯৫৭ ।

1. Chatterji, S. K., —Kirata-Jana Kriti, 1951, Calcutta.
2. Goswami P., —Ballads and Tales of Assam, 1960, Gauhati.
3. Kakati, B.—Assamese,- Its Formation and Development, 1941, Gauhati.
4. Bagchi, P. C. Edited,—Pre-Aryan and Pre-Dravidian in India, 1929, Calcutta University.

# অসমীয়া ভাষাৰ উচ্চাৰণৰ সমস্যা

—বিশ্বেশ্বৰ হাজৰিকা

কোনো এটা ভাষাৰ উচ্চাৰণ মানে কি ? Dictionary of Linguistics ৰ মতে "The formation of sounds by the vocal organs of speech required for pronouncing distinct sounds." (P. 18).

উচ্চাৰণ কৰিবলগীয়া এই বিশিষ্ট ধ্বনি ( distinct sound ) হৈছে "A single speech-sound or a group of similar or related speech-sounds which function analogously in a given language and are usually represented in writing by the same letter (with or without diacritic marks to indicate the differences). Bloomfield calls the phoneme "a minimum unit of distinctive sound-feature." It may be defined also as "a minimum tumdle of relevant sound-features." (Ibid P. 167).

এটা ভাষাৰ উচ্চাৰণৰ ভিত্তি এই বিশিষ্ট ধ্বনিবোৰ। কিন্তু এটা ভাষাৰ বিশিষ্ট ধ্বনি আন এটা ভাষাত বিশিষ্ট নহ'ব পাৰে। ইয়াক প্ৰমাণ কৰি চাবলৈ একে পৰিবেশত সেই ধ্বনিটো আনটো ধ্বনিৰে সৈতে সলনি কৰি চাব লাগে। সলনি কৰিলে যদি বেলেগ অৰ্থ ওলায় তেনেহ'লে ধ্বনি দুটা বিশিষ্ট আৰু নোলালে অবিশিষ্ট। এতিয়া ধৰা হওক ক আৰু খ এই দুটা ধ্বনি ইংৰাজীত বিশিষ্ট হয়নে নহয়, পৰীক্ষা কৰিব লাগে। —ill পৰিবেশত আমি k আৰু kh এই দুটা ধ্বনি ললোঁ। ফলত kill আৰু khill এই শব্দ দুটা পালোঁ। কিন্তু দুয়োটা শব্দৰ উচ্চাৰণ একে হ'ব ; কাৰণ ইংৰাজী ভাষাৰ k ৰ উচ্চাৰণ আমাৰ ক আৰু খ ৰ মাজত হোৱা উচ্চাৰণৰ নিচিনা হ'ব। ফলত জোঁটনিৰ পাৰ্থক্য হলেও অৰ্থ একেই থাকিব ; কিন্তু অসমীয়া ভাষাত একে পৰিবেশত ক আৰু খ ধ্বনি ললে আমি কাল আৰু খাল এই দুটা শব্দ পাম।



দুয়োটা শব্দৰে অৰ্থ বেলেগ। এতেকে ইংৰাজী ভাষাত ক আৰু খ বিশিষ্ট ধ্বনি নহয়, অসমীয়া ভাষাত হয়।

এনে বিশিষ্ট ধ্বনিকেই ভাষা-বিজ্ঞানত ধ্বনিম (Phoneme) বোলা হয়। অসমীয়া ভাষাত এনে ধ্বনিম ৩১ টা। ইয়াৰ ৮ টা স্বৰ আৰু ২৩ টা ব্যঞ্জন। স্বৰ ধ্বনিম বোৰ হ'ল ই, এ', এ, আ, অ, অ', ও, উ। ব্যঞ্জন ধ্বনিবোৰ প ফ ব ভ ত থ দ ধ ক খ গ ঘ চ* জ* স* হ ম ন ঙ ল ৰ ৱ য়। ( * ডঃ গোলোক চন্দ্ৰ গোস্বামীয়ে 'অসমীয়া বৰ্ণ প্ৰকাশ'ৰ ২ পৃষ্ঠাত এই তিনিটা ধ্বনিমক ম, য, ষ আখৰেৰে লিখিছে : আমি তেখেতৰ সৈতে একমত নহয় ; কাৰণ, "এটা বৰ্ণৰ উপধ্বনিবোৰৰ অৱস্থান বিশ্লেষণত যিটোৰ বহু প্ৰয়োগ দেখা যায় সেই উপ-ধ্বনিটোৰ চিহ্নকে বৰ্ণটোৰ চিহ্ন বা বৰ্ণ লিপি বুলি গ্ৰহণ কৰা হয়।" —ধ্বনিবিজ্ঞানৰ ভূমিকা, পৃঃ ১৬১। অসমীয়া ভাষাত S Z X ৰ উচ্চাৰণ বুজাবলৈ চ জ স আখৰৰহে বেচি প্ৰয়োগ হয় বুলি এই লিখকৰ বিশ্বাস।)

কিন্তু সমস্যা হ'ল এই ৩১ টা ধ্বনিম বুজাবৰ বাবে ৫২ টা আখৰৰ ব্যৱহাৰ হয়। ত থ দ ধ চ জ স হ ন ঙ ৰ এই ১১টা ব্যঞ্জন ধ্বনিম বুজাবলৈ ৎ ট ঠ ড ঢ ণ ছ য ঝ* শ ষ ঃ ণ ং ড় এই ১৫ টা আখৰ উপকৰণকৈ ব্যৱহাৰ কৰা হয়। ( *ঝ আচলতে এটা ধ্বনিম। কাৰণ ঝাওঁ (বন) বা ঝাওঁ (ইটা) এই দুটা শব্দৰ উচ্চাৰণ যাওঁ-ৰে (জআওঁ) সৈতে একে নহয়। ইহঁতৰ উচ্চাৰণেই নহয়, অৰ্থবো বিৰোধ আছে। হেমচন্দ্ৰ বৰুৱাই "অসমীয়া ব্যাকৰণ"ৰ ৮ পৃষ্ঠাত ঝ-ৰ উচ্চাৰণ সম্পৰ্কে নিৰ্দ্দেশ দি গৈছে। তদুপৰি নাসিক্য য়ঁ ধ্বনি বুজাবলৈ ঞ আৰু ৰেফযুক্ত হ ধ্বনি বুজাবলৈ ঢ় আখৰৰ প্ৰয়োগ হয়। ইয়াৰ বাহিৰেও খ্য ধ্বনি বুজাবলৈ ক্ষ যুক্তাক্ষৰৰ, জ্য ধ্বনি বুজাবলৈ হ্য-ৰ, গ্যঁ ধ্বনি বুজাবলৈ জ্ঞ যুক্তাক্ষৰৰ প্ৰয়োগ হয়। স্বৰ ধ্বনিমৰ ভিতৰত ই বুজাবলৈ ঈ-ৰ, উ বুজাবলৈ ঊ-ৰ, আৰু ৰি বুজাবলৈ ঋ বা ঌ-ৰ প্ৰয়োগ হয়। অথচ এই ধ্বনিম বুজাবলৈ কোনো আখৰ অসমীয়া ভাষাত নাই।

এতেকে দেখা গ'ল কিছুমান পৰিবেশত কিছুমান আখৰৰ উচ্চাৰণৰ পৰিবৰ্তন ঘটে। কিছুমান আখৰ আকৌ কিছুমান শব্দত বেলেগকৈ

উচ্চাৰিত হয় । কিছুমান ধ্বনিমৰ লিখিত ৰূপ নাই । তলত সেইবোৰ আখৰৰ আলোচনা কৰা হ'ল ।

ক আৰু ষ যোগ হৈ ক্ষ হয় আৰু এই পৰিবেশত ক আৰু খই নিজৰ উচ্চাৰণ হেৰুৱাই খ্য উচ্চাৰণ লাভ কৰে ; যেনে—লক্ষ (ল অ খ য় অ) অক্ষ (অ খ য় অ) ইত্যাদি । ঙ ৰ লগত যোগ হলে গই ঙ উচ্চাৰণ লাভ কৰে ; যেনে—সঙ্গত (স অ ঙ ঙ অ ত), অঙ্গ (অ ঙ ঙ অ) ইত্যাদি ।

(জ ঞ) পৰিবেশত জ-ই গ উচ্চাৰণ লাভ কৰে ; যেনে—যজ্ঞ (জ অ গ য়ঁ অ), আজ্ঞা (আ গ য়ঁ আ) ইত্যাদি ।

(ঞচ, ঞছ, ঞজ, ঞঝ) পৰিবেশত ঞ-ই ন উচ্চাৰণ লাভ কৰে । যেনে—চঞ্চল (চ অ ন চ অ ল), বঞ্চনা (ব অ ন চ অ ন), আঞ্জা (আ ন জ আ) ইত্যাদি ।

অসমীয়া ভাষাত ৰ-ৰ বাদে অন্য আখৰৰ পাচত যোগ হলে য-ই য় উচ্চাৰণ লাভ কৰে ; যেনে--বাক্য (ব আ ক য় অ), সত্য (স অ ত য় অ) ইত্যাদি ; ৰ-ৰ পাচত যোগ হলে নিজৰ উচ্চাৰণ নেৰে; যেনে—আৰ্য্য (আ ৰ জ অ) বা (আ ৰ দ য় অ) ইত্যাদি ;[১] হ-ৰ পিচত হলে হ-ৰ উচ্চাৰণ জ হয় ; যেনে—বাহ্য (ব আ জ য় অ), গুহ্য (গ উ জ য় অ) ইত্যাদি ।

ৰ-ৰ লগত স যোগ নহয় ।

ল-ৰ লগত ৱ যোগ হলে ৱ-ই ল উচ্চাৰণ লাভ কৰে ; যেনে-- বিল্ব (ব ই ল ল অ) ।

উনৈশৰ পৰা পঞ্চাশলৈ সংখ্যাবোৰৰ আৰু কিছুমান অনা অসমীয়া অথচ অসমত প্ৰচলিত নামবাচক শব্দত শ-ৰ উচ্চাৰণ চ । শৰ চ-ৰ লগত যোগ হলে শ-ৰ উচ্চাৰণ চ হয় ; যেনে—পুনশ্চ (প উ ন অ চ চ অ) । য়, ৰ, ল, ৱ-ৰ লগত যোগ হলে শ-ৰ উচ্চাৰণ চ হয় ; যেনে—শ্যাম (চ য় আ ম), শ্ৰী (চ ৰ ই), বিশ্ব (ব ই চ চ অ) ইত্যাদি ।

---

১ অসমীয়া বৰ্ণ প্ৰকাশ, পৃঃ ৫৯, ডঃ গোলোক চন্দ্ৰ গোস্বামী ।



যুক্ত আখৰৰ আগত যোগ হলে ষ-ৰ উচ্চাৰণ চ ; যেনে—নিষ্কৰ (ন ই চ ক অ ৰ), নিষ্পাপ (ন ই চ প আ প) ইত্যাদি ।

যুক্ত আখৰৰ আগত বা পাচত যোগ হলে স-ৰ উচ্চাৰণ চ ; যেনে—তস্কৰ (ত অ চ ক অ ৰ), নিষ্পাপ (ই চ প আ প) ইত্যাদি । ৎ-ৰ পাচতো স-ৰ উচ্চাৰণ চ ; যেনে—বৎস (ব অ ত চ অ), চিকিৎসা (চ ই ক ই ত চ আ) ইত্যাদি ।

তেল, বেল, শেল আদি শব্দৰ এ লিখিবলৈ কোনো আখৰ অসমীয়া ভাষাত নাই । সম্প্ৰতি এ বা ে-কাৰৰ সহায়তেই ইয়াক লিখা হয় । বঙলা ভাষাত অ্যা আদি লিখাৰ নিয়ম কৰিছে ; কিন্তু অসমীয়া ভাষাত সেই নিয়ম অচল । কাৰণ ঐতিহাসিক ভাষা বিজ্ঞানে দেখুৱাই দিছে যে অ্যা ধ্বনিৰ উচ্চাৰণ (ই আ বা ই য় আ) ; যেনে ব্যাকুল>বিয়াকুল, খ্যাতি>খিয়াতি, ধ্যান>ধিয়ান, ব্যাস>বিয়াহ (ওজা), ব্যামোহ> বিয়ামোহ ।° ডঃ গোলোক চন্দ্ৰ গোস্বামীয়ে কেশ, দেশ, বেদ আদি শব্দৰ এ-ক এ' লিখি কে'শ, দে'শ, বে'দ (?) কৰি তেল, বেল, শেল-ৰ পৰা বেলেগাবলৈ কৈছে ।[২] এই বিষয়ে চিন্তা কৰিব পাৰি ।

অসমীয়া উচ্চাৰণৰ বাটত প্ৰধান হেঙাৰ হ'ল বঙলা আৰু হিন্দী ভাষাৰ উচ্চাৰণৰ প্ৰভাৱ আৰু তাৰ লগে লগে সংস্কৃত জনা মানুহৰ আকোৰগোজ মনোভাৱ ।

বঙলা, হিন্দী আৰু সংস্কৃত অনুৰাগী সকলে অসমীয়া ভাষাৰ কিছুমান উচ্চাৰণ ভুল বুলি ভাবে । তেওঁলোকে চ-ক ৎচ, ছ-ক ৎচহ, ট-বৰ্গক মূৰ্ধণ্য উচ্চাৰণ, শ, ষ, স-ৰ শ্য উচ্চাৰণ আৰু ব-ক সংস্কৃতীয়া উচ্চাৰণ দিবলৈ বিচাৰে । অথচ তেওঁলোকেই যোগ, সংযোগ, অপযশ আদি শব্দৰ য-ৰ উচ্চাৰণ য়, জ্ঞান, বিজ্ঞান আদি শব্দৰ জ্ঞ-ৰ উচ্চাৰণ (জ ঞ), ৱেদ, ৱিশ্ব, স্বভাৱ আদিৰ ৱ উচ্চাৰণ লিখিবলৈ ইচ্ছুক নহয় । এই সম্পৰ্কত বাৰ্ণাৰ্ড ব্লখ আৰু জৰ্জ ট্ৰেগাৰৰ মতটোৱে তেওঁলোকৰ ভ্ৰান্ত ধাৰণা আঁতৰ কৰিব পাৰে ।[৩]

---

২ অসমীয়া বৰ্ণ প্ৰকাশ, পৃঃ ১২২-পাদটীকা ।

৩ For both practical purposes and Scientific analysis, A LANGUAGE IS THE WAY PEOPLE TALK, NOT THE WAY SOMEONE THINKS THEY OUGHT TO TALK."—Outline of Linguistic Analysis, P. 79.

সেইকাৰণেই অসমীয়া ভাষাৰ উচ্চাৰণ শুদ্ধকৈ কৰিব খোজা সকলে হেমচন্দ্ৰ বৰুৱাৰ অসমীয়া ব্যাকৰণৰ "উচ্চাৰণ সম্বন্ধে বিশেষ কথা" পাঠটো আৰু সত্যনাথ বৰাৰ "বহল ব্যাকৰণ"ৰ "বৰ্ণৰ উচ্চাৰণ" আৰু "যুক্তাক্ষৰৰ উচ্চাৰণ" পাঠ দুটা ভালকৈ পঢ়া উচিত । মাত্ৰ বৰাৰ ব্যাকৰণৰ ১০ পৃষ্ঠাত থকা "জ ঝ-ৰ উচ্চাৰণৰ ভিতৰতো একো প্ৰভেদ নাই, দুয়ো জ-ৰ দৰে উচ্চাৰিত হয়" বোলা কথাষাৰ শুদ্ধ বুলি ধৰা টান । কাৰণ হেমচন্দ্ৰ বৰুৱাই তেখেতৰ ব্যাকৰণৰ ৮ পৃষ্ঠাত স্পষ্টকৈ কৈ গৈছে, "ঝ, ইয়াৰ উচ্চাৰণ আগত জ-থকা হ-ৰ নিচিনা ।" অসমৰ কোনো কোনো অঞ্চলত (উদাহৰণ স্বৰূপে লিখকৰ নিজা অঞ্চলত, অৰ্থাৎ গোলাঘাট মহকুমাৰ বৰপথাৰ মৌজাত) এই উচ্চাৰণ পোৱা যায় ।

এই খেলিমেলিবোৰ আঁতৰাবৰ বাবে অসমীয়া ভাষাৰ উচ্চাৰণ সম্পৰ্কে অধ্যয়নৰ লগে লগে এখন উচ্চাৰণমূলক অভিধান সঙ্কলন কৰিব লাগে । এই অভিধানৰ উচ্চাৰণৰ ভিত্তি হব "গৃহীত উচ্চাৰণ" (Received pronunciation) । গৃহীত উচ্চাৰণ হৈছে এটা ভাষাৰ শব্দবোৰৰ সেই উচ্চাৰণ যি উচ্চাৰণ ইতিমধ্যে ভাষা গোষ্ঠিয়ে গ্ৰহণ কৰিছে । প্ৰত্যেকজনে কৰা উচ্চাৰণৰ যোগফল গৃহীত উচ্চাৰণ নহয় । ইংৰাজী ভাষাৰ গৃহীত উচ্চাৰণ সম্পৰ্কে ফাওলাৰে "Modern English Usage" ত বহলাই কৈ গৈছে ।[8]

উচ্চাৰণমূলক অভিধান ৰচনাৰ আহি Danial Jones ৰ "English Pronuncing Dictionary" হব লাগে । জ'নচে যি ভিত্তিত এই অভিধানৰ উচ্চাৰণ নিৰ্ণয় কৰিছে, যি আদৰ্শ আৰু লক্ষ্য আগত ৰাখি

8 "Received pronunciation is the name given to a system of pronunciation used by only a minority of the people of Britain but heard, since the invention of broadcasting, constantly by almost all of them, ....It is a name coined by Professor Wyld for what was called 'standard English' by Sweet as long ago as 1908......and described by him as a class dialect rather than any local dialect--the language of the educated all over Britain....Wyld's defination was that it is the Pronunciation of the great Public Schools, the Universities and the learned Professions, without local restrictions." Modern English Usage, P. 505.



এই কাৰ্য্যত প্ৰবৃত্ত হৈছে, অসমীয়া উচ্চাৰণমূলক অভিধান প্ৰণেতা সকলেও তেনে ভিত্তি, আদৰ্শ আৰু লক্ষ্য আগত লৈ কাম কৰা উচিত । এই অভিধানৰ Introduction টোৰ কথাখিনি এই সন্দৰ্ভত বিশেষ প্ৰণিধান যোগ্য ।[৫]

গৃহীত উচ্চাৰণ গৰিষ্ঠসংখ্যক লোকৰ উচ্চাৰণ নহবও পাৰে । গৰিষ্ঠসংখ্যক লোকে বুজিলেই হ'ল । জ'নচে কৈছে, "The fact that R P and approximations to it are easily **understood** almost everywhere in the English speaking world does not mean that RP is **used** by a majority of English speaking people. On the contrary, it is used by a rather small minority. There exist countless other ways of pronouncing English, some of them being used by large communities...." (p. xvi)

গৃহীত উচ্চাৰণ ভাল আৰু বাকীবোৰ উচ্চাৰণ বেয়া, গতিকে সংস্কাৰ কৰিব লাগে, এনে ধাৰণা ভুল; তদুপৰি এই উচ্চাৰণ কাৰো

৫ The pronunciation represented in this book is that which I believe to be very usually heard in everyday speech in the families of Southern English people who have been educated at the public schools. This pronunciation is also used (Sometimes with modifications) by those who do not come from Southern England, but who have been educated at these schools. The pronunciation may also be heard, to an extent which is considerable though difficult to specify, from natives of Southern England who have not been educated at these schools. It is probably accurate to say that a majority of Londoners who have had a University education, use either this pronunciation or a pronunciation not differing greatly from it.....

"In day schools local pronunciations donot disappear nearly as readily as in the boarding-schools, because the pupils continually hear the local pronunciations around them. Nevertheless the fact remains that people in every important centre often have opportunities of hearing the above mentioned pronunciations either from people who have had a public school education, or through the constant inter-Communications with London, or through the school teachers, or through broadcasting. For these reasons I think it probable that this form of speech is more widely understood with case in Great Britain than any other form would be. It is often called 'Received pronunciation' (abbreviation RP)., for want of better term. I should like to be understood, however, that RP means merely 'widely understood prcnunciation', and that I do not hold it up as a standard which everyone is recommended to adopt." (P.P. XV-XVI).

ওপৰত জাপি দিয়া উচ্চাৰণো নহয়। সকলোৱে যে বুজে, সেইটোতেই ইয়াৰ সাৰ্থকতা। [৬]

জ'নচৰ অভিধানখনৰ দৰেই অসমীয়া অভিধানখনৰো তলত দিয়া উপযোগিতা কেইটা থাকিব লাগিব ঃ--

"1. This dictionary will, it is hoped, prove useful to anyone who wishes to find out an existing pronunciation of words or proper names which he has seen written but never heard.

2. A study of this pronunciation will help such a student (who speaks with RP.) to realise what sounds he uses when he speaks.

3. A study of RP will bring home to such a student (whose pronunciation differs from RP) the important fact, which is fundamental to all linguistic study, that great variations of pronunciation exist, and are to be expected.

4. Many foreign learners will no doubt consider one form of RP to be a suitable pronunciation to them to acquire, for the practical reasons that it is widely understood in the English-speaking world and that books dealing with it are easily accessible. (P.XVII).

এনে আদৰ্শ আগত ৰাখি অসমীয়া ভাষাত এখন উচ্চাৰণমূলক অভিধান সঙ্কলিত হলে অসমীয়া উচ্চাৰণৰ বিশুদ্ধতা ৰক্ষা কৰা হব। ইয়াৰ বাবে প্ৰাথমিক বিদ্যালয়ৰ পৰা আৰম্ভ কৰি বিশ্ববিদ্যালয় পৰ্য্যায়লৈকে সকলো শিক্ষকৰ সহযোগ লাগিব। ইয়াৰ উপৰিও অসমীয়া ভাষা প্ৰচাৰ কৰোঁতে অনাতাঁৰ কৰ্তৃপক্ষই শুদ্ধ উচ্চাৰণৰ প্ৰতি চকু দিয়া উচিত।

ইয়াৰ বাহিৰেও আৰু কিছুমান সমস্যা অসমীয়া উচ্চাৰণৰ ক্ষেত্ৰত জানিয়েই বা নাজানিয়েই সাঙুৰি লোৱা দেখা গৈছে। সেই সমস্যাবোৰ হৈছে অসমীয়া কোনো কোনো ধ্বনিম-উপধ্বনি আৰু কিছুমান

৬ "I wish also to state that I have no intention of becoming either a reformer of pronunciation or a judge who decides what pronunciations are 'good' and what are 'bad'. My aim is to observe and record accurately, and I do not believe in the feasibility of imposing one particular form of pronunciation on the English speaking world."—English Pronouncing Dictionary, P. XVI, —D, Jones.



বিদেশী ভাষাৰ ধ্বনিমৰ উচ্চাৰণৰ সমস্যা। কোনো বিশেষ পৰিবেশত কোনো ধ্বনিমে বিশেষ একোটা উচ্চাৰণ লাভ কৰে; সেয়ে উপধ্বনি। জ-ৰ উচ্চাৰণ (জ); কিন্তু ইজ্জৎ, বজ্জাত আদি শব্দত ইয়াৰ উচ্চাৰণ (দজ)। চ-ৰ সাধাৰণ উচ্চাৰণ (চ), কিন্তু কোনোৱে উচ্চতা, ইচ্ছা আদি শব্দত ইয়াক (তচ) উচ্চাৰণ কৰে। এইবোৰ জ আৰু চ ধ্বনিমৰ উপধ্বনিহে। উপধ্বনিৰ উচ্চাৰণে অসমীয়া উচ্চাৰণত বিশেষ আহুকালৰ সৃষ্টি কৰিব নোৱাৰে। তদুপৰি এইবোৰ উচ্চাৰণ বিকল্পহে, সকলোৱে নকৰে।

সেইদৰে বিদেশী ভাষাৰ ধ্বনিমৰ উচ্চাৰণে অসমীয়া উচ্চাৰণত আহুকালৰ সৃষ্টি কৰা উচিত নহয়। কাৰণ, অসমীয়া উচ্চাৰণ-ৰীতি, প্ৰতিষ্ঠিত অসমীয়া মানুহৰ উচ্চাৰণ বৈশিষ্ট্যৰ ওপৰতহে। সেই ভাষা শিকোঁতে আমি সেইবোৰ ধ্বনিম শুদ্ধকৈ উচ্চাৰণ কৰিবলৈ শিকিব লাগিব। উদাহৰণ স্বৰূপে ইংৰাজী ভাষা শিকিলে ইয়াৰ ১৫ টা স্বৰ ধ্বনিমৰ শুদ্ধ উচ্চাৰণ অভ্যাস কৰি শিকি লব লাগিব। কিন্তু অসমীয়া ভাষাৰ ৮ টা স্বৰ ধ্বনিমৰ লগত সেই ১৫ টা ধ্বনিম যোগ কৰি অসমীয়াত ২৩ টা স্বৰ ধ্বনিম তৈয়াৰ কৰাৰ কোনো অৰ্থ নাই। সেইদৰে ইংৰাজী ভাষাৰ বা অন্যান্য ভাষাৰ আটাইবোৰ উচ্চাৰণ অসমীয়া ভাষাত সুমুৱাই লব লাগিলে অসমীয়া ভাষাত কেইবা হাজাৰো ধ্বনিম হবগৈ আৰু সেই ধ্বনিম বুজাবলৈ ব্যৱহাৰ কৰা আখৰে চীন ভাষাৰ আখৰৰ সংখ্যাকো চেৰাই যাবগৈ। কোনো ভাষাতেই নিজা ধ্বনিমৰ বাহিৰে আন ভাষাৰ ধ্বনিমৰ বাবে ঠাই ৰখা নহয়। যিমান দূৰ সম্ভৱ শুদ্ধকৈ ধ্বনিমটো কবলৈ চেষ্টা কৰা হয়। ইয়াক সদায় ওচৰা ওচৰি ধ্বনিমৰ চিনেৰেহে বুজোৱা হয়, অৱশ্যে যদি যথাযথ ধ্বনিম বুজোৱা আখৰ নাথাকে। উদাহৰণ স্বৰূপে এই ক্ষেত্ৰত ইংৰাজী ভাষাত অনুসৰণ কৰা নীতিলৈ আঙুলিয়াব পাৰি। [৭]

৭ "Words borrowed from abroad soon get assimilated to an English style of pronunciation either by passing through normal English sound changes or because of the influence of the spelling"—The story of Language., P. 262.

এটা ভাষাৰ সকলো ধ্বনিম যে অন্য এটা ভাষাত যথাযথ ভাৱে প্ৰকাশ কৰিব নোৱাৰি এই কথা ফৰাচী আৰু ইংৰাজী ভাষাৰ অভিধান-প্ৰণেতা সকলে বঢ়িয়াকৈ উপলব্ধি কৰিছে। ফৰাচী ভাষাই ইংলণ্ডত ২৫৬ বছৰ ৰাজত্ব কৰিছিল আৰু প্ৰায় ৩ঠৰ শতিকালৈকে ই ইংলণ্ডৰ ভদ্ৰলোকৰ ভাষা আছিল। ইংলণ্ড আৰু ফ্ৰাঞ্চৰ দূৰত্বও বৰ বেছি নহয়। তথাপি এনে অভিধান প্ৰণেতা Gustave Rudler আৰু Norman C Anderson এ যুক্তিসঙ্গত অভিমত দি গৈছে।[৮]

সেই একে সমস্যাৰ সন্মুখীন হোৱা যায় জাৰ্ম্মানী ভাষাৰ শব্দ ইংৰাজীত লিখোঁতে। মনত ৰাখিব লাগিব প্ৰাচীন জাৰ্ম্মানী ভাষাৰ পৰাই ইংৰাজী ভাষাৰো উৎপত্তি হৈছে। অথচ এই ভাষাটোৰ আধুনিক ৰূপৰ লগত ইংৰাজী ভাষাৰ ইমান প্ৰভেদ বাঢ়িল যে যথাযথভাৱে এটা শব্দ ইংৰাজীত লিখিবকে নোৱাৰি।[৯]

একে মূলৰ পৰা উৎপত্তি একেখন বৰ্ণমালাকে ব্যৱহাৰ কৰা, একে মহাদেশৰ আৰু ওচৰাওচৰি ভাষা একোটাৰ ক্ষেত্ৰতে যেতিয়া এটা ভাষাৰ ধ্বনিম এটাক আন এটা ভাষালৈ যথাযথ ভাৱে প্ৰতিনিধিত্ব কৰাব নোৱাৰি ওচৰা ওচৰি ধ্বনিমৰ সহায় লব লগা হৈছে, তেনেস্থলত ইংৰাজী বা তেনে বিদেশী ভাষাৰ ধ্বনিম অসমীয়াত যথাযথ-ভাৱে প্ৰতিনিধিত্ব কৰাব খোজা মনোভাব অকাৰ্য্যকৰী আৰু আবেগিক।

৮ "It must be borne in mind of course that every language has certain sounds for which no exact equivalents exists in any other. This suggested aid to pronunciation therefore must remain rpproximate. The finer distinctions in pronunciation have at times had to be simplified—differentiations in the length certain sounds, for example has not always seen attempted, for this would have caused 'typographical difficulties and would ultimately have led to the creation of too many symbols for our system to have been simple and practical." Collins French-English, English-French Dictionary, P. VI.

৯ It should be pointed out that no system can give the exact sounds of German in terms of English, because there are slight differences in practically all the sounds in question. No English vowel or consonants corresponds exactly to a German vowel or consonant. All that can be done is to give an approximate rendering of the German sounds that will be understood by German speakers." Collins German-English, English-German Dictionary, P.P. VII —J. M. Clark.



এনে ব্যৰ্থ প্ৰচেষ্টাৰ দ্বাৰা অসমীয়া ভাষাৰতো উন্নতি নহয়েই সেই ভাষাৰ উচ্চাৰণো কিমান ভালকৈ আয়ত্ত কৰাব পাৰি সিও সন্দেহৰ বিষয়।

ওপৰৰ আলোচনাৰ পৰা অসমীয়া উচ্চাৰণ সংস্কাৰৰ সম্পৰ্কে আমি এই সিদ্ধান্তলৈ আহিব পাৰোঁ যে অসমীয়া ভাষাৰ উচ্চাৰণৰ ক্ষেত্ৰত সংস্কাৰ কৰিব লগীয়া বিশেষ কোনো ক্ৰুটী নাই আৰু যদি কিবা অলপ আছেও সেইটো কথিত ভাষা এটাৰ ক্ষেত্ৰত খুব স্বাভাৱিক। কিন্তু প্ৰচলিত উচ্চাৰণ ব্যৱস্থাকে যথাযথভাৱে কাৰ্য্যকৰী কৰিবৰ বাবে ব্যৱস্থা গ্ৰহণ কৰা আৱশ্যক। বিদেশী ধ্বনিম অসমীয়া ভাষাত সুমুৱাই লোৱাৰ কোনো কাৰ্য্যকৰী প্ৰয়োজনীয়তা নাই, কাৰণ তেনে কৰাটো সম্ভৱো নহয়। সেই কাৰণে প্ৰচলিত উচ্চাৰণ সৰ্ব্বজনবিদিত কৰিবলৈ আৰু অনা-অসমীয়া বা প্ৰচলিত উচচাৰণ নকৰা লোকৰ জ্ঞাতাৰ্থে উচচাৰণৰ আহি দাঙি ধৰিবলৈ অসমীয়া ভাষাত উচচাৰণমূলক অভিধান এখন সঙ্কলিত হ'ব লাগে। প্ৰাথমিক পৰ্য্যায়ৰ পৰা বিশ্ববিদ্যালয় পৰ্য্যায়লৈ সকলো শিক্ষকে প্ৰচলিত উচচাৰণৰ শিক্ষা দিয়াত সহযোগ কৰিব লাগে আৰু অনাতাঁৰ কেন্দ্ৰয়ো সক্ৰিয় সহযোগ আগবঢ়াব লাগে।

গ্ৰন্থপঞ্জী :—

১ অসমীয়া ব্যাকৰণ-হেমচন্দ্ৰ বৰুৱা, ১৯৬৮
২ বহল ব্যাকৰণ-সত্য নাথ বৰা, ১৯৬৯
৩ ধ্বনি-বিজ্ঞানৰ ভূমিকা-ডঃ গোলোক চন্দ্ৰ গোস্বামী-১৯৬৬,
৪ অসমীয়া বৰ্ণপ্ৰকাশ-ডঃ গোলোক চন্দ্ৰ গোস্বামী-১৯৬৯,
৫ Dictionary of Linguistics—Mario A. Peina d Frank Gainor, 1965.
৬ English Pronouncing Dictionary—Danial Jones, 1964.
৭ Collins German-English, English-German Dictionary, J. M. Clark 1960.
৮ Collins French English,-English Frence Dictionary—Gustave Rudoar Norman C. Anderson, 1961.
৯ Modern English usage—H. W. Fowner, 1965.
১০ Outline of Linguistic Analysis—Barnard Block and George L. Trager, 1942.
১১ The story of Language—C. L. Barer 1964.
১২ Assamese : Its formation and Development —Dr. B. Kakati, 1962.

# 'ৰীতিৰাত্মা কাব্যস্য'

প্ৰিয়াংশু প্ৰবল উপাধ্যায়

'ৰীতিৰাত্মা কাব্যস্য' কথাষাৰৰ অৰ্থ হ'ল, ৰীতিয়েই কাব্যৰ আত্মা বা প্ৰাণ। কাব্য, নাটক প্ৰভৃতি পঢ়িলে, শুনিলে বা দৰ্শন কৰিলে আমাৰ মনত যে এটা আনন্দৰ সঞ্চাৰ হয় ই আমাৰ প্ৰত্যেকৰ নিজা অনুভৱ-সিদ্ধ কথা।

এতিয়া, এই কাব্য বস্তুটো নো কি--যিয়ে আমাৰ মনত ইমান আনন্দ দিয়ে তাৰ অনুসন্ধান কৰিবলৈ গ'লে দেখা যায় যে ই অৰ্থসমন্বিত কিছুমান পদৰ সমষ্টি। অৰ্থবোধক এই পদবিলাক একেলগে মিলিত হৈ মনৰ ভাৱক বাক্যবদ্বাৰা সম্পূৰ্ণভাৱে প্ৰকাশ কৰে। ভাষাৰ সহায়েৰেই অন্তৰৰ ভাৱক সাধাৰণতে প্ৰকাশ কৰা হয় আৰু অৰ্থপূৰ্ণ পদৰদ্বাৰাই হয় ভাষাৰ সৃষ্টি। কাব্যতো বাচক শব্দ আৰু বাচ্য অৰ্থৰ ৰূপহে প্ৰকাশিত। সেইবাবেই প্ৰাচীন আলঙ্কাৰিক আচাৰ্য্য ভামহে 'শব্দাৰ্থৌ সহিতৌ কাব্যম্'[1] বুলি কাব্যৰ লক্ষণ নিৰ্দ্দেশ কৰিছে। ৰাজশেখৰে তেওঁৰ 'কাব্যমীমাংসা' গ্ৰন্থৰ কাব্যপুৰুষোৎপত্তি অংশত কাব্যক অবয়ৱধাৰী মানুহৰ লগত তুলনা কৰি কৈছে--'অহো শ্লাঘনীয়োঽসি। শব্দাৰ্থৌ তে শৰীৰং,[2] সংস্কৃতং মুখং, প্ৰাকৃতং বাহুঃ--' ইত্যাদি। কাব্যাদৰ্শ গ্ৰন্থৰ প্ৰণেতা আচাৰ্য্য দণ্ডীয়ে কৈছে--'শৰীৰং তাবদিষ্টাৰ্থ-ব্যৱচ্ছিন্না পদাৱলী'[3]--অৰ্থাৎ পাঠক, শ্ৰোতা বা সামাজিকৰ অন্তৰৰ ঈপ্সিত পৰম আনন্দজনক অৰ্থ বা বিষয়ৰ প্ৰকাশক পদসমূহ হৈছে

১ কাব্যালঙ্কাৰ—১।১৬

২ কাব্যমীমাংসা—১।৩

৩ কাব্যাদৰ্শ—১।১০



কাব্যৰ শৰীৰ। তেনেহলে এইটো কব পাৰি যে শব্দ আৰু অৰ্থক অৱলম্বন কৰি কাব্যশৰীৰৰ উৎপত্তি আৰু শব্দ আৰু অৰ্থৰ সন্মিলিত ৰূপেই হৈছে কাব্য।

এতিয়া স্বভাৱতেই প্ৰশ্ন হয় যে, শব্দ আৰু অৰ্থৰ মিলনৰদ্বাৰাহে যদি কাব্যৰ সৃষ্টি হয়, তেন্তে আমি আমাৰ নিত্যপ্ৰয়োজনীয় সকলো কাম চলাবৰ বাবে যিবোৰ অৰ্থবোধক শব্দ বা পদ ব্যৱহাৰ কৰো, সেইবিলাকোতো কাব্য হৈ পৰিব। অথচ কাব্যনাটকাদিৰ যি সৌন্দৰ্য্যই স্বভাৱতেই আমাৰ মনক আকৃষ্ট কৰে আৰু মনত ইমান আনন্দ দিয়ে দৈনন্দিন কাৰ্য্যসাধক বাক্য ব্যৱহাৰেৰেতো আমাক তেনে আনন্দ দিব নোৱাৰে। তাৰ কাৰণ কি? তাকেই ভাবি চালে দেখা যায়--শব্দ আৰু অৰ্থৰ সহভাৱিতা স্বতঃসিদ্ধ, শব্দ আৰু অৰ্থ দুয়োটা যে অবিচ্ছেদ্য সততে বিদ্যমান তাত কোনো সন্দেহ নাই। কিন্তু শব্দ আৰু অৰ্থৰ এই স্বাভাৱিক মিলনজনিত বাক্যৰপৰা কেতিয়াও কাব্যৰ সৃষ্টি নহয়। প্ৰতিভাসম্পন্ন কৰিকৰ্ম্মৰদ্বাৰা বাচক শব্দ আৰু বাচ্য অৰ্থৰ মাজত এক বিশেষ ধৰণৰ সম্বন্ধ স্থাপিত হয় যাৰ ফলত সেই বিশিষ্ট বাক্য কাব্যৰ মৰ্য্যাদালৈ উন্নীত হয়। শব্দাৰ্থৰ বিশিষ্ট[4] সন্মিলনেই কাব্য বা সাহিত্যৰ বাক্যক সাধাৰণ ব্যৱহৃত বাক্যৰপৰা পৃথক কৰি তোলে। আচাৰ্য্য কুন্তকে তেওঁৰ বক্ৰোক্তিজীৱিত গ্ৰন্থত কৈছে--'ননু চ বাচ্যবাচকসম্বন্ধস্য বিদ্যমানত্বাদেতয়োৰ্ন সাহিত্যবিৰহঃ। সত্যমেতৎ। কিন্তু বিশিষ্ট[5] মেৱেহ সাহিত্যমভিপ্ৰেতম্। কীদৃশম্, বক্ৰতাবিচিত্ৰগুণালঙ্কাৰসম্পদাং পৰস্পৰস্পৰ্দ্ধাধিৰোহঃ।' কৰিয়ে তেওঁৰ অন্তৰৰ অনুভূতিক বাক্যত প্ৰকাশ কৰে এক বিশেষ ৰচনাভঙ্গীৰ মাজেদি। প্ৰতিভাসম্পন্ন কবিৰ ৰচনাত দেখিবলৈ পোৱা শব্দ আৰু অৰ্থৰ এনে বিশিষ্ট মিলনাত্মক বাক্যতহে অপূৰ্ব্ব চমৎকাৰিত্ব বা সৌন্দৰ্য্যৰ সৃষ্টি হয় আৰু সৌন্দৰ্য্য-ৰসপিপাসু সহৃদয় সামাজিকৰ চিত্তক সি অলৌকিক আনন্দাস্বাদানত

৪ 'The meaning of words is inseperably conveyed by their sound; but in addition to this, the sound of words can be made significant on its own account.' Principle of Literary Criticism, Prof. Abercrombi.

৫ বক্ৰোক্তিজীৱিত—১।৭

নিমজ্জিত কৰি ৰাখে। কবিৰ তেনে বাক্যত যি সৌন্দৰ্য্যৰ সৃষ্টি হয়, সেই সৌন্দৰ্য্যক বাক্যৰপৰা বিচ্ছিন্ন কৰি দেখুৱা একেবাৰে অসম্ভৱ।

ওপৰোক্ত আলোচনাৰপৰা দেখা গ'ল যে শব্দ আৰু অৰ্থ কাব্যৰ শৰীৰ আৰু কবিকৰ্ম্মত শব্দ আৰু অৰ্থ সমভাৱে সন্মিলিত হৈ এক অনবদ্য সৌন্দৰ্য্যৰ সৃষ্টি কৰে। উক্ত আলোচনাৰপৰা ইয়ো সুপৰিস্ফুট হৈছে যে, শব্দ আৰু অৰ্থ কাব্যৰ অৱয়ৱ আৰু এই বিষয়ে ভাৰতীয় আলঙ্কাৰিকসকল একমত। কিন্তু কবিকৰ্ম্মৰদ্বাৰা সেই শব্দাৰ্থৰূপ দেহ যে প্ৰাণৱন্ত হৈ আপোন সৌন্দৰ্য্যৰদ্বাৰা সহৃদয় ব্যক্তিৰ চিত্ত আকৃষ্ট কৰে, সেই চিত্তাকৰ্ষক সৌন্দৰ্য্য সৃষ্টিৰ মূল উপাদাননো কি সেই বিষয়ে আলঙ্কাৰিকসকলৰ মাজত মতৰ পাৰ্থক্য দেখা যায়। প্ৰাণীৰ দেহত আত্মা বা চৈতন্যৰ প্ৰত্যক্ষ প্ৰকাশ থাকিলে তাত যেনেদৰে সৌন্দৰ্য্যৰ প্ৰতীতি হয়, তেনেদৰে শব্দাৰ্থৰূপ অৱয়ৱত যাৰ সম্ভাৱদ্বাৰা সৌন্দৰ্য্যৰ সৃষ্টি হয় অৰ্থাৎ কাব্যক যিয়ে প্ৰাণৱন্ত কৰি তোলে, কাব্যশৰীৰৰ সেই আত্মা বা সাৰভূত বস্তুটোনো কি তাৰ স্বৰূপ নিৰ্ণয় কৰিবৰ কাৰণে আলঙ্কাৰিকসকল সচেষ্ট হৈছে আৰু তেওঁলোকে নিজ নিজ প্ৰজ্ঞালব্ধ তত্ত্ব আবিষ্কাৰ কৰিছে। ৰুষ্যক প্ৰণীত 'অলঙ্কাৰসৰ্ব্বস্ব' গ্ৰন্থৰ টীকাত সমুদ্ৰবন্ধই কৈছে—"ইহ বিশিষ্ট শব্দাৰ্থৌ কাব্যম্। তয়োশ্চ বৈশিষ্ট্যং ধৰ্ম্মমুখেন, ব্যাপাৰমুখেন, ব্যঙ্গ্যমুখেন বা ইতি ত্ৰয়ঃ পক্ষাঃ।"—শব্দাৰ্থৰ বিশিষ্ট মিলন হৈছে কাব্য। আলঙ্কাৰিকসকলৰ কোনো কোনোৰ মতে লৌকিক ব্যৱহৃত শব্দাৰ্থতকৈ কাব্যত ব্যৱহৃত শব্দাৰ্থত আন এবিধ ধৰ্ম্ম থকাৰ কাৰণে; কোনো কোনোৰ মতে কাব্যত ব্যৱহৃত শব্দাৰ্থৰ লোকব্যৱহৃত শব্দাৰ্থতকৈ কিছুমান অসাধাৰণ শক্তি থকাৰ কাৰণে; আৰু কোনো কোনোৰ মতে কাব্যত ব্যৱহৃত শব্দৰ বাচ্য বা লক্ষ্য অৰ্থৰ অতিৰিক্ত যি ব্যঙ্গ্যাৰ্থৰ প্ৰতীতি হয়, সেই ব্যঙ্গ্যাৰ্থ থকা কাৰণে শব্দাৰ্থত সৌন্দৰ্য্য ফুটি উঠে আৰু শব্দাৰ্থ এনে মনোৰঞ্জক হয়। থূলমূলকৈ কবলৈ গ'লে ভাৰতীয় অলঙ্কাৰ শাস্ত্ৰত উক্ত তিনিবিধ বিচাৰ-ধাৰা বিদ্যমান আৰু কাব্যৰ শব্দাৰ্থত সৌন্দৰ্য্য সৃজনৰ উদ্ধৃত কাৰণ তিনিটাৰ ভিতৰত আমাৰ ইয়াত আলোচ্য বিষয়টো প্ৰথম শ্ৰেণীৰ অন্তৰ্ভুক্ত হব। কাৰণ, কাব্যৰ অন্তৰঙ্গ ধৰ্ম্ম শ্লেষ, প্ৰসাদ, সমতা, মাধুৰ্য্য আদি



গুণক অৱলম্বন কৰি যি বিশিষ্ট পদৰচনা সিয়ে ইয়াত ৰীতি সংজ্ঞাত অভিহিত হয়।

আলঙ্কাৰিক আচাৰ্য্য বামনে তেওঁৰ 'কাব্যালঙ্কাৰসূত্ৰবৃত্তি' গ্ৰন্থত কাব্যাত্মাৰ সন্ধান দি কৈছে—'**ৰীতিৰাত্মা কাব্যস্য**'[৬] ৰীতি হৈছে কাব্যৰ আত্মা বা প্ৰাণস্বৰূপ। বামনৰ মতে তেনেহলে কাব্যৰ শব্দাৰ্থত ৰমণীয়ত্ব বা সৌন্দৰ্য্য সৃষ্টিৰ মূল উপাদান হৈছে ৰীতি।

ভাৰতীয় অলঙ্কাৰশাস্ত্ৰৰ ঐতিহাসিকসকলে আচাৰ্য্য বামনৰ সময় খৃষ্টীয় ৭৫০-৮০০ শতিকাৰ মাজত আৰু তেওঁৰ বাসস্থান কাশ্মীৰ বুলি কব খোজে। 'ৰাজতৰঙ্গিনী' গ্ৰন্থৰ প্ৰণেতা কহ্লণে বামনক ৰজা জয়াপীড়ৰ (৭৭৯-৮১৩) অন্যতম মন্ত্ৰী[৭] বুলি উল্লেখ কৰিছে।

বামনে ৰীতিক কাব্যৰ আত্মা নিৰ্দ্ধাৰণ কৰি 'ৰীতি'নো কাক কয় তাৰ নিৰ্দ্দেশ প্ৰসঙ্গত কৈছে—'বিশিষ্টা পদৰচনা ৰীতিঃ।[৮] বিশেষো গুণাত্মা।'[৯] অৰ্থাৎ বিশিষ্ট পদৰচনাই হৈছে ৰীতি আৰু পদৰচনাত এই বৈশিষ্ট্য বা বিশেষত্ব সাধিত হয় শ্লেষ, প্ৰসাদ, সমতা, মাধুৰ্য্য আদি গুণ থকা হেতুকে। কাব্যৰ আত্মা ৰীতি, ৰীতিৰ আত্মা আকৌ কাব্য বা সাহিত্যৰ দহোটা গুণ। অৰ্থাৎ শ্লেষ, প্ৰসাদ, মাধুৰ্য্য, সুকুমাৰতা প্ৰভৃতি গুণবিশিষ্ট পদৰ ৰচনাৰ ৰূপেই হ'ল ৰীতি আৰু ইয়েই হৈছে কাব্যৰ আত্মা। আচাৰ্য্য বামনে শ্লেষ, প্ৰসাদ, মাধুৰ্য্য আদি গুণৰ ভেটিতহে ৰচনাৰীতিৰ সত্তা স্থাপন কৰি সেই ৰীতিক কাব্যৰ আত্মা বুলি প্ৰতিষ্ঠিত কৰিছে। তেনেহলে আচাৰ্য্য বামনৰ মতবাদক সূক্ষ্মভাৱে বিশ্লেষণ কৰি চালে দেখা যায় যে, প্ৰসাদ, সমতা, মাধুৰ্য্য আদি গুণ-বিলাকেই তেওঁৰ মতে পৰোক্ষভাৱে কাব্যৰ আত্মা বুলি বিবেচিত হৈছে। গুণ থকা গতিকে কাব্য হয় সৌন্দৰ্য্যমণ্ডিত। আচাৰ্য্য বামনে এই সৌন্দৰ্য্যক অলঙ্কাৰ[১০] বুলি অভিহিত কৰিছে; অলঙ্কাৰ অৰ্থাৎ সৌন্দৰ্য্য-

---

৬ কাব্যালঙ্কাৰসূত্ৰবৃত্তি—১।২।৬

৭ 'মনোৰথঃ শঙ্খদত্তশ্চটকঃ সন্ধিমাংস্তথা।
বভূবুঃ কবয়স্তস্য বামনাদ্যাশ্চ মন্ত্ৰিণঃ ॥'—ৰাজতৰঙ্গিনী—৪।৪৯৭

৮ কাব্যালঙ্কাৰসূত্ৰবৃত্তি—১।২।৭

৯ ঐ ঐ —১।২।৮

১০ ঐ ঐ —১।১।২—'সৌন্দৰ্য্যমলঙ্কাৰঃ'।

বশতঃ কাব্য সহৃদয় ব্যক্তিৰ হৃদয়গ্ৰাহী হৈ থাকে।[১১] বামনে যি অলঙ্কাৰক সৌন্দৰ্য্য বুলি অভিহিত কৰিছে, সেই অলঙ্কাৰ অনুপ্ৰাস, যমক, উপমা, ৰূপক, উৎপ্ৰেক্ষা আদি শব্দালঙ্কাৰ বা অৰ্থালঙ্কাৰতকৈ ভিন্ন ধৰণৰ, ই তেওঁৰ উক্তিৰপৰাই বুজা যায়। তেওঁ কৈছে--কাব্যত এই অলঙ্কাৰৰূপ সৌন্দৰ্য্যৰ সৃষ্টি হয় 'শ্ৰুতিকটুত্ব', 'চ্যুতসংস্কৃতি,' 'বিধেয়াবিমৰ্শ' আদি দোষবোৰৰ বৰ্জ্জনৰদ্বাৰা; শ্লেষ, প্ৰসাদ, সমতা, মাধুৰ্য্য আদি গুণ আৰু অনুপ্ৰাস, যমক, উপমা, ৰূপক আদি অলঙ্কাৰ-সমূহৰ সন্নিবেশৰ[১২] দ্বাৰা। বামনৰ মতে গুণ আৰু অলঙ্কাৰৰদ্বাৰা সংস্কৃত[১৩] (বিশেষিত) শব্দ আৰু অৰ্থ হে কাব্য। তেওঁৰ মতে অনুপ্ৰাস, যমক, উপমা, উৎপ্ৰেক্ষা আদি অলঙ্কাৰবোৰৰ কাব্যত সৌন্দৰ্য্য সৃষ্টি কৰিবৰ সামৰ্থ্য নাই; এই অলঙ্কাৰবোৰে কাব্যৰ সৌন্দৰ্য্য বঢ়াব[১৪] পাৰে মাথোন। কাব্যৰ শব্দাৰ্থৰ অন্তৰত ধৰ্ম্ম ( attributes ) গুণেই তেওঁৰ মতে কাব্যত সৌন্দৰ্য্য সৃষ্টি কৰে আৰু সিয়েই বাক্য আৰু বাক্যাৰ্থৰ অবিচ্ছেদ্যভাৱে কাব্যত্ব সাধন কৰে। গুণ থাকিলে কাব্যই আত্মলাভ কৰে আৰু তেতিয়াহে কাব্যত অলঙ্কাৰৰ স্থিতি সম্ভৱ হয়। শৌৰ্য্য, বীৰ্য্য, দয়া, দাক্ষিণ্য প্ৰভৃতি গুণবোৰ যে প্ৰাণীশৰীৰত পৰিলক্ষিত হয়, সি শৰীৰৰ ধৰ্ম্ম নহয়, কিন্তু আত্মাৰ ধৰ্ম্ম। কাৰণ মৃতশৰীৰত সেই শৌৰ্য্য, বীৰ্য্য আদি গুণ কেতিয়াও পৰিলক্ষিত নহয়। কাব্যৰ ক্ষেত্ৰতো প্ৰসাদ, মাধুৰ্য্য আদি গুণবিলাক কাব্যৰ আত্মভূত ৰসৰহে ধৰ্ম্ম, শব্দৰ ধৰ্ম্ম নহয়।[১৫] অলঙ্কাৰ প্ৰস্থানৰ আচাৰ্য্য ভামহে কিন্তু কাব্যত গুণ আৰু ৰীতিক প্ৰাধান্য দিয়া নাই। পদসংঘটনাৰূপ একেই ৰীতিৰ 'বৈদৰ্ভী', 'গৌড়ী' আদি ভিন্ ভিন্ নামকৰণো তেওঁৰ মতে

---

১১ কাব্যালঙ্কাৰ সূত্ৰবৃত্তি—১।১।১—'কাব্যংগ্ৰাহ্যমলঙ্কাৰাৎ।'

১২ 'স খলু অলঙ্কাৰঃ দোষহানাৎ গুণালঙ্কাৰাদানাৎচ সম্পাদ্যঃ কবেঃ।'—কাঃ সূঃ বৃ—১।১।৩

১৩ 'কাব্যশব্দোঽয়ং গুণালঙ্কাৰসংস্কৃতয়োঃ শব্দাৰ্থয়োৰ্বৰ্ত্ততে।' কাঃ সূঃ বৃঃ—১।১।১

১৪ 'কাব্যশোভায়াঃ কৰ্ত্তাৰো ধৰ্ম্মা গুণাঃ; তদতিশয়হেতবস্তু অলঙ্কাৰাঃ'
কাঃ সূঃ বৃঃ—৩।১।১-২

১৫ 'যে ৰসস্যাঙ্গিনো ধৰ্ম্মাঃ শৌৰ্য্যাদয় ইবাত্মনঃ।
উৎকৰ্ষহেতবঃ তে স্যুৰচলস্থিতয়ো গুণাঃ॥'—কাব্যপ্ৰকাশ-৮।৮৭



অযৌক্তিক।[১৬] ভামহৰ 'কাব্যালঙ্কাৰ' গ্ৰন্থৰ ব্যাখ্যাতা উদ্ভটে আকৌ গুণ আৰু অলঙ্কাৰৰ মাজত কোনো পাৰ্থক্য আছে বুলি স্বীকাৰ নকৰে। মম্মটভট্টই তেওঁৰ 'কাব্যপ্ৰকাশ' গ্ৰন্থত উদ্ভটৰ এই মতথিনি উল্লেখ কৰি গুণ আৰু অলঙ্কাৰ এই দুয়োটাকে একে স্তৰত লোৱা সঙ্গত নহয় বুলি কৈ গুণ আৰু অলঙ্কাৰৰ[১৭] পাৰ্থক্য দেখুৱাইছে। আচাৰ্য্য আনন্দ-বৰ্দ্ধনেও দেখুৱাইছে যে, মাধুৰ্য্য, ওজঃ প্ৰভৃতি গুণবোৰ শৌৰ্য্য, দয়া, দাক্ষিণ্য আদিৰ নিচিনা অঙ্গী ৰসৰ হে ধৰ্ম্ম। সেই গুণবোৰ কটক, কুণ্ডল আদি অলঙ্কাৰৰদৰে শব্দাৰ্থৰূপ শৰীৰৰ ধৰ্ম্ম নহয়।[১৮] 'মধুৰ শব্দ,' 'মধুৰ অৰ্থ' এনেধৰণৰ যি ব্যৱহাৰ সি গৌণ। আচলতে ৰস হৈছে ব্যঙ্গ আৰু তাৰেই ব্যঞ্জক শব্দাৰ্থত মাধুৰ্য্য, প্ৰসাদ আদি গুণৰ আৰোপ কৰি মধুৰ শব্দ, মধুৰ অৰ্থ এনেভাৱে কোৱা হয়।

আচাৰ্য্য বামনে ৰীতিক কাব্যৰ আত্মা বুলি প্ৰতিপাদন কৰিছে আৰু সেই ৰীতিৰ 'বৈদৰ্ভী', 'গৌড়ী' আৰু 'পাঞ্চালী' এই তিনিবিধ বিভাগ প্ৰদৰ্শন কৰি বৈদৰ্ভী ৰীতিক 'সমগ্ৰগুণা'[১৯] অৰ্থাৎ সৰ্ব্বগুণসম্পন্না বুলি অভিহিত কৰিছে। বামনে কয়--উল্লেখিত ৰীতিবোৰ সেই সেই দেশৰ ৰচনাৰ বিশেষ পদ্ধতি হৈ থকাৰ কাৰণে তেনেধৰণৰ বিভিন্ন নামেৰে অভিহিত হৈ থাকে।[২০] কাব্যৰ এই ৰীতি বা পদসংঘটনা, মাধুৰ্য্য,

---

১৬ '......গতানুগতিকন্যায়াৎ নানাখ্যেয়মমেধসাম্।
ননু চাশ্চকবংশাদি বৈদৰ্ভমিতি কথ্যতে।
কামং তথাহস্তু প্ৰায়েণ সংজ্ঞেচ্ছাতো বিধীয়তে॥' কাব্যালঙ্কাৰ—১।৩২-৩৩

১৭ 'উপকুৰ্ব্বন্তি তংসন্তং যেহঙ্গদ্বাৰেণ জাতুচিৎ।
হাৰাদিবদলঙ্কাৰাস্তে হনুপ্ৰাসোপমাদয়ঃ॥'-কাব্যপ্ৰকাশ ৮।৮৮

১৮ 'তমৰ্থমবলম্বন্তে যেহঙ্গিনং তে গুণাঃ স্মৃতাঃ।
অঙ্গাশ্ৰিতাস্ত্বলঙ্কাৰা মন্তব্যাঃ কটকাদিবৎ॥।'-ধ্বন্যালোক-২।৬

১৯ 'সা ত্ৰেধা বৈদৰ্ভী-গৌড়ী-পাঞ্চালী চেতি।
বিদৰ্ভাদিষু দৃষ্টত্বাৎ তৎসমাখ্যা। সমগ্ৰগুণা বৈদৰ্ভী।'-কাব্যালঙ্কাৰসূত্ৰবৃত্তি-১।২।৯-১১

২০ 'বিদৰ্ভ-গৌড়-পাঞ্চালেষু তত্ৰত্যৈঃ কবিভিঃ
যথাস্বৰূপমুপলব্ধত্বাৎ তৎসমাখ্যা।— কাব্যালঙ্কাৰসত্ৰবৃত্তি—১।২।১০—বৃত্তি।

ওজঃ, প্ৰসাদ আদি গুণক অভিব্যক্ত কৰে। মাধুৰ্য্য গুণৰদ্বাৰা চিত্ত দ্ৰবীভূত হয় আৰু শৃঙ্গাৰ, কৰুণ শান্ত ৰসৰ ক্ষেত্ৰতেই ইয়াৰ সমধিক প্ৰকাশ; ওজোগুণৰদ্বাৰা চিত্ত উদ্দীপ্ত হয়--বীৰ, বীভৎস, ৰৌদ্ৰ আদি ৰসৰ ক্ষেত্ৰতে ইয়াৰ বিশেষ প্ৰকাশ আৰু প্ৰসাদ গুণৰদ্বাৰা চিত্ত বিকশিত হয় আৰু তাৰ প্ৰকাশ হয় সকলো ৰসৰ ক্ষেত্ৰতে।

এইখিনিতে কোৱা আৱশ্যক যে, কাব্যৰ গুণ বাস্তৱিকতে কেইবিধ হব পাৰে এই সম্বন্ধে আলঙ্কাৰিকসকল একমত নহয়। আচাৰ্য্য দণ্ডীয়ে কাব্যৰ দহোটা গুণৰ কথা উল্লেখ কৰি সেই দহোটা গুণেই বৈদৰ্ভী ৰীতিৰ প্ৰাণস্বৰূপ বুলি কৈ গৌড়ীৰীতিত গুণবোৰৰ অভাৱেই প্ৰায় বিদ্যমান বুলি কৈছে আৰু বৈদৰ্ভীৰীতিৰহে শ্ৰেষ্ঠত্ব প্ৰতিপাদন কৰিছে।[২১] বামনৰ 'সমগ্ৰগুণা বৈদৰ্ভী'--উক্তিটো দণ্ডীৰ উক্ত কথাষাৰৰহে যেন প্ৰতিধ্বনি। দণ্ডীয়ে তেওঁৰ 'কাব্যাদৰ্শ' গ্ৰন্থত ৰীতি কথাটো স্পষ্টভাৱে উল্লেখ নকৰিলেও 'মাৰ্গ' আৰু 'বৰ্ত্ম' শব্দৰ ব্যৱহাৰ কৰিছে,--ই ৰীতিৰহে সমপৰ্য্যায়ভুক্ত। আলঙ্কাৰিক ভোজৰাজে কাব্যৰ চৌবিশটা গুণৰ কথা কৈছে। আলঙ্কাৰিক ভামহ, মম্মটভট, আনন্দবৰ্দ্ধন প্ৰভৃতিৰ মতে আকৌ 'মাধুৰ্য্য', 'ওজঃ' আৰু 'প্ৰসাদ' এই তিনিটাহে গুণ[২২]। আন আন গুণবোৰ এই তিনিটাৰহে অন্তৰ্ভুক্ত হৈ পৰে।

আচাৰ্য্য বামনেও দণ্ডীৰ দৰে দশগুণৰ কথা উল্লেখ কৰিছে। বামনে আকৌ শ্লেষ, প্ৰসাদ আদি গুণবোৰ শব্দগত আৰু অৰ্থগত এই উভয়বিধ বুলি প্ৰতিপাদন কৰিছে। আচাৰ্য্য বামনৰ মতে ৰসৰ দীপ্তি[২৩] বা স্পষ্টভাৱে ৰসৰ ব্যঞ্জনা হৈছে 'কান্তি'; 'কান্তি' গুণৰ আধাৰ হৈছে

২১ 'শ্লেষঃ প্ৰসাদঃ সমতা মাধুৰ্য্যং সুকুমাৰতা।
অৰ্থব্যক্তিৰুদাৰত্বম্ ওজঃকান্তিসমাধয়ঃ॥
ইতি বৈদৰ্ভমাৰ্গস্য প্ৰাণা দশগুণাঃ স্মৃতাঃ।
এষাং বিপৰ্য্যয়ঃ প্ৰায়ো দৃশ্যতে গৌড়বৰ্ত্মনি॥' কাব্যাদৰ্শ—১।৪১-৪২

২২ 'ৰাজা ভোজো গুণানাহ বিংশতিং চতুৰশ্চ তান্।
বামনো দশ তান্ বাগ্মী ভট্টশ্ৰীনেৱ ভামহঃ॥' কাব্যপ্ৰকাশটীকা—৮।৯৭

২৩ 'দীপ্তৰসত্বং কান্তিঃ'—কাব্যালঙ্কাৰসূত্ৰবৃত্তি—৩।২।১৪



ৰস। বামনে গুণৰ ভেটিতহে কাব্যৰ ৰীত্যাত্মবাদ স্থাপন কৰিছে। গতিকে ৰীতিৰ আলোচনা প্ৰসঙ্গত ৰীতিৰ লগত অঙ্গাঙ্গিভাৱে সম্বন্ধ থকা গুণৰ কথা স্বভাৱতেই আহি পৰে। কিন্তু স্থানাভাৱ হেতু ইয়াত গুণ সম্বন্ধে বিশেষ আলোচনা সম্ভৱ নহ'ল।

ইতিপূৰ্ব্বে আলোচিত হৈছে যে, বামনে 'ৰীতি'ৰ বৈদৰ্ভী, গৌড়ী আৰু পাঞ্চালী এই তিনিটা বিভাগ প্ৰদৰ্শন কৰিছে। মাধুৰ্য্য গুণৰ ব্যঞ্জক আখৰযুক্ত, সমাসবৰ্জ্জিত নাইবা অতি সামান্য সমাস থকা পদযুক্ত ললিত ৰচনা বা পদসংঘটনাক[২৪] বোলে 'বৈদৰ্ভী' ৰীতি। 'ট'বৰ্গৰ বাহিৰে আন চাৰিটা বৰ্গৰ পঞ্চম বৰ্ণ যদি কোনো যুক্তাক্ষৰৰ প্ৰথমতে থাকে আৰু তাৰ লগত সেই বৰ্গৰ পঞ্চম বৰ্ণৰ বাহিৰে আন কোনো বৰ্ণ সংযুক্ত থাকে, যেনে--ঙ্ক, ঙ্গ, ঞ্জ, ন্ত, ন্দ-ইত্যাদি, অল্পপ্ৰাণ বৰ্ণ অৰ্থাৎ বৰ্গৰ প্ৰথম, তৃতীয় নাইবা পঞ্চম বৰ্ণ আৰু য ৰ ল ৱ এই বৰ্ণবোৰ মাধুৰ্য্য গুণৰ ব্যঞ্জক। মাধুৰ্য্যগুণ বিশেষভাৱে ফুটি উঠে শৃঙ্গাৰ, কৰুণ আৰু শান্ত[২৫] ৰসৰ ক্ষেত্ৰত বৈদৰ্ভী ৰীতি নিবদ্ধ ৰচনাৰ মাজেদি। যেনে--

'এৰি কবিতাৰ
কুসুম কুঞ্জ
বন্ধু তোমাৰ
নললোঁ পাছ,

২৪ 'মাধুৰ্য্যব্যঞ্জকৈৰ্বৰ্ণৈঃ ৰচনা ললিতাত্মিকা।
অল্পবৃত্তিৰবৃত্তিৰ্বা বৈদৰ্ভী ৰীতিৰিষ্যতে॥ -সাহিত্যদৰ্পণ-৯।২

(,,) 'মূৰ্দ্ধ্নি বৰ্গান্ত্যগাঃ স্পৰ্শা অটবৰ্গা ৰণৌ লঘূ। (?)
(,,) 'মূৰ্ধ্নি বৰ্গান্ত্যগাঃ মান্তাঃ শিৰসি নিজবৰ্গান্ত্যযুক্তাঃ।
অবৃত্তিৰ্মধ্যবৃত্তিৰ্বা মাধুৰ্য্যে ঘটনা তথা॥'-কাব্যপ্ৰকাশ-৮।৯৯

(,,) 'অল্পপ্ৰাণাক্ষৰপ্ৰায়া দশপ্ৰাণসমন্বিতা
সমাসৰহিতা স্বল্পৈঃ সমাসৈৰ্বা বিভূষিতা
বিদৰ্ভজনহৃদ্যত্বাৎ সা বৈদৰ্ভীতি কথ্যতে॥' ৰসাৰ্ণবসুধাকৰ-১।২৮-২৯

২৫ 'চিত্তদ্ৰবীভাৱময়ো হ্লাদো মাধুৰ্য্যমুচ্যতে।
সম্ভোগে কৰুণে বিপ্ৰলম্ভে শান্তেঽধিকং ক্ৰমাৎ॥'-সাহিত্যদৰ্পণ-৮।২

গুঞ্জৰি য'ত
মধুপ পুঞ্জ
ভুঞ্জে ভাৰৰ
মাধুৰী-ৰাশ ।

মাতিছিলা তুমি
কত বাৰেবাৰে
যাবলই এবাৰ
কবিতা ভুলি,

নগলো এবাৰো
ৰাগী দি আঁতৰি
কাঁইটৰ সেই
বোকালৈ বুলি ।[২৬]

'ইন্দ্ৰৰ অমৰাৱতী প্ৰমোদ কানন
মৰত ভূমিত চোৱা কিবা শোভা ধৰে :
বন-দেৱী সবে পিন্ধি পুষ্প-আভৰণ
প্ৰকৃতি-ফুলনি মাজে আনন্দে বিহৰে ।
ঋতুৰাজ বসন্তৰ প্ৰিয়সম্ভাষণে
সৌন্দৰ্য্য উপচি পৰে পুষ্প-কাননৰ ;
ফুলৰ সুগন্ধ আনি সান্ধ্য সমীৰণে
বিলাইছে শান্তি-সুধা স্বৰ্গীয় প্ৰেমৰ ।
সুৰগী কুলিয়ে মাতে অপূৰ্ব্ব তানেৰে,
জিলিয়ে বজায় বীণা মিলন সুৰত ;
নীৰৱ প্ৰকৃতি ভেদি ললিত ঝঙ্কাৰে
উঠে তাৰ প্ৰতিধ্বনি কাম্য কাননত ।

২৬ বত্নকান্ত বৰকাকতী : শেৱালি-'স্বৰ্গীয় চন্দ্ৰনাথ শৰ্ম্মা'



শৰতৰ ক্ষীণজ্যোতি পূৰতি জোনৰ,
বিৰিঙ্গে যেতিয়া আহি ফুলৰ খোপাত ;
কি যে মনোমোহা কুঞ্জ দৃশ্য কাননৰ !
পৰাণ বিভোল হয় পবিত্ৰ ভাৰত ।'[২৭]

উক্ত সন্দৰ্ভ দুটিৰ পদসংঘটনা বা ৰচনাত মাধুৰ্য্য গুণৰ ব্যঞ্জক বৰ্ণাৱলী সৰহভাগে সন্নিবিষ্ট হৈ বৈদৰ্ভীৰীতিৰ পৰিচয় দিছে । ওপৰত কোৱা হৈছে যে, বামনৰ মতে বৈদৰ্ভীৰীতি সৰ্ব্বগুণসম্পন্না । কিন্তু আগতে কৈ অহা মতে ইয়াত আমি সকলো গুণৰ কথা আলোচনা কৰিব নোৱাৰা গতিকে বৈদৰ্ভী ৰীতিৰ সকলো গুণ বিশ্লেষণ কৰি ইয়াত দেখুৱাব নোৱাৰিলোঁ । ওপৰত দিয়া সন্দৰ্ভ দুটিৰ প্ৰথমটিত করুণ আৰু দ্বিতীয়টিত শান্ত ৰসৰ ব্যঞ্জনা আছে ।

গৌড়ী ৰীতিত ওজঃ গুণৰ প্ৰকাশ হয় । দীৰ্ঘসমাসযুক্ত, 'ট'বৰ্গৰ পঞ্চম বৰ্গ 'ণ'ৰ বাহিৰে আন চাৰিটা বৰ্ণ (ট, ঠ, ড, ঢ) মহাপ্ৰাণ বৰ্ণ অৰ্থাৎ বৰ্গৰ দ্বিতীয় আৰু চতুৰ্থ বৰ্ণ ; শ, ষ, ৰকাৰযুক্ত বৰ্ণ আৰু অনুপ্ৰাস বেছিকৈ থকা পদবিশিষ্ট গাৰ আঁটিল ৰচনাক গৌড়ী ৰীতি বোলে ।[২৮] যেনে--

'ক্ষীৰ-শ্ৰাৱী সুকণ্ঠৰ মল্লাৰ ধ্বনিত
বাজি উঠে বন-বেণু,
উড়ি ফুৰে ফাকু-ৰেণু,
কৰে নৃত্য-লীলা-ভঙ্গী ফুল্ল ফুলনিত ;

২৭ ৰঘুনাথ চৌধাৰী : বশিষ্ঠাশ্ৰম ।
২৮ 'যোগ আদ্যতৃতীয়াভ্যামন্ত্যয়ো ৰেণ তুল্যয়োঃ ।
টাদিঃ শষৌবৃত্তিদৈৰ্ঘ্যং গুম্ফ উদ্ধত ওজসি ।।'—কাব্যপ্ৰকাশ—৮।৭৯
(,,) 'অতিদীৰ্ঘসমাসযুতা বহুলৈৰ্বৰ্ণৈৰ্যুতা মহাপ্ৰাণৈঃ ।
কঠিনা সা গৌড়ীয়েত্যুক্তা তদ্দেশবুধমনোজ্ঞত্বাৎ ।।' ৰসাৰ্ণৱসুধাকৰ—১।২৩৯
(,,) 'নিষ্ঠুৰাক্ষৰবিন্যাসা দীৰ্ঘবৃত্তিৰ্যুতৌজসা ।
গৌড়ী ভবেদনুপ্ৰাসবহুলা বা—।।'— অলঙ্কাৰকৌস্তুভ-৯।৩৩৫

উঠিল স্পন্দন গিৰি-শিখৰ-মণিত ।
পল্লৱে পল্লৱে ভৰি উঠে গীতি-ছন্দ ;
কিবা অপৰূপ দৃশ্য,
উদ্বেলিত মহাবিশ্ব,
স্বৰগৰ পৰা আনি অমৃতৰ ভাণ্ড
ঢালি দিছে মৰতত প্ৰেম-মকৰন্দ ।'[২৯]

'উঠক আকৌ মহা-ভৈৰৱৰ বেদিত মহা-ভৈৰৱ তান,
তাণ্ডৱ নৃত্য কৰা মহাদেৱ জাগক সুপ্ত অসম-প্ৰাণ ।
হাতত ত্ৰিশূল ৰুদ্ৰ-অৱতাৰ ককালত ওলমে বাঘৰ ছাল,
সেইহে ৰূপেৰে জগাব পাৰিব তেহে যদি ভাগে টোপনি জাল,
এলাহ ভাগৰ হিংসা কপট সকলোৰে হয় প্ৰলয় আজি,
উঠাহে ভৈৰৱ উঠা এটিবাৰ লগতে উঠক অসম আজি ।'[৩০]

ওপৰত উদ্ধৃত সন্দৰ্ভ দুটাত কম বেছি পৰিমাণে ওজোগুণব্যঞ্জক বৰ্ণযুক্ত পদ থকাত তাৰ মাজত প্ৰথমটি আকৌ অনুপ্ৰাসযুক্ত আৰু সমাসবদ্ধ পদৰ দ্বাৰাই গাঢ় হোৱাত গৌড়ী ৰীতিৰ পৰিচয় দিছে । দ্বিতীয় উদ্ধৃতিটোৰ স্থায়ীভাৱ উৎসাহ হেতুকে বীৰৰসৰ ব্যঞ্জনা আছে—ই ওজোগুণৰ ধৰ্ম্ম । গৌড়ী ৰীতি পদ্যত কৈ গদ্যতহে বেছি পৰিস্ফুট হয় । তেনে গদ্য ৰচনা অসমীয়া সাহিত্যত অতি বিৰল । সংস্কৃত সাহিত্যত বাণভট্টৰ 'কাদম্বৰী', 'হৰ্ষচৰিত', দণ্ডীৰ 'দশকুমাৰচৰিত' আদি গদ্যকাব্যসমূহ ইয়াৰ উৎকৃষ্ট নিদৰ্শন ।

যি ৰচনাত উক্ত দুয়োবিধ অৰ্থাৎ বৈদৰ্ভী আৰু গৌড়ী ৰীতিৰ সংমিশ্ৰণ থাকে, সংযুক্ত বৰ্ণ বেছি নেথাকে এনে পদবিন্যাসক 'পাঞ্চালী' ৰীতি বোলে ।[৩১] যেনে—

২৯ ৰঘুনাথ চৌধাৰী : দহিকতৰা ।
৩০ শ্ৰীবিনন্দচন্দ্ৰ বৰুৱা : শঙ্খধ্বনি—'শ্মশান' ।
৩১ 'যত্ৰোভয়গুণগ্ৰামসন্নিৱেশস্তলাবৃতঃ ।
সা মিশ্ৰা সৈব পাঞ্চালীযুক্তা তদ্দেশজপ্ৰিয়া ॥' ৰসাৰ্ণৱসুধাকৰ—১।২৪০
" 'কথাপ্ৰায়ো হি যত্ৰাৰ্থো মাধুৰ্য্যপ্ৰায়কো গুণঃ ।
ন গাঢ়তা ন শৈথিল্যং সা পাঞ্চালী নিগদ্যতে ॥' অলঙ্কাৰকৌস্তভ—৯।৩৩৪



'যুক্তি বিচাৰ হ'ল যে জঠৰ
এই সীমাতে বহি—
মানৱ জাতিৰ বিজয়স্তম্ভ
গ'ল যে তেনেই জহি ।
জীৱন মথি মথি লভা
জ্ঞান গৰিমাৰ ফল,
ঠেক সীমাতে ঘূৰি ঘূৰি
অন্ধ বিফল হ'ল ।'[৩২]

'ধূলিৰ ধূসৰ দলিচা ওপৰে আহাচোঁ চোঁৱাহি আকাশী-গঙ্গা ;
পূত সলিল সৰোবৰ এটি বেঢ়ি আছে কেনে কানন-জংঘা ।
কাৰ আহ্বাহন বাহু মেলি মেলি পুণ্য সুৰভি শতাৰবিন্দ ;
থৰ লাগি আছে ধ্যানত মগন চাৰিও পাশত বিটপীবৃন্দ ।
দোওৱাঁ পথিক, দোওৱাঁ হে শিৰ, প্ৰণিপাতে পাবা প্ৰাণত শান্তি—
শূন্যে শূন্যে উঠি অহা শুনা শূন্য-গৰ্ভ গভীৰ গানটি ।'[৩৩]

উক্ত সন্দৰ্ভ দুটিৰ ৰচনাৰ পদবিন্যাসত সমাস বা সংযুক্ত বৰ্ণ বিশেষ নথকাত ৰচনা খুব গাঢ় নহয়, খুব শিথিলো নহয় । আৰু উক্ত উদ্ধৃতিত সংমিশ্ৰিতভাৱে মাধুৰ্য্য আৰু ওজঃ গুণৰ ব্যঞ্জনা আছে ।

আচাৰ্য্য বামনে, এইদৰে উক্ত তিনিবিধ ৰীতিক কাব্যৰ আত্মা বুলি মানি লৈ কৈছে যে, ৰেখাসমূহত যিদৰে চিত্ৰৰ প্ৰতিষ্ঠা হয়, সেই একেদৰে উক্ত তিনিবিধ ৰীতিত হয় কাব্যৰ প্ৰতিষ্ঠা ।[৩৪]

৩২ অম্বিকাগিৰি ৰায়চৌধুৰী : মানবাযতন ।
৩৩ পদ্মধৰ চলিহা : ৰবদোৱা ।
৩৪ 'তাসু তিসৃষু ৰীতিষু ৰেখাস্বিব চিত্ৰং, কাব্যং প্ৰতিষ্ঠিতমিতি ।'
—কাব্যালঙ্কাৰসূত্ৰবৃত্তি—১।২।১৩

আচাৰ্য্য বামনৰ পিচত আলঙ্কাৰিকসকলৰ কোনো কোনোৱে 'লাটী' নামৰ আৰু এবিধ ৰীতিক স্বীকাৰ কৰিছে। 'সুকুমাৰ' গুণৰ ব্যঞ্জক লকাৰ আদি কোমল বৰ্ণবিশিষ্ট, অল্পপৰিমিত যুক্তাক্ষৰ থকা লালিত্যপূৰ্ণ পদবিন্যাসক 'লাটী' ৰীতি বোলে আৰু এই ৰীতি প্ৰসাদ গুণৰ ব্যঞ্জক।[৩৫] কোনো কাব্য পঢ়া বা শুনা মাত্ৰকে তাৰ অৰ্থবোধ যিটো গুণ থকাৰ ফলত হয় তাক প্ৰসাদগুণ[৩৬] বোলে। লাটী ৰীতিৰ উদাহৰণ যেনে--

'নীলাকাশ জুৰি শান্ত গধূলি
তৰা ফুলবোৰ সৰে
গছে পাতে পাতে নিয়ঁৰ কণাই
মুকুতাৰ মালা আঁৰে।

*       *       *

গধূলি গোপালে আদৰি আনিলে
নিশাৰ জোনাকী সতে
ৰূপকুঁৱৰীৰ ৰূপালী আঁচল
জোনাকীৰ বাটে বাটে।'[৩৭]

'পৰঁতী তৰাৰ দৰে
কাব্য আকাশৰ,
এবাৰ আলোকি মাথোঁ
সুমেৰু শিখৰ ;
অব্যক্ত বেদনা তুমি
ত্যাগৰ উৰ্ম্মিলা
অসহ্য বেদনা হাঁয়
নীৰৱে ভুগিলঁা।

৩৫ 'শৈথিল্যং যত্র মৃদুভিৰ্বৰ্ণৈৰ্লাদিভিৰুৎকটম্।
সা লাটী স্যাল্লাটজনপ্ৰিয়াহনুপ্ৰাসনিৰ্ভৰা।।' অলঙ্কাৰকৌস্তভ—৯।৩৩৬

৩৬ 'শ্ৰুতিমাত্ৰেণ শব্দাত্তু যেনাৰ্থপ্ৰত্যয়ো ভবেৎ।
সাধাৰণঃ সমগ্ৰাণাং স প্ৰসাদো গুণো মতঃ।।'কাব্যপ্ৰকাশ—৮।১০০৯

৩৭ নলিনীবালা দেৱী : অলকানন্দা।



ত্যাগ মন্ত্ৰ জপিয়ে নে
চিৰ মৌনী হ'লা
সীতা-অশ্ৰু-সাগৰতে
ঢাক খাই ৰ'লা ?'[৩৮]

উক্ত উদ্ধৃতি দুটাই যে প্ৰসাদ গুণৰ ব্যঞ্জক ই পাঠক বা শ্ৰোতাৰ অনুভৱসিদ্ধ।

অগ্নিপুৰাণতো[৩৯] উক্ত চাৰিটা ৰীতিৰ উল্লেখ আছে। আলঙ্কাৰিক ভোজে উক্ত চাৰিটা ৰীতিৰ লগত 'মাগধী' আৰু 'আৱন্তিকা' এই দুটা ৰীতিৰ উল্লেখ কৰিছে। কাব্য-মীমাংসাৰ গ্ৰন্থকাৰ ৰাজশেখৰে ৱামনৰ দৰে তিনিটা ৰীতিৰ কথাকে উল্লেখ কৰিছে। আচাৰ্য্য বাগ্‌ভটে আকৌ গৌৰী আৰু বৈদৰ্ভী এই দুটা ৰীতিহে মাত্ৰ স্বীকাৰ কৰিছে।[৪০]

কোনো কোনো আলঙ্কাৰিকে আকৌ মাধুৰ্য্য, ওজঃ আৰু প্ৰসাদ গুণব্যঞ্জক পদসংঘটনাক ৰীতি বুলি নকৈ 'উপনাগৰিকা' বা 'ললিতা', 'পৰুষা' আৰু 'গ্ৰাম্যা' বা 'কোমলা' বৃত্তি নামেৰে অভিহিত কৰিছে।[৪১] তেওঁলোকে কয় খোজে যে এই বৃত্তিবোৰেই কাব্যৰ শব্দাৰ্থত সৌন্দৰ্য্য সৃষ্টিৰ কাৰণ। কবিৰ বৰ্ণনীয় বিষয় হৈছে 'মসৃণ', 'দীপ্ত' আৰু

৩৮ ৰত্নকান্ত বৰকাকতী : উৰ্ম্মিলা।

৩৯ 'বাগ্‌বিদ্যাসংপ্ৰতিজ্ঞানে ৰীতিঃ সাপি চতুৰ্ব্বিধা।
পাঞ্চালী গৌড়দেশীয়া বৈদৰ্ভী লাটজা তথা।।' ৩৪০।১

৪০ 'দ্বে এব ৰীতী গৌড়ীয়া বৈদৰ্ভী চেতি সাত্তবে।
একা ভূয়ঃসমাসা স্যাদসমস্তপদাহপৰা।।'—বাগ্‌ভটা কাৰ— ৪।১৫১

৪১ 'মাধুৰ্য্যব্যঞ্জকৈৰ্বৰ্ণৈৰুপনাগৰিকেষ্যতে।
ওজঃপ্ৰকাশকৈস্তৈস্তু পৰুষা কোমলা পৰৈঃ।।
কেষাঞ্চিদেতা বৈদৰ্ভীপ্ৰমুখা ৰীতয়ো মতাঃ।।
এতাস্তিস্ৰো বৃত্তয়ঃ, বামনাদীনাং মতে বৈদৰ্ভী-গৌড়ী-পাঞ্চল্যাখ্যা ৰীতয়ো মতাঃ।।'
কাব্যপ্ৰকাশ—৯।১০৮,—১১১

'মধ্যম' এই তিনিবিধ আৰু তাৰ বৰ্ণনাৰ উপযোগী বৃত্তি হৈছে যথাক্ৰমে 'উপনাগৰিকা' বা 'ললিতা', 'পৰুষা' আৰু 'গ্ৰাম্যা' বা 'কোমলা'। এই বৃত্তিসমূহৰ স্বৰূপ অৰ্থাৎ ললিতত্ব, পৰুষত্ব আদি বস্তুনো কি তাক বুজাবলৈ গৈ আলঙ্কাৰিকসকলে কয় যে কবিসকলে এই তিনিটা বৃত্তিৰ ক্ষেত্ৰত বিভিন্ন ধৰণৰ অনুপ্ৰাস অলঙ্কাৰ প্ৰয়োগ কৰিবলৈ ইচ্ছা কৰে। কোনো ৰচনাত একেটা ব্যঞ্জন বৰ্ণৰ আবৃত্তি ( repeatation ) থাকিলে তাক অনুপ্ৰাস বোলে।[৪২] কবিৰ যি পদৰচনাত সৰহ ভাগ মসৃণ বৰ্ণৰ অনুপ্ৰাস থাকে তাক 'উপনাগৰিকা' বৃত্তি; য'ত সৰহ ভাগ পৰুষ অৰ্থাৎ কৰ্কশ ট, ঠ, ড আদি বৰ্ণৰ অনুপ্ৰাস থাকে তাক 'গ্ৰাম্যা' বা 'কোমলা' বৃত্তি কোৱা হয়। এইদৰে বিশ্লেষণ কৰি চালে দেখা যায় যে, এই বৃত্তিবোৰ অনুপ্ৰাস অলঙ্কাৰৰ বাহিৰে আন একো নহয়।[৪৩] গতিকে অলঙ্কাৰৰ বাহিৰে তাৰ স্বতন্ত্ৰ প্ৰাধান্য থাকিব নোৱাৰে। এই কাৰণে কোনো কোনোৱে বৃত্তিৰ পৃথক সত্তা নিৰূপণ কৰিলেও ভামহ প্ৰভৃতি আলঙ্কাৰিকে বৃত্তিৰ কথা উল্লেখকে কৰা নাই।

ইয়াত প্ৰসঙ্গক্ৰমে উল্লেখযোগ্য যে, 'ভাৰতী', 'সাত্বতী' আদি নাট্যৰ বৃত্তিবোৰো কাব্যৰ ৰীতিৰ সমপৰ্য্যায়ৰ। ওপৰোক্ত উপনাগৰিকা, পৰুষা আদি বৃত্তিবোৰে যেনে শব্দক অৱলম্বন কৰে, তেনেদৰে 'ভাৰতী', 'সাত্বতী', 'কৈশিকী' আৰু 'আৰভটী'–এই নাট্যবৃত্তিবোৰে নায়ক নায়িকাদি অৰ্থক (বিষয়ক) অৱলম্বন কৰে। গতিকে সেই নাট্য-বৃত্তিবোৰো উপনাগৰিকা, পৰুষা আদি বৃত্তিৰ দৰে অৰ্থসংঘটনা ৰূপ

(৪২) 'বৰ্ণাবৃত্তিৰনুপ্ৰাসঃ পাদেষু চ পদেষু চ। কাব্যাদৰ্শ—১।৫৫

(৪৩) 'তথাহি অনুপ্ৰাসানামেৱ দীপ্ত-মসৃণ-মধ্যমবৰ্ণনীয়োপযোগি—তয়া পৰুষত্ব-ললিতত্ব-মধ্যমস্বৰূপবিবেচনায় বৰ্গত্ৰয়সম্পাদনাৰ্থং তিস্ৰোহনুপ্ৰাসজাতয়ো বৃত্তয় ইত্যুক্তাঃ,.... পৰুষানুপ্ৰাসা নাগৰিকা। মসৃণানুপ্ৰাসা উপনাগৰিকা, ললিতা। নাগৰিকয়া বিদগ্ধয়া উপমিতেতি কৃত্বা। মধ্যমম্ অকোমলপৰুষমিত্যৰ্থঃ। বৈদগ্ধ্যবিহীনস্বভাবাস্কুমাৰাপৰুষগ্ৰাম্যবনিতাসাদৃশ্যাদিয়ং বৃত্তিঃ গ্ৰাম্যেতি। তত্ৰ তৃতীয়ঃ কোমলানুপ্ৰাস ইতি বৃত্তয়ঃ অনুপ্ৰাসজাতয় এৱ।।' ধ্বন্যালোকলোচন ১।১



ৰীতিৰহে বিশেষ বিশেষ এটা ৰূপ প্ৰকাশ কৰে।[৪৪] সংঘটনা ৰূপ ৰীতি ৰসক অভিব্যক্ত কৰে আৰু ই গুণক[৪৫] আশ্ৰয় কৰিহে থাকে—এই কথা আগতে কোৱা হৈছে। ৰস নথকা ৰীতি কাব্যত গ্ৰহণযোগ্য নহয়; কাৰণ ৰসনিৰপেক্ষ ৰীতিৰ একো চমৎকাৰিত্ব নেথাকে। আচাৰ্য্য আনন্দবৰ্দ্ধনৰ মতে ওপৰোক্ত বৈদৰ্ভী, গৌড়ী আদি ৰীতি; উপনাগৰিকা, গ্ৰাম্যা আদি কাব্যবৃত্তি আৰু ভাৰতী, সাত্বতী আদি নাট্যবৃত্তি সকলোৱে ৰসকেই অভিব্যক্ত কৰে। গতিকে ৰীতি, বৃত্তি প্ৰভৃতিৰ ৰসতেই শেষ পৰিণতি।[৪৬]

ওপৰত ৰীতি সম্বন্ধে সংক্ষিপ্তভাৱে আলোচনা কৰা হ'ল। আলঙ্কাৰিক আচাৰ্য্য বামনে এই ৰীতিকহে কাব্যৰ আত্মা বুলি কৈছে–এই কথা ইতিমধ্যে আমি আলোচনা কৰি আহিছোঁ। পৰৱৰ্ত্তী আলঙ্কাৰিকসকলে কিন্তু ৰীতি কাব্যৰ আত্মা—এই মত মানি লব পৰা নাই। কাৰণ, ৰীত্যাত্মবাদী আলঙ্কাৰিকজনাই পদসংঘটনাৰূপ ৰীতিক কাব্যৰ আত্মা বুলি কৈ, সেই ৰীতিৰ বিভাগ প্ৰদৰ্শন কৰি, একমাত্ৰ বৈদৰ্ভী ৰীতিক সমগ্ৰগুণসম্পন্না বুলি তাৰ উপাদেয়ত্ব আৰু আন ৰীতিবিলাকৰ হেয়ত্বহে প্ৰতিপাদন কৰিছে। মাধুৰ্য্য আদি গুণবিশিষ্ট পদৰচনাৰূপ ৰীতিক কাব্যৰ আত্মা অৰ্থাৎ কাব্যৰ শব্দাৰ্থত সৌন্দৰ্য্য সৃষ্টিৰ মূল উপাদান বুলি কৈ আকৌ কাব্যৰ ক্ষেত্ৰত বৈদৰ্ভীৰ বাহিৰে আন ৰীতি-বিলাকৰ অপ্ৰাধান্য প্ৰতিপাদন কৰা হেতুকে সেই সেই ৰীতিৰে সংঘটিত পদাৱলীৰ কাব্যমৰ্য্যাদা হীন হৈ পৰাত ৰীতিবাদীসকলৰ মত পক্ষপাত-দুষ্ট আৰু আত্মবিৰোধী ( Self Contradictory ) হৈ পৰে।

৪৪ 'শব্দতত্ত্বাশ্ৰয়াঃ কশ্চিদৰ্থতত্ত্বযুজোহপৰাঃ।
বৃত্তয়োহপি প্ৰকাশন্তে জ্ঞাতেহস্মিন কাব্যলক্ষণে।।
অস্মিন্ ব্যঙ্গব্যঞ্জকভাববিবেচনময়ে কাব্যলক্ষণে জ্ঞাতে
বৃত্তি যাঃ কাশ্চিৎপ্ৰসিদ্ধা উপনাগৰিকাদ্যাঃ শব্দতত্ত্বাশ্ৰয়া বৃত্তয়ো
যাশ্চ অৰ্থতত্ত্বসম্বদ্ধাঃ কৈশিক্যাদয়স্তাঃ সম্যক্ৰীতিপদৱীমৱতৰন্তি।' ধ্বন্যালোক ৩।৪৭

৪৫ 'সা সংঘটনা, ৰসাদীন ব্যনক্তি গুণানাশ্ৰিত্য তিষ্ঠন্তীতি।' ধ্বন্যালোক—৩।৫

৪৬ 'ৰীতিহি গুণেষ্বেৱ পৰ্য্যৱসিতা। যদাহ—বিশেষো গুণাত্মা গুণাশ্চ ৰসপৰ্য্যৱসায়িন এৱেতি।' ধ্বন্যালোকলোচন—৩।৪৬

কাব্যপ্ৰকাশকাৰ মম্মটভট্টই সেয়েহে ৰীতিবাদীসকলক কটাক্ষ কৰি কৈছে যে সকলো গুণৰ ব্যঞ্জক একমাত্ৰ বৈদৰ্ভী ৰীতিবদ্ধ বাক্যহে যদি কাব্য হয়, তেনেহলে যি ৰচনাত সকলো গুণ নাই, সেই ধৰণৰ পদসংঘটনাৰ গৌড়ী আৰু পাঞ্চালী ৰীতি কাব্যৰ আত্মা হব কেনেকৈ?[৪৭] অৰ্থাৎ গৌড়ী আৰু পাঞ্চালী ৰীতি সমগ্ৰগুণসম্পন্না নোহোৱাত এই ৰীতিৰে সংঘটিত বাক্যত আত্মাৰ অভাৱহেতুকে সৌন্দৰ্য্যৰ সৃষ্টি নহব আৰু ই কাব্য সংজ্ঞা লাভ কৰিব নোৱাৰিব। অথচ ৰসসমন্বিত ওজঃ-কোমল-কান্ত-পদাৱলী সংঘটনাত সৌন্দৰ্য্যৰ উপলব্ধি কোনো ৰসগ্ৰাহী ব্যক্তিয়ে অস্বীকাৰ কৰিব নোৱাৰে। তাৰ পিচত আকৌ দেশবিশেষৰ নাম অনুসৰি ৰীতিৰ বিভাগ কৰিলে অসংখ্য দেশৰ নাম ধৰি অসংখ্য ৰীতিৰ উল্লেখ কৰিব লাগিব। আৰু এক এক দেশীয় ৰচনাপদ্ধতি যে সেই সেই দেশতেই সীমাবদ্ধ তাকো আমি কব নোৱাৰোঁ।[৪৮]

অকল ইয়েই নহয়, পদসংঘটনা কবিৰ শব্দাৰ্থবিন্যাসৰ এক বিশেষ পদ্ধতি। সেই পদ্ধতিক বৈদৰ্ভী আদি ধৰাবন্ধা কেইটামান ৰচনা-ৰীতিত বান্ধি দিলে কবিৰ আত্মপ্ৰকাশৰ স্বতঃস্ফুৰ্ত স্বচ্ছন্দ আবেগ বাধা-প্ৰাপ্ত হৈ তাত সৌন্দৰ্য্যৰ সৃষ্টি নহব আৰু ই কাব্য আখ্যা লভিব নোৱা-ৰিব। এই পদসংঘটনাৰূপ ৰীতি আকৌ কাব্যৰ শব্দাৰ্থক বিশেষ পদ্ধ-তিৰে সজাই দিয়ে মাথোন, আৰু সেই শব্দাৰ্থ হৈছে কাব্যৰ একান্ত বাহ্য অৱয়ব। গতিকে সেই পদসংঘটনা কেতিয়াও কাব্যৰ অন্তৰাত্মা হব নোৱাৰে।[৪৯] প্ৰত্যেক কবিৰ অন্তৰনুভূতি একে ধৰণৰ হব লাগিব

৪৭ '—কিং সমস্তৈৰ্গুণৈঃ কাব্যস্যাত্মা, উত কতিপয়ৈঃ? যদি সমস্তৈঃ তৎ কথমসমস্তগুণা গৌড়ী পাঞ্চালী চ ৰীতিঃ কাব্যস্যাত্মা। —কাব্যপ্ৰকাশ—৮।৮৮

৪৮ '—এতচ্চ উভয়মপি (মাৰ্গদ্বিতয়ম্) অযুক্তিযুক্তম্। যস্মাদ্দেশভেদনিবন্ধনত্বে ৰীতি-ভেদানাং দেশানাম্ আনন্ত্যাৎ অসংখ্যাত্বং প্ৰসজ্যতে।...ন চ ৰীতীনাম্ উত্তমাধম। মধ্যমত্বভেদেন ত্ৰৈবিধ্যমপি ব্যবস্থাপয়িতুং ন্যায্যম্। তদলমনেন নিঃসাৰবস্তুপৰিমলন-ব্যসনেন ॥—বক্ৰোক্তিজীৱিত

৪৯ 'যত্তুবামনেনোক্ত --'ৰীতিৰাত্মা কাব্যস্যং' ইতি তন্ন, ৰীতেঃ সংঘটনাবিশেষত্বাৎ। সংঘ-টনায়াশ্চ অৱয়বসংস্থানৰূপত্বাৎ, আত্মনশ্চ তদ্‌ভিন্নত্বাৎ।'—সাহিত্যদৰ্পন-পৰিচ্ছেদ-১



বুলি কোনেও কেতিয়াও নিয়ম বান্ধি দিব নোৱাৰে। কাব্যৰ মাজেদি এজন কবিৰ আত্মপ্ৰকাশ আনতকৈ পৃথক হোৱাটোৱেই একান্ত স্বাভা-ৱিক। গতিকে কবিৰ প্ৰকাশভঙ্গীক দুটা বা তিনিটা ৰীতিৰ মাজত সীমাবদ্ধ কৰি ৰাখি থোৱাৰ ধাৰণা কেতিয়াও যুক্তিযুক্ত নহয়। কবিৰ স্বকীয় আবেগময় অনুভূতিৰ স্পন্দন কাব্যৰ শব্দাৰ্থত স্বতঃস্ফুৰিত হৈ থাকে। এই কাৰণে অসাধাৰণ প্ৰতিভাসম্পন্ন কবিৰ ৰচনাত সম্পূৰ্ণ নিজস্ব নতুন ৰচনা পদ্ধতি পৰিলক্ষিত হয়। গতিকে কোনো দেশৰ এজন কবিক কি পদ্ধতি বা ৰীতিৰে কাব্য ৰচনা কৰিব লাগিব তেনে নিয়ম বান্ধি দিয়া সম্ভৱ নহয়। ওপৰত কৰি অহা আলোচনা মতে ইয়াকো আমি বুজি পাইছোঁ যে, শব্দগুণ আৰু অৰ্থগুণক আশ্ৰয় কৰিহে ৰীতিৰ অৱ-স্থিতি--এই ৰীতিয়ে বিভিন্ন গুণকহে ব্যঞ্জিত কৰে। তেনেহলে সেই ৰীতি-কেই কাব্যৰ আত্মা বুলি নিৰ্দ্ধাৰণ কৰিলে কাব্যাত্ম জিজ্ঞাসাৰ সমাধান গুণতেই পৰ্য্যবসিত হ'ল, গুণীৰ সন্ধান ই আমাক নিদিলে। গুণ আৰু গুণী বা অৱয়ৱ আৰু অৱয়ৱীৰ তত্ত্ব বা সংজ্ঞা যে একেই হব নোৱাৰে ই স্বতঃসিদ্ধ কথা। গতিকে বামনৰ ৰীত্যাত্মবাদে পিছৰ যুগত প্ৰতিষ্ঠা লাভ কৰিব পৰা নাই।

ইয়াত এই ৰীতিৰ আলোচনাপ্ৰসঙ্গত পাশ্চাত্য সাহিত্য সমালোচনাৰ ক্ষেত্ৰত যাক Style বোলে তাৰ কথা স্বভাৱতেই মনলৈ আহে। আমি ইতিপূৰ্ব্বে আলোচনা কৰি আহিছোঁ যে, ৰীতিক কাব্যৰ আত্মা বুলি কৈ আচাৰ্য্য বামনে বৈদৰ্ভী, গৌড়ী আদি বিভাগৰদ্বাৰা সেই ৰীতিক সীমিত কৰি দিছে। কিন্তু ইংৰাজী সাহিত্য সমালোচনাৰ ক্ষেত্ৰত এনে ধাৰণা গ্ৰহণযোগ্য নহয়। ৰীতি বুলিলে আমি সাধাৰণতে কাব্যৰ বিশিষ্ট অৱয়ৱ সংস্থানকেই বুজোঁ। শব্দাৰ্থৰ সেই বিশিষ্ট অৱয়ৱ সংস্থান হৈছে কবিৰ এক বিশেষ প্ৰকাশভঙ্গী। কিন্তু ইংৰাজী কথাটোৱে একমাত্ৰ বিশেষ প্ৰকাশভঙ্গীকেই নুবুজায়। কাৰণ কবিৰ বিশিষ্ট ৰচনা-ভঙ্গী কবিৰ স্বকীয় মানস-ব্যক্তিত্বৰো পৰিচয় দিয়ে। ব্যক্তি-মন প্ৰত্যে-

কৰে স্বতন্ত্ৰ আৰু এই কাৰণেই চিন্তাধাৰাৰ পাৰ্থক্য অনুসৰি Style হয় বিভিন্ন। বিভিন্ন কবিৰ বৰ্ণনীয় বিষয়বস্তু একে হলেও কবিৰ ব্যক্তিত্বৰ স্বাতন্ত্ৰ্যৰ কাৰণে প্ৰকাশভঙ্গীও স্বতন্ত্ৰ হয়। বৰ্ণনীয় বিষয়ৰ প্ৰকাশক কবিৰ মানস-ব্যক্তিত্ব প্ৰকাশভঙ্গীৰ লগত অবিচ্ছেদ্যভাৱে জড়িত হৈ থাকে আৰু তাৰেই ফলতে একেই বিষয়কে অৱলম্বন কৰি লিখা দুজন কবিৰ কাব্যই দুটা বিভিন্ন ৰূপ গ্ৰহণ কৰে। কবিৰ এই বাণীভঙ্গী বা প্ৰকাশভঙ্গীৰ মাজেদি বৰ্ণনীয় প্ৰকাশৰ লগতে কবিৰ অজ্ঞাতসাৰেই তেওঁৰ ব্যক্তি-মানসৰো স্বতঃ প্ৰকাশ হৈ থাকে। এই কাৰণে ইংৰাজী সাহিত্য সমালোচনাৰ ক্ষেত্ৰত ' Style is the man '[৫০] কথাষাৰ কোৱা হয়। কাব্যৰ শব্দাৰ্থত্ বৰ্ণনীয় বিষয়, কবিৰ নিজৰ ব্যক্তিত্ব আৰু তেওঁৰ বাণীভঙ্গী এই তিনিটাৰ সামগ্ৰিক প্ৰকাশস্বৰূপে কবিকৰ্ম্মত এক অখণ্ড সৌন্দৰ্য্যৰ সৃষ্টি হয়। কবিৰ ভাব-কল্পনাৰ বাহন হৈছে এই Slyle বা বাণীভঙ্গী। কবিয়ে তেওঁৰ প্ৰকাশভঙ্গীৰদ্বাৰা শব্দাৰ্থযুগলত বৰ্ণনীয়

---

৫০ "What manner is to the individual, style is to the writer. It is right, therefore, to say that 'style is the man', in the same sense, and with the same reservations, as we say 'manners makyth man." For style does not consist in any quality shown in the construction of sentences, or in the choice of words, or even in the use or neglect of characteristic literary methods but it is something distinct apart from these which at the same time affects them each in turn. It is that element of literary composition in which without an manifestation of treatment sufficiently distinct to constitute either the observance or the breach of any literary rule, the writer unconsciously expresses his own temperament, training, or circumstances. It is the bearing which the writer assumes in the presence of the reader".

W. B. Warsfold.—Judgement in Literature.

(,,) Style for 'Longinus' (so, for convenience, we may continue to call the author), is the revelation of the very spirit of a word and of the personality of its author. The saying 'style is the man' takes its origin from 'Longinus'........Style is the man indeed : but the man doing a particular piece of work in a particular kind of moon."

L. Abercrombie. : Principles of Literary Criticism.



বিষয়ৰ ৰূপ দান কৰে আৰু তাৰে ভিতৰতে থাকে এক নিৰ্ব্বিশেষ বা নৈৰ্ব্যক্তিক ( impersonal ) ভাৱ-ব্যঞ্জনা। কবিকৰ্ম্মত কবিৰ প্ৰকাশ-ভঙ্গীৰ মাজেদি বৰ্ণনীয় বিষয়, তেওঁৰ ভাৱ-কল্পনা আৰু তাক প্ৰকাশ কৰাৰ অসামান্য নিপুণতা—এই সকলোৱে এটা সামগ্ৰিক ৰূপ লাভ কৰে। কাব্যনিৰ্ম্মাণকুশলী কবিৰ কাব্যই বৰ্ণনীয় বিষয় প্ৰকাশৰ যথোপ-যুক্ত শব্দৰ সঞ্চয়ন আৰু তাৰ যথাযোগ্য সন্নিবেশৰদ্বাৰা সৃষ্ট হৈ এক অনবদ্য ৰূপ লাভ কৰে। কবি Wordsworth য়ে ক্ষন্তেকৰ কাৰণে আস্বাদন কৰা Daffodil ফুলৰ ৰূপমাধুৰীক নিজৰ ভাৱ-কল্পনাৰসত অভিষিক্ত কৰি নিজৰ প্ৰকাশভঙ্গীৰ মাজেদি এনে এক অনবদ্য ৰূপ দান কৰিছে, যাৰ মাজতে আছে নিৰ্ব্বিশেষ ভাৱ-ব্যঞ্জনা, যাৰ কাৰণে Daffodil ফুল নেদেখা সহৃদয় পাঠক বা শ্ৰোতাৰ মনতো কবিতাটি পঢ়াৰ লগতে বতাহৰ হিন্দোলত হিল্লোলিত Daffodil ফুলৰ সৌন্দৰ্য্য ভাহি উঠে আৰু মনক আনন্দাপ্লুত কৰে—ই আমাৰ অনুভৱসিদ্ধ কথা। ইংৰাজীত Style এটি অন্তৰ্ব্যাপাৰ ; গতিকে এই Style বা প্ৰকাশভঙ্গী কেইটামান নিয়মৰ অধীন হৈ নেথাকে—'অপাৰে কাব্যসংসাৰে কবিৰেব প্ৰজাপতিঃ'। Style বা বাণীভঙ্গীত মানৱ হৃদয়ৰ প্ৰকাশৰ গভীৰতা যিমান বেছি আৰু সামগ্ৰিক হয়, ষ্টাইল হয় সিমানেই উৎকৃষ্ট। এইদৰে আলোচনা কৰি চালে দেখা যায় ইংৰাজী সমালোচনা সাহিত্যৰ এই Style ৰ ধাৰণা ভাৰতীয় অলঙ্কাৰশাস্ত্ৰৰ ৰীতিবাদতকৈ ওখ থাপৰ। এই কাৰণে আধুনিক সাহিত্য সমালোচনাৰ ক্ষেত্ৰত বিশেষকৈ পাশ্চাত্য সাহিত্য সমালোচনা-প্ৰভাৱিত সমালোচকসকলৰ দৃষ্টিত ৰীতিবাদ, বিশেষকৈ আচাৰ্য্য বামনৰ ৰীত্যাত্মবাদ আজি উপেক্ষণীয় হৈ পৰিছে।

এইখিনিতে উল্লেখযোগ্য যে, বামনৰ ৰীত্যাত্মবাদৰ ত্ৰুটি বামনৰ পৰবৰ্ত্তী যুগত ভাৰতীয় আলঙ্কাৰিকসকলৰো দৃষ্টিত ধৰা পৰিছিল আৰু এই কাৰণে পিচৰ যুগত ৰীত্যাত্মবাদে প্ৰতিষ্ঠা লাভ কৰিব পৰা নাই এই কথা আমি ইতিমধ্যে উনুকিয়াই আহিছোঁ। ৰীত্যাত্মবাদী আচাৰ্য্য বামনে সৌন্দৰ্য্যক একমাত্ৰ বাক্যগত অৰ্থাৎ শব্দাৰ্থগত বুলি ধৰি লোৱাৰ ফলতেই কাব্যৰ বহিৰঙ্গ ৰীতিক তেওঁ কাব্যৰ আত্মা বুলি স্থিৰ কৰি লৈছিল গতিকে কাব্যৰ যথাৰ্থ সন্ধান তেওঁ দিব পৰা নাই। পিচৰ যুগৰ আচাৰ্য্য কুন্তকৰ--'কবি স্বভাৱ-ভেদনিবন্ধনত্বেন কাব্যপ্ৰস্থানভেদঃ

সমঞ্জসতাং গাহতে[৫১]—উক্তিত—'Style is the man'— কথাষাৰহে যেন অস্ফুটভাৱে ধ্বনিত হৈ আছে। আচাৰ্য্য কুন্তকৰ মতে যথাৰ্থ কবিসকলৰ প্ৰত্যেকৰেই ৰচনাৰীতিত ৰসাস্বাদনযোগ্যতা আছে। গতিকে সেই কবিকৰ্ম্মৰ হেয়ত্ব বা উপাদেয়ত্ব ৰীতিৰ মানদণ্ডত নিৰ্ণয় কৰা যুক্তিযুক্ত নহয়। সকলো কবিৰ কাব্যত স্বকীয় ভাৱমহিমা অভিব্যক্ত—যিয়ে বিদগ্ধ পাঠক বা শ্ৰোতাজনৰ চিত্তক আনন্দৰসাভিষিক্ত কৰি ৰাখে।[৫২]

যি কি নহওক, বামনৰ এই ৰীত্যাত্মবাদে পিচৰ যুগত প্ৰতিষ্ঠা লাভ কৰিব নোৱাৰিলেও অলঙ্কাৰ-শাস্ত্ৰৰ ক্ৰমবিবৰ্ত্তনৰ ক্ষেত্ৰত তেওঁৰ অৱদান সমূলি উপেক্ষণীয় নহয়। বামনৰ আগলৈকে আলঙ্কাৰিকসকলে শব্দ, অৰ্থ, গুণ, দোষ, অলঙ্কাৰ, ৰীতি আদি কাব্যৰ বাহ্য অৱয়ৱ সম্বন্ধে নিৰ্দ্দেশ দিলেও কাব্যৰ অন্তৰাত্মা সম্বন্ধে একোকে কোৱা নাই। বিশ্লেষণী দৃষ্টিৰে চালে আচাৰ্য্য বামনে যদিও কাব্যাত্মাৰ সঠিক নিৰ্দ্দেশ দিব পৰা নাই, তথাপি ই অনস্বীকাৰ্য্য যে, কাব্যাত্মজিজ্ঞাসাৰ সুৰম্য শুভ্ৰ-সুকুমাৰদৌলৰ অভ্যন্তৰত সুবৰ্ণদীপ প্ৰজ্বলিত কৰি প্ৰাণপ্ৰতিষ্ঠাৰ সন্ধান দিয়ে আচাৰ্য্য বামনেই প্ৰথম। কাব্যাত্মাৰ অনুসন্ধানৰ প্ৰথম পথ প্ৰদৰ্শক তেওঁৰেই।[৫৩] অলঙ্কাৰশাস্ত্ৰাকাশৰ উজ্জ্বল জ্যোতিষ্ক আচাৰ্য্য আনন্দবৰ্দ্ধনে বামনৰ এই ৰীতিবাদক লক্ষ্য কৰি কৈছে যে, আচাৰ্য্য বামনে

---

৫১ বক্ৰোক্তিজীৱিত

৫২ 'তস্মাদেষাং প্ৰত্যেকমস্খলিতস্বপৰিষ্টন্দমহিম্না
তদ্বিদাহ্লাদকাৰিত্বপৰিসমাপ্তেঃ ন কস্যচিৎন্যূনতা।' —বক্ৰোক্তিজীৱিত।

৫৩ 'To Vamana belongs the credit of being the writer on Poetics who, before the Dhvanikara and Anandavardhana gave us a well thought-out and carefully outlined scheme of Poetics, no longer naive or tentative, which in spite of his theoretic defects, is in some respects unique and valuable.

The enquiry as to what is the 'Soul' or essence of the poetry is for the first time definitely posed and systematically worked out by Vamana ; his predecessors, to whom the 'body' of poetry was more important, never having troubled themselves with the question Vamana lays down."

Dr. S. K. De. : History of Poetics.



গুণসংঘটনাত্মক ৰীতিৰ প্ৰাধান্য মানি লোৱাত এনেহে ধাৰণা হয় যেন কাব্যৰ সাৰভূত পদাৰ্থ অৰ্থাৎ অন্তৰাত্মাৰ ঈষৎ অস্ফুটভাৱ তেওঁ দৰ্শন কৰিব পাৰিছিল--যদিও তেওঁ অন্তৰাত্মাক যথাৰ্থভাৱে ধাৰণা কৰিব পৰা নাই আৰু সেই কাৰণেই তাৰ প্ৰকৃত স্বৰূপ নিৰ্দ্দেশ কৰিব পৰা নাই।[৫৪]

মুঠতে কথা হৈছে এই যে, কবিকৰ্ম্মৰ শব্দ, অৰ্থ, ৰস, অলঙ্কাৰ, গুণ, ৰীতি আদিৰ বিচাৰ বিশ্লেষণ কাব্যৰ বহিৰঙ্গ বিচাৰ। আচলতে, অপূৰ্ব্বনিৰ্ম্মাণক্ষমপ্ৰজ্ঞাসম্পন্ন কবিৰ কাব্যই এক নিৰ্ব্বিশেষ অখণ্ড ৰসঘন বাঙ্ময় ৰূপ গ্ৰহণ কৰি আত্মপ্ৰকাশ কৰে। কাব্য হৈছে শব্দাৰ্থৰ মাজেদি কবিৰ ৰসপূৰ্ণ হৃদয়ৰ স্বতঃস্ফূৰ্ত্ত আত্মপ্ৰকাশ। কবিয়ে নিজে তাক কেতিয়াও বিশ্লেষণ কৰি দেখুৱাব নোৱাৰে। ইগিনে আকৌ সাহিত্যৰ ক্ষেত্ৰত অলঙ্কাৰ, গুণ, ৰীতি আদিৰ বিভাগ কাল্পনিক আৰু বিচাৰবিশ্লেষণৰ ক্ষেত্ৰত সেইবিলাকৰ আলোচনাৰ প্ৰয়োজন যদিও অনুভূত হয়, আচলতে কিন্তু সহৃদয়হৃদয় সংবেদনশীল ৰসজ্ঞ সামাজিকৰ ভাৱৰসাৰ্দ্ৰ চিত্ত খণ্ড খণ্ড সকলো বিচাৰৰ সীমা অতিক্ৰম কৰি কাব্যামৃতৰ বেদ্যান্তৰস্পৰ্শশূন্য এক অখণ্ড নিৰ্ব্বিশেষ আনন্দৰ আস্বাদনত নিমজ্জমান হৈ থাকে। এই আনন্দক ব্ৰহ্মাস্বাদসহোদৰ বুলি কোৱা হৈছে। ই একমাত্ৰ নিজৰ হে অনুভৱবেদ্য--'ৰসং হ্যেবায়ং লব্ধা আনন্দীভৱতি[৫৫]।' এইখিনিতে অমৰ কবি কালিদাসৰ--'অখণ্ডং পুণ্যানাং ফলমিব চ তদ্ৰূপমনঘং' কথাষাৰ মনলৈ আহি কবিকল্পনাৰ এক অখণ্ডসৌন্দৰ্য্যময়ী বাঙ্ময়ী মূৰ্ত্তি স্বভাৱতেই অন্তৰত ভাহি উঠে।

'প্ৰকৃতিৰ কল্পনাৰ সৌন্দৰ্য্যৰঞ্জিত।
কবিতা কল্পনাময়ী কবিৰ বাঞ্ছিত॥'

---

৫৪ 'অস্ফুটস্ফুৰিত কাব্যতত্ত্বমেতদ যথোদিতম্।
অশক্নুৱদ্ভিঃ ব্যাকৰ্ত্তুং ৰীতয়ঃ সম্প্ৰৱৰ্ত্তিতাঃ॥'
এতদ্ধ্বনিপ্ৰবৰ্ত্তনেন নিৰ্ণীতং কাব্যতত্ত্বম অস্ফুটস্ফুৰিতং সৎ অশক্নুৱদ্ভিঃ বৈদৰ্ভী গৌড়ী পাঞ্চালী চেতি ৰীতয়ঃ প্ৰৱৰ্ত্তিতাঃ। ৰীতিলক্ষণ বিধায়িনাং হি কাব্যতত্ত্বমেতৎ অস্ফুটতয়া মনাক্স্ফুৰিতমাসীদি ত লক্ষ্যতে।' ধ্বন্যালোক--৩।৪৬

৫৫ তৈত্তিৰীয় উপনিষদ্—৭।৩৪

# উদ্ভট আন্দোলন আৰু অসমীয়া নাটকত ইয়াৰ প্ৰভাৱ

—শৈলেন ভৰালী

কুৰি শতিকাৰ মাজভাগত এটি নতুন সাহিত্যিক আন্দোলনে যথেষ্ঠ প্ৰভাৱ বিস্তাৰ কৰা দেখা গৈছে। এই আন্দোলন ঘাইকৈ সাহিত্যৰ এটি শাখাত অৰ্থাৎ নাটকত গা কৰি উঠিছে যদিও, সাহিত্যৰ আন আন শাখাতো ইয়াৰ প্ৰভাৱ নপৰা নহয় আৰু বিশেষকৈ ইউৰোপীয় সাহিত্য-তেই ই প্ৰসাৰতা লাভ কৰিছে যদিও ভাৰতীয় সাহিত্যতো ইয়াৰ ছিটিকনি নপৰাকৈ থকা নাই। এই নব্য আন্দোলনৰ ফলত উদ্ভৱ হোৱা সাহিত্যক উদ্ভট সাহিত্য আখ্যা দিব পাৰি। অৱশ্যে এতিয়ালৈকে ঘাইকৈ নাট্য আন্দোলন হিচাপে পৰিগণিত হোৱা বাবে নাটকৰ ক্ষেত্ৰতহে এই নামৰ প্ৰয়োগ কৰা দেখা গৈছে। যি কোনো নতুন এক শ্ৰেণীৰ সাহিত্যত পোনতে দেখা দিয়া দুৰ্ব্বোধ্যতা লাহে লাহে নাইকিয়া হৈ জনপ্ৰিয় হবৰ বাবে যথেষ্ঠ সময়ৰ প্ৰয়োজন। উদ্ভট সাহিত্যৰ ক্ষেত্ৰতো এই সূত্ৰৰ ব্যতিক্ৰম হোৱা নাই। প্ৰকৃততে সাহিত্যত আন্দোলনটিয়ে দেখা দিয়ে এই শতিকাৰ আৰম্ভণিতে, দূৰলৈ শিপা মেলে শতিকাৰ মাজভাগত আৰু সম্পূৰ্ণভাৱে স্বীকৃতি পায় সৌ সিদিনা চেমুৱেল বেকেটৰ এই শ্ৰেণীৰ নাট "ওৱেটিং ফৰ গডো"ক নবেল বটা আগবঢ়োৱাত।

গতানুগতিক সাহিত্যৰ গণ্ডীৰ পৰা আঁতৰি গৈ এক সুকীয়া দৃষ্টিভঙ্গী দাঙি ধৰাৰ প্ৰচেষ্টা কৰা হেতুকে এই বিধ সাহিত্যত দুৰ্ব্বোধ্যতাৰ অভিযোগ উঠা তেনেই স্বাভাৱিক। সাহিত্য সৃষ্টিত বিশ্বাস-যোগ্য চৰিত্ৰৰ অৱতাৰণা আৰু সঙ্গতিপূৰ্ণ কাহিনীৰ উপস্থাপন প্ৰথা অতীতৰ পৰা চলি আহিছে। এই পৰম্পৰাগত কাহিনী, চৰিত্ৰ আৰু প্ৰকাশভঙ্গীৰ পৰিৱৰ্ত্তন ঘটালে আপাত দৃষ্টিত অবাস্তৱ যেন লাগিব



পাৰে। কিন্তু মনোবিজ্ঞানৰ গভীৰ চৰ্চ্চাই সাহিত্যত গতানুগতিকতাৰ বান্ধোন ছিঙি এই বৈপ্লৱিক পৰিৱৰ্ত্তন আনিবলৈ বাধ্য কৰিছে। ওপৰুৱা দৃষ্টিত অবাস্তৱ যেন লগা চৰিত্ৰৰ কথা-বতৰা, কাৰ্য্যকলাপ আৰু অভিজ্ঞ-তাৰ সঙ্গতিহীনতাই এই নতুন দৃষ্টিভঙ্গীৰ মূল কথা আৰু দুৰ্ব্বোধ্যতাৰ ঘাই কাৰণ।

কোনো সাহিত্যিক আন্দোলনকেই সম্পূৰ্ণ নতুন বুলি কব নোৱাৰি। ভালদৰে বিশ্লেষণ কৰি চালে দেখা যায় প্ৰত্যেকটো আন্দোলনেই মূৰ দাঙি উঠে পূৰণি কোনো মতবাদক আশ্ৰয় কৰি। ক্লাচিকেল, ৰোমা-ন্টিক আদি আন্দোলনৰ ক্ষেত্ৰতও এই কথা প্ৰযোজ্য। উদ্ভট আন্দো-লনৰ বিষয়ে আলোচনা কৰিলেই পোন প্ৰথমে আমাৰ মনলৈ আহে জাঁ পল ছাৰ্ত্ৰেৰ হাতত প্ৰসাৰতা লাভ কৰা অৱস্থিতিবাদ দৰ্শনৰ কথা। অৱস্থিতিবাদৰ মূল কথা হ'ল—প্ৰতিজন মানুহৰেই একোটি সুকীয়া সত্তা নাইবা নিজস্ব অস্তিত্ব আছে। সেই অনুসাৰে প্ৰতিজন মানুহৰেই অভিজ্ঞতা আৰু চিন্তাধাৰা সুকীয়া। মানুহ কেৱল নিজৰ অস্তিত্ব সম্পৰ্কেহে সজাগ বাবে কোনো সমস্যা সমাধানৰ এটি নিৰ্দ্দিষ্ট সাধাৰণ সূত্ৰ থকাটো সম্ভৱ নহয়। কোনো আদৰ্শৰ বশৱৰ্ত্তী নহৈ স্বাধীন চিন্তাৰে পৰিচালিত হৈ মানুহে নিজ নিজ কৰ্ত্তব্যৰ পথ নাইবা কোনো সমস্যাৰ উপায় নিৰ্ব্বাচন কৰি লোৱাটোৱেই হৈছে অৱস্থিতিবাদৰ ঘাই কথা। গতিকে চেতন আৰু অৱচেতন মনৰ সংঘাতত যি চিন্তা আৰু ক্ৰিয়াৰ সৃষ্টি হয় তাৰ দ্বাৰাহে মানুহ প্ৰকৃততে পৰিচালিত হয় আৰু জীৱনটোক ব্যক্তিগতভাৱে উপলব্ধি কৰাৰ উৎস তাতেই নিহিত থাকে। উদ্ভট সাহিত্য সৃষ্টিত মনোবিশ্লেষণধৰ্ম্মী এই তত্ত্বৰ সৈতে সংযোগ ঘটিল ঘাইকৈ দ্বিতীয় মহাযুদ্ধৰ সময়ৰ পৰা দেখা দিয়া নিৰাশা-বাদ। দ্বিতীয় মহাযুদ্ধই মানুহৰ সকলো ধৰণৰ যুক্তি আৰু বিশ্বাসৰ ওপৰত কুঠাৰাঘাত কৰিলে। এইবোৰৰ ওপৰত মানুহৰ আস্থা নাইকিয়া হ'ল। লেখক সাহিত্যিক সকল অবাক হ'ল—বিশ্বৰ বিভিন্ন কাৰ্য্যত অৰ্থ, যুক্তি আৰু সঙ্গতি বিচাৰি নাপাই। তেওঁলোকে আশ্চৰ্য্য প্ৰকাশ কৰিলে আৰু পূৰ্ব্বস্থাপিত সকলো মূল্যবোধৰ ওপৰত সম্পূৰ্ণভাৱে বিশ্বাস হেৰোৱাত হতাশাৰ ভাব তীব্ৰ হৈ উঠিল।[১] তেওঁলোকে স্থিৰ কৰিলে, যিখন বিশ্বত সঁচাকৈয়ে যুক্তিৰ মাজেৰে অৰ্থপূৰ্ণভাৱে কামবোৰৰ

১ "The plays that we have classed under the label of the theatre of the Absurd, on the other hand, express a sense of shock at the absence, the loss of any such clear and well defined systems of beliefs or values"—Absurd Drama (introduction, Martin Esslin.

সমাধান নহয়, সেইখন বিশ্বৰ বিভিন্ন ক্ষেত্ৰত যুক্তি বিচাৰি যোৱাটো নিৰৰ্থক আৰু সাহিত্যত যুক্তি তৰ্কৰ মাজেৰে গৈ সমস্যাৰ সমাধান ঘটাই এখনি সুস্থিৰ চিত্ৰ দাঙি ধৰাটো অবান্তৰ।

উদ্ভট সাহিত্যৰ লক্ষণ পোনতে দেখা দিয়ে কুৰি শতিকাৰ আৰম্ভণিতে আলজেৰিয়াৰ ফৰাচী লেখক নবেল বটা বিজয়ী ক্যামুৰ ৰচনাত আৰু প্ৰকৃততে এবছাৰ্ড নামটোও ক্যামুৰেই উদ্ভাৱনা। জাঁ পল ছাৰ্ত্ৰেৰ দ্বাৰা প্ৰসাৰিত অৱস্থিতিবাদ দৰ্শনেৰে প্ৰভাৱান্বিত ক্যামুয়ে পোনপ্ৰথমে গতানুগতিকতাৰ পৰা আঁতৰি আহি বিষয়বস্তু আৰু উপস্থাপন ৰীতিত এক নতুন দৃষ্টিভঙ্গীৰ সূচনা কৰে। ক্যামুৰ সৰ্ব্বপৰিচিত 'বহিৰাগত' ( The Out Sider ) উপন্যাসেই ইয়াৰ নিদৰ্শন। উপন্যাসখনৰ নামকৰণে স্পষ্ট ইঙ্গিত দিয়ে যে ইয়াৰ পৰিৱেশ সুকীয়া আৰু নায়কজন আমাৰ গতানুগতিক সামাজিক আৰু পাৰিবাৰিক পৰিৱেশৰ বাহিৰৰ মানুহ। উপাৰ্জ্জনৰ পথ থকা স্বত্বেও নিজ মাতৃক আশ্ৰমত থাকিবলৈ দিয়া, মাতৃৰ মৃত্যুত অকণমানো বিচলিত নোহোৱা আৰু তাৰ ঠিক পাছতেই বান্ধবীৰ সৈতে সাগৰত সাঁতোৰা, বিশেষ কোনো কাৰণ নোহোৱাকৈয়ে এজন আৰৱক হত্যা কৰা, হত্যাকাণ্ডৰ পাছত তেওঁৰ মনত কোনো পৰিবৰ্ত্তন দেখা নিদিয়া আৰু অনুতাপত মুঠেও দগ্ধ নোহোৱা, মোকৰ্দ্দমাত নিজক ৰচাৰৰ বাবে উকীলৰ প্ৰয়োজন বোধ নকৰা, জেল জীৱনৰ অভিজ্ঞতাক চমৎকাৰ হিচাবে লোৱা, মৃত্যুদণ্ডক নিৰ্ব্বিকাৰচিত্তে গ্ৰহণ কৰা, আত্মাৰ শান্তিৰ হকে প্ৰচলিত ধৰ্ম্মীয় প্ৰথা মানিবলৈ অস্বীকাৰ কৰি পুৰোহিতজনক উভতাই পঠোৱা আদি কাৰ্য্য আৰু অভিজ্ঞতা সম্পূৰ্ণ ব্যক্তিগত আৰু গতানুগতিক পৰিৱেশৰ লগত খাপ নোখোৱা। আমাৰ সাধাৰণ সামাজিক দৃষ্টিভঙ্গীৰে বিচাৰ কৰিলে এই কাৰ্য্যকলাপবোৰ অবান্তৰ যেন বোধ হয়। কিন্তু ইয়াৰ নায়ক তথাকথিত সামাজিক গণ্ডীৰ বাহিৰৰ মানুহ। মানৱ হিচাবে চিন্তা আৰু কাৰ্য্যৰ স্বাধীনতা থকা সমাজ এখনৰ তেওঁ প্ৰতিনিধিত্ব কৰিছে। অৱস্থিতিবাদ দৰ্শনৰ মতে প্ৰত্যেক মানুহৰে এই স্বাধীনতা আছে আৰু সেইবাবে এজন মানুহৰ ভাল বেয়া বিচাৰ পদ্ধতি আন এজন মানুহৰ পদ্ধতিৰ সৈতে নিমিলিব পাৰে। 'বাহিৰাগত'ৰ, নায়ক কোনো আদৰ্শৰ দ্বাৰা পৰিচালিত হোৱা নাই, প্ৰচলিত সামাজিক



নীতি নিয়মলৈ তেওঁৰ ভ্ৰূক্ষেপ নাই। চেতন আৰু অৱচেতন মনৰ সংঘাতত যি চিন্তাধাৰাৰ সৃষ্টি হয় তাৰ দ্বাৰাহে তেওঁ পৰিচালিত হৈছে। তেওঁৰ জীৱনৰ অভিজ্ঞতা আৰু সত্য সম্পূৰ্ণ সুকীয়া আৰু সেয়েহে মাতৃবিয়োগতো তেওঁ শোকত অভিভূত হোৱা নাই, বিচাৰালয়ত নিজক নিৰ্দ্দোষী হিচাবে প্ৰমান কৰিবৰ চেষ্টা কৰা নাই। মৃত্যুক বাস্তৱ সত্য হিচাবে আকোৱালি লৈ নিশ্চিন্ত মনে চলিব পাৰিছে। আনকি মৃত্যুদণ্ডৰ হুকুমৰ পাছতো কাৰাগাৰালৈ আহি সেই বিষয়ে সম্পূৰ্ণ উদাসীন হৈ ইয়াৰ সৈতে সম্পৰ্ক নথকা পূৰ্ব্বৰ কিছুমান অসংলগ্ন কথাহে মনলৈ আনিছে আৰু সেইবোৰৰ স্মৃতিৰে কাৰাগাৰৰ জীৱনটো বহুতো বছৰলৈ সুখেৰে অতিবাহিত কৰিব পাৰি বুলি মন্তব্য প্ৰকাশ কৰিব পাৰিছে। পাৰিবাৰিক নাইবা আত্মীয়-স্বজনৰ বান্ধোনৰ বাহিৰত থকা এই নায়কজনৰ ঠিক বিপৰীতধৰ্ম্মী লোক সালামানো। দুইজনৰ আচাৰ ব্যৱহাৰ আৰু ভাৱধাৰাৰ মিল নাই। মাতৃক আঁতৰত ৰাখি মাতৃৰ মৃত্যুত অকণো বিচলিত নোহোৱা লোক মুৰচো' (মুৰচল্ট) অৰ্থাৎ নায়ক, আনহাতে কুকুৰটোক এৰি চলিব নোৱাৰা আৰু কুকুৰটো হেৰোৱাত শোকত তেনেই ম্ৰিয়মান হোৱা লোক সালামানো।

গতিকে ক্যামুৰ উপন্যাসখনিত এজন মানুহৰ ভিন্ন পৰিৱেশ, চিন্তা আৰু অভিজ্ঞতা আৰু সেই একেজন মানুহৰেই বিভিন্ন কাৰ্য্যৰ মাজত দেখা দিয়া অসংলগ্নতাৰ কথা পোৱা গৈছে। গতানুগতিক পদ্ধতিত বিচাৰ কৰিলে এইবোৰৰ যুক্তি বিচাৰি পোৱা টান। উদ্ভট আন্দোলনৰ মূল এইখিনিতে। এইসকল লেখকৰ মতে যুক্তি তৰ্কৰ দ্বাৰা সকলো কামৰ বিচাৰ কৰিবলৈ যোৱাটো অবান্তৰ যিহেতু পৃথিৱীৰ বহু কামৰেই যুক্তি বা অৰ্থ নাই। সেই নিচিনাকৈ মানুহৰ দৈনন্দিন জীৱনৰ বহুতো কথাই বিচ্ছিন্ন, অযুক্তিকৰ আৰু অৰ্থহীন। গতিকে সাহিত্যত সঙ্গতি বিচৰাটো নিৰৰ্থক। ক্যামুৰ পাছত এই শ্ৰেণীৰ লেখকসকলে ভাষা প্ৰয়োগৰ ক্ষেত্ৰতো এই সঙ্গতিহীনতা দেখুৱাবৰ প্ৰয়াস কৰিলে। যিহেতু বিষয় বস্তু আৰু ৰীতিৰ মাজত ওতঃপ্ৰোত সম্বন্ধ আৰু এটাৰ দ্বাৰা আনটো নিৰ্ণিত হয়, গতিকে বিষয়বস্তুৰ লগে লগে প্ৰকাশভঙ্গী আৰু ৰীতিৰ পৰিৱৰ্ত্তন ঘটা আৰু এই ক্ষেত্ৰতো তেনেধৰণৰ বিচ্ছিন্নতা আৰু আপাতদৃষ্টিত অস্বাভাৱিকতা দেখা দিয়াটো স্বাভাৱিক। কোনো

কোনো লেখকে কাৰ্য্যক্ষেত্ৰত দেখা নিদিয়া আদৰ্শাত্মক কথাৰ উপলুঙা কৰিবলৈ এনেধৰণৰ সঙ্গতিহীন আৰু অযুক্তিকৰ সংলাপৰ প্ৰয়োগ কৰিছে। উদাহৰণ স্বৰূপে, চেমুৱেল বেকেটৰ 'ওৱেটিং ফৰ গডো'ত লাকিৰ মুখত দিয়া আতিগুৰি নাইৰা লাগ্‌বান্ধ নথকা সংলাপৰ যোগেৰে দৰ্শন আৰু বিজ্ঞানৰ যুক্তিপূৰ্ণ ভাষাক ইতিকিং কৰা হৈছে। ভাষাৰ এনে ধৰণৰ সমালোচনা এই শ্ৰেণীৰ আন এজন প্ৰখ্যাত নাট্যকাৰ ইউজিন আয়োনাস্কোৰ নাটকত বিশেষভাৱে লক্ষ্য কৰা যায়। চমুকৈ কবলৈ গলে এইচাম লেখকে ভাবে, গোটেই জগতখনেই প্ৰকৃততে এবছাৰ্ড আৰু সাহিত্যত ইয়াৰ যি কোনো ফালৰ প্ৰতিফলনৰ বাবে এবছাৰ্ডিটি থকা বাঞ্চনীয়।

আমি আগেয়ে উলেখ কৰিছো যে এই আন্দোলন ঘাইকৈ পৰিলক্ষিত হৈছে নাট্য সাহিত্যত। পৰম্পৰাগত ভাৱে চলি অহা নাটকীয় কলা-কৌশল উলংঘন কৰি অসংলগ্ন আৰু অযুক্তিকৰ সংলাপ, বিচ্ছিন্ন কাহিনী আৰু সাধাৰণ দৃষ্টিত অবিশ্বাস্য চৰিত্ৰক লৈ পশ্চিমীয়া সাহিত্যত এই শ্ৰেণী নব্য নাটৰ সৃষ্টি হৈছে। আন্দোলনটি পৰিপুষ্ট কৰাত সহায় কৰা কেইগৰাকীমান প্ৰখ্যাত নাট্যকাৰ হ'ল--জেনেট, বেকেট, আয়োনাস্কো আৰু এদামোভ। এই সকলৰ ভিতৰত বেকেট আৰু আয়োনাস্কো অসাধাৰণ প্ৰতিভা আৰু কাব্যিক অনুভূতিৰ অধিকাৰী বুলি সমালোচক সকলে বিবেচনা কৰিছে। কোনো কাৰণ নদৰ্শোৱাকৈ আৰু যুক্তি তৰ্কৰ মাজেৰে নগৈ মানুহৰ অদ্ভুত কাৰ্য্যকলাপ, আচাৰ-ব্যৱহাৰ কথা-বতৰা নাটকত উপস্থাপন কৰাই এই চাম নাট্যকাৰৰ ঘাই উদ্দেশ্য।[২] তেওঁলোকে ভাবে পৃথিৱীত ঘটি থকা বহুতো ঘটনাৰে কাৰণ বিচাৰি পোৱা নাযায়, মানুহৰ দৈনন্দিন কথা-বতৰাৰ সৰহভাগেই অসংযত আৰু অৰ্থহীন। গতিকে নাটকে যদি সমাজৰ বাস্তৱ ৰূপ এটি দাঙি ধৰিব লাগে, সেইটো সম্ভৱ হয় এই শ্ৰেণী নাটকৰ যোগেৰেহে আৰু সেই ফালৰ পৰা কেৱল এই শ্ৰেণীৰ নাটকেহে মানৱ

২ "The theatre of the absurd has renounced arguing about the absurdity of the human condition ; it merely presents it in terms of concrete state images." —Esslin Martin :, the theatre of the Absurd (introduction)



সমাজৰ হুবহু প্ৰতিচ্ছবি বুলি বাস্তৱবাদৰ অধিকাৰ দাবী কৰিব পাৰে।[৩] তৰ্কৰ জালত নোসোমাই নিৰ্ব্বিকাৰ বা উদাসীনভাৱে সকলো কথা গ্ৰহণ কৰাত হতাশা আৰু নিৰাশাবাদৰ সুৰ এটি থকা বুলি কব পাৰি আৰু বোধকৰো সেইবাবেই এই শ্ৰেণীৰ নাট ট্ৰেজিক নাটৰ পৰিপন্থী বুলি গ্লিকচ্‌বাৰ্গ আৰু আন দুই এজন সমালোচকে মন্তব্য প্ৰকাশ কৰিছে।[৪] প্ৰতিকুল অৱস্থা বা দৈৱৰ বিৰুদ্ধে সংগ্ৰাম কৰিবৰ বাবে ট্ৰেজিক নাটকৰ নায়কৰ যি ধৈৰ্য্য, সাহস আৰু সংগ্ৰামশীল মনোভাৱৰ প্ৰয়োজন সেই চাহিদা এই নাটকে পূৰণ কৰিব নোৱাৰে। কিন্তু প্ৰখ্যাত সমালোচক মাৰ্টিন এচ্‌লিনৰ মতে উদ্ভট নাটৰ উপস্থাপন ৰীতিত নিৰাশাবাদৰ প্ৰশ্ন নাই। বাস্তৱ সমস্যাৰ সন্মুখীন হবৰ বাবে মানুহলৈ ই এটি আহ্বান মাথোন আৰু সেই আহ্বান উদাৰ চিত্তে গ্ৰহণ কৰাটোক নিৰাশাবাদী বা পলায়নবাদী মনোভাৱ বুলি কব নোৱাৰি।

অসমীয়া নাটো এই আন্দোলনৰ প্ৰভাৱৰ পৰা সম্পূৰ্ণ মুক্ত হৈ থকা নাই। অৰুণ শৰ্ম্মাৰ "শ্ৰীনিবাৰণ ভট্টাচাৰ্য্য"[৫] এখনি মঞ্চ-সফল নাট। নাটকীয় কলা-কৌশল আৰু বিষয়বস্তু উপস্থাপন আদিত এই নাটখনত এক নতুনত্ব লক্ষ্য কৰা যায়। নাটখনৰ পহিলা দৃশ্যটোক প্ৰস্তাৱনা হিচাপে লোৱা হৈছে আৰু তাৰ পাছত ক্ৰমে প্ৰথম আৰু দ্বিতীয় দৃশ্য সংযোজিত হৈছে। মুঠতে তিনিটা দৃশ্যত সম্পূৰ্ণ এই নাটখনত প্ৰায় বাৰটা চৰিত্ৰ আছে যদিও প্ৰধান চৰিত্ৰ নিবাৰণ ভট্টাচাৰ্য্যৰ প্ৰাধান্যই বাকীবোৰৰ ভূমিকা তেনেই ম্লান কৰি পেলাইছে। আৰম্ভণিৰ পৰা শেষলৈকে বিশেষ প্ৰাধান্য লাভ কৰা এই চৰিত্ৰটোৰ অনিৰ্ব্বাৰ প্ৰভাৱে আনকেইটা চৰিত্ৰক এনেভাৱে হেঁচা মাৰি ধৰিছে যে নাটকৰ শেষত দৰ্শক বা পাঠকে নিবাৰণৰ বাহিৰে আনবোৰৰ অস্তিত্ব অনুভৱ নকৰে।

৩ "For if the real conversation of human beings is in fact absurd and nonsensical, then it is the well made play with its polished logical dialogue that is unrealistic, while the absurdist play may well be a tape recorded reproduction of reality"—Martin Esslin ; Absu'rd drama (introduction).

8 "The absurd is anti-tragic not because it jettisons the promise of eternity but because it deprives man of the freedom to revolt against the eternity"—Charles I Glicksberg ; Tragic Vision in twentieth century Litnature, P. 19

৫। প্ৰকাশক--বৰুৱা এজেন্সী, গুৱাহাটী (১৯৬৭)

নাটকৰ কাহিনী হ'ল, শিল্পী নিবাৰণ ভট্টাচাৰ্য্যই এখন এখনকৈ বাৰখন নাট লেখি অভিনয় কৰায় আৰু অশেষ চেষ্টা কৰিও ৰাইজৰ পৰা মুঠেও সঁহাৰি নাপায়। দুই চাৰিজন দৰ্শক তেওঁৰ নাটৰ অভিনয় চাবলৈ আহিলেও অভিনয় শেষ হোৱাৰ বহুতো আগেয়ে প্ৰেক্ষাগৃহ শূন্য হৈ পৰে। জীৱনৰ উনষাঠি বছৰ বয়সত তেওঁ ত্ৰয়োদশ নাটখন লেখি তাৰ অভিনয়ৰ বাবে অসাধাৰণ প্ৰস্তুতি চলায় আৰু শিল্পী, সাহিত্যিক, সাংবাদিক, অভিনেতা আদি সকলোকে বিনামূল্যে সেই অভিনয় চাবলৈ দুবাৰকৈ নিমন্ত্ৰণ কৰে। নিৰ্দ্ধাৰিত সময়ৰ আগেয়ে আটাইবোৰ কাম মজুত ৰাখিবৰ বাবে এই আয়োজনৰ ভাৰ অৰ্পণ কৰা নিজৰ পুতেক আৰু অধ্যাপিকা জীয়েকক দিনে নিশাই তাগিদা দিয়ে আৰু শাৰীৰিক অসুস্থতাক আওকাণ কৰি নিজে সকলো কামৰ তদাৰক কৰে। কোনো কামত কাৰোবাৰ সামান্য খুঁত পালেই খঙত অগ্নিশৰ্ম্মা হৈ ততাতৈয়াকৈ তাৰ যথাবিহিত ব্যৱস্থা লোৱা এই নাট্যকাৰজনাই দৰ্শকৰ সন্তুষ্টিৰ বাবে পাঁচশখন সুন্দৰ চকীৰ ব্যৱস্থা কৰে আৰু অভিনয় আৰম্ভ হোৱাৰ ঠিক আগমুহূৰ্ত্তত দৰ্শকৰ আগত নিজে পাঠ কৰিবলৈ অধ্যাপিকা জীয়েকৰ হতুৱাই প্ৰস্তাৱনা লেখাই ছপা কৰি উলিয়ায়। সকলো আয়োজনৰ অন্তত নিৰ্দ্ধাৰিত সময়মতে অৰ্থাৎ কাঁটাই কাঁটাই ছয় বজাত প্ৰস্তাৱনা পাঠ কৰিবলৈ নিবাৰণ ভট্টাচাৰ্য্য যেতিয়া মাইক্ৰ'ফোনৰ ওচৰত থিয় হয়, তেতিয়া দেখে তেওঁৰ সন্মুখত পাঁচশখন কেৱল শূন্য চকী। অশেষ কষ্ট স্বীকাৰ কৰি চলোৱা এনে এটা প্ৰস্তুতিয়ে এজন দৰ্শককো প্ৰেক্ষাগৃহলৈ আনিব নোৱাৰাত নিবাৰণে আশ্চৰ্য্য প্ৰকাশ কৰে আৰু লগে লগে তেওঁৰ মুখত হতাশাৰ ভাব তীব্ৰ হৈ উঠে। তথাপিও তেওঁৰ এই চেষ্টা অথলে যাব নিদিব বুলি স্থিৰ কৰি শূন্য প্ৰেক্ষাগৃহটোৰ আগত থিয় হৈ তেওঁ প্ৰস্তাৱনা পাঠ কৰি যায় আৰু অসংলগ্ন ভাবে কথাবোৰ কৈ কৈ লাহে লাহে চিৰিয়েদি ওপৰলৈ উঠি যায়। তেওঁক বচাবৰ বাবে দৌৰ মাৰি ওলাই যোৱা পুতেক, জীয়েক গৈ অসহায় ভাবে চাই থাকোঁতেই ভগা ছাটৰ পৰা বিকট চিঞৰ মাৰি নিবাৰণ পৰি যায়।

নাটখনত ওপৰত উল্লেখ কৰা উদ্ভট নাটৰ প্ৰভাৱ লক্ষ্য কৰা যায় আৰু বিশেষকৈ এই শ্ৰেণীৰ প্ৰখ্যাত নাট্যকাৰ আয়োনাস্কোৰ "The Chairs" নাটখনৰ প্ৰভাৱ পৰা যেন লাগে। আয়োনাস্কোৰ নাটখনত



খালি চকীবোৰে যেনেদৰে সুন্দৰ এটি নাটকীয় চিত্ৰকল্প সৃষ্টি কৰিছে, ঠিক তেনেদৰে "শ্ৰীনিবাৰণ ভট্টাচাৰ্য্য"তো শূন্য চকীবোৰৰ আগত নিবাৰণে কথা কোৱা দৃশ্যত উপযুক্ত নাটকীয় চিত্ৰকল্প নিহিত আছে। প্ৰকৃততে উদ্ভট নাট্যকাৰ সকলে নাটকীয় কাহিনী নাইবা কোনো সমস্যাৰ ওপৰত গুৰুত্ব আৰোপ নকৰে। তেওঁলোকৰ দৃষ্টি কিছুমান কাব্যিক চিত্ৰকল্পৰ ওপৰত। এইখিনিতে গতানুগতিক নাট আৰু এই শ্ৰেণী নাটৰ মাজত ঘাই প্ৰভেদ। আয়োনাস্কোৰ "Rhinoceros" নাটত গঁড়বোৰ, বেকেটৰ "Waiting for Goddot"ত দেখা দিবলগীয়া মানুহজন এনেধৰণৰ চিত্ৰকল্পৰ উল্লেখযোগ্য উদাহৰণ। মুঠতে, পৰম্পৰাগত ভাৱে চলি অহা নাটবোৰৰ উদ্দেশ্য হ'ল সুন্দৰ কাহিনী এটি ৰূপায়িত কৰা নাইবা কোনো সমস্যা এটি উত্থাপন কৰা; উদ্ভট নাটবোৰৰ উদ্দেশ্য একোটা বা ততোধিক কাব্যিক চিত্ৰকল্প ফুটাই তোলা।[৬] "শ্ৰীনিবাৰণ ভট্টাচাৰ্য্য"ৰ উক্ত দৃশ্যই ইঙ্গিত দিয়ে সমাজত শিল্পী এজনৰ কথাবোৰ কেনে নিৰৰ্থক আৰু মূল্যহীন হব পাৰে। সাধাৰণ দৃষ্টিত নিবাৰণৰ বহুতো কাৰ্য্যই অস্বাভাৱিক যেন লাগে। ৰাইজৰ আস্থা নোহোৱা সত্ত্বেও বাৰে বাৰে অভিনয়ৰ আয়োজন কৰি অৰ্থব্যয় কৰা, উনষাঠি বছৰীয়া বুঢ়াজনে একে জাপে ঘোঁৰাত উঠি অভিনয়ৰ প্ৰস্তুতিৰ তদাৰক কৰিবলৈ যোৱা, এজনো দৰ্শক নোহোৱা প্ৰেক্ষাগৃহটোত প্ৰস্তাৱনা পাঠ কৰা আদি কাৰ্য্য সৰ্ব্বসাধাৰণৰ দৃষ্টিত বিশ্বাসযোগ্য নহয়। কিন্তু এই শ্ৰেণী নাটত যি বাস্তৱতা প্ৰদৰ্শন কৰা হয় সি উপকৰা বাস্তৱতা নহয়; মনস্তাত্ত্বিক দৃষ্টিভঙ্গীৰে চালি জাৰি চোৱা বাস্তৱতাহে।[৭] ব্যক্তিগত কোনো স্বাৰ্থলৈ ভ্ৰূক্ষেপ নকৰি একাগ্ৰতাৰে নাট ৰচনা আৰু অভিনয়ৰ কামত ব্ৰতী হৈ থকা এই শিল্পীগৰাকীৰ অস্বাভাৱিক ভাৱে থকা আগ্ৰহ আৰু

৬ "While most plays in the traditional convention are primarily concerned to tell a story or elucidate an intellectual problem, and can thus be seen as a narrative or discursive form of communication, the plays of the theatre of the Absurd are primarily intended to convey a poetic image or a complex pattern of poetic images".—Esslin Martin ; Absurd Drama (in troduction)

৭ "The realism of these plays is a psychological, and inner realism, ...."
—Esslin Martin, Absurd Drama.

একাগ্রতাৰ ভাবটো প্রকট কৰি তুলিছে তেওঁৰ এই অস্বাভাৱিক আচাৰ-ব্যৱহাৰ আৰু কাৰ্য্যকলাপবোৰে। আনহাতে তেওঁৰ এই আগ্রহ আৰু একাগ্রতা যে সমাজৰ চকুত একেবাৰে হাস্যস্পদ সেইটোও পৰিস্ফুট হৈছে ইয়াৰ মাজেৰে। আৰ্টৰ ক্ষেত্ৰত আস্থাহীন নাইবা বিৰুদ্ধবাদী সমাজ এখনত দৰ্শকৰ সন্তুষ্টিৰ বাবে অকণো ক্ৰটী নকৰাকৈ দেহেকেহে কামত লাগি ব্যৰ্থ হোৱা আৰু তাৰ ফলস্বৰূপে নিবাৰণৰ মনলৈ অহা হতাশা আৰু নিৰাশাবাদৰ বাস্তৱ চিত্ৰ এটি দাঙি ধৰিবলৈ চেষ্টা কৰা হৈছে—"শ্ৰীনিবাৰণ ভটচাৰ্য্য"ত।

নিবাৰণৰ চৰিত্ৰত ট্ৰেজিক নায়কৰ লক্ষণ থাকিলেও শেষৰ পিনে দেখা দিয়া তীব্ৰ নিৰাশাবাদ আৰু তাৰ ফলতেই হোৱা আত্মবিলোপে তেওঁক সেই শ্ৰেণীৰ পৰা তললৈ নমাই আনিলে। অক্লান্ত পৰিশ্ৰম আৰু অদমনীয় উদ্যমেৰে প্ৰস্তুতি চলাই শেষত তেনেই ভাগি পৰাত আৰু পৰাজয়ৰ বোজা বহন কৰিব নোৱাৰি প্ৰায় বলিয়াৰ নিচিনা হৈ আত্মজাহ দিয়াত চৰিত্ৰটিয়ে ট্ৰেজিক নায়কৰ শ্ৰদ্ধা আৰু প্ৰসংশা আদায় কৰিব নোৱাৰে। ইমান উৎকট নহলেও এনে ধৰণৰ নিৰাশাবাদৰ সুৰ এটি এই শ্ৰেণীৰ প্ৰায় আটাইবোৰ নাটকতেই লক্ষ্য কৰা যায়। সংলাপ, চৰিত্ৰাঙ্কন ইত্যাদিৰ ফালৰ পৰা "শ্ৰীনিবাৰণ ভটাচাৰ্য্য" বেচ আকৰ্ষণীয়। অৰ্থহীন সংলাপৰ যোগেৰে যুক্তিপূৰ্ণ কথাক ব্যঙ্গ কৰাৰ চেষ্টা ইয়াত দেখা নাযায়। দুইটাতে (সংলাপ আৰু চৰিত্ৰাঙ্কণ) নাট্যকাৰে মিতাচাৰিতাৰ পৰিচয় দিব পাৰিছে। দীঘলীয়া মঞ্চনিৰ্দ্দেশে নাটখনত বাস্তৱ পৰিবেশ এটি ফুটাই তোলাত সহায় কৰিছে।

———

# বেদান্ত দৰ্শন আৰু অসমীয়া বৈষ্ণৱ সাহিত্য

—ভগবান চন্দ্ৰ গোস্বামী

সাহিত্যৰ মাজেদি দৰ্শনৰ বিষয়-বস্তু প্ৰকাশ পায়। ভাষা ভাবৰ বাহন হোৱাৰ দৰে, সাহিত্যও দৰ্শনৰ বাহন স্বৰূপ। কাৰণ দাৰ্শনিক চিন্তাধাৰা সাহিত্যৰ যোগেদি প্ৰকাশ পায়। দাৰ্শনিক চিন্তাৰ ঐতিহ্যৰ যোগেদিয়েই সাহিত্য কোনো এটা জাতিৰ ধৰণী স্বৰূপ হয় আৰু এই ঐতিহ্যৰ ওপৰতে নিৰ্ভৰ কৰি কোনো এটা জাতি চিৰস্মৰণীয় আৰু চিৰঞ্জীৱি হয়। জাতিৰ সভ্যতা আৰু সংস্কৃতি এই সাহিত্য, দৰ্শন, ইতিহাস আদিৰ দ্বাৰা প্ৰকাশ পায়। সভ্যতা আৰু সংস্কৃতি পৰিৱৰ্ত্তনশীল। এই পৰিৱৰ্ত্তনশীলতাৰ মাজতো কোনো এক জাতিৰ সংস্কৃতিয়ে আমাক সেই জাতিটোৰ চিৰন্তন আদৰ্শৰ সন্ধান দিয়ে। মানৱৰ সকলো প্ৰকাৰ সাহিত্যিক, দাৰ্শনিক, ঐতিহাসিক, ধাৰ্ম্মিক, বৈজ্ঞানিক আদি উদ্ভাৱনাৰ দ্বাৰা এই চিৰন্তন আদৰ্শৰ যাক 'সত্যং শিৱং আৰু সুন্দৰম্'ৰ ৰূপত ৰূপায়িত কৰা হৈছে তাৰ সন্ধান দিবলৈ সংস্কৃতি অগ্ৰসৰ হয়। সকলো-প্ৰকাৰ সাংস্কৃতিক কাৰ্য্যৰ দ্বাৰা চিৰন্তন ভূমা সত্বাৰ স্বৰূপ জ্ঞাতভাৱে নাইবা অজ্ঞাতভাৱে অঙ্কিত কৰা হয়। মানৱ জীৱনৰ পৰম পুৰুষাৰ্থ এই ভূমা সত্বাৰ ৰূপ অঙ্কন, অনুভূতি আৰু সাক্ষাৎকাৰৰ সাধনাতে ব্ৰতী হয়। সভ্যতা আৰু সংস্কৃতিৰ কৃতকাৰ্য্যতা নাইবা অকৃতকাৰ্য্যতা এই দৃষ্টি-ভঙ্গীৰ ওপৰতে বহুপৰিমাণে নিৰ্ভৰ কৰে।

ভাৰতীয় সভ্যতা আৰু সংস্কৃতিত দৰ্শনৰ স্থান অতি উচ্চ। দাৰ্শ-নিক চিন্তাধাৰাক ভাৰতীয় সভ্যতা আৰু সংস্কৃতিৰ চিন্তাধাৰাৰ নৱনীত বুলি কোৱা হৈছে। তাৰোপৰি বেদান্ত-চিন্তাধাৰাক সৰ্ব্বোচ্চ স্থান দিছে। ডঃ পি, নাগৰাজ ৰাৱে কয় যে, বেদান্ত আৰু ইয়াৰ মৌলিক

চিন্তাবোৰেই ভাৰতীয় সকলো সাহিত্যতে ব্যাপি আছে।[১] এই বেদান্ত-চিন্তাধাৰা অকল ভাৰতীয় সভ্যতা আৰু সংস্কৃতিৰেই গৌৰৱৰ বস্তু নহয়, ই সমগ্ৰ বিশ্বৰ মানৱ জাতিৰে সভ্যতা আৰু সংস্কৃতিৰ গৌৰৱৰ স্থল। এই বিষয়ে এ, হ্যাক্সলি আৰু ৰোমাঁ ৰোলাঁকে আদি কৰি অন্যান্য চিন্তাশীল মনীষীসকলেও একে মতকে পোষণ কৰিছে।[২] এই বেদান্ত-চিন্তাধাৰাৰ প্ৰভাৱে সমগ্ৰ প্ৰাচীন ভাৰতবৰ্ষৰ হিন্দু-সমাজ আৰু ধৰ্ম্মৰ নিশাৰ বন্তি স্বৰূপে থিয় হোৱাৰ উপৰিও সমূহ মানৱ জাতিৰ কল্যাণৰ হকে এটি সমসাময়িক ঐশ বা অধ্যাত্ম-শক্তি হিচাপে থিয় দিবলৈ সক্ষম হৈছে। ইয়াৰ প্ৰভাৱে অকল প্ৰাচ্যৰ তথা ভাৰতীয় মনীষীসকলকে প্ৰভাৱান্বিত কৰি এৰা নাই; আনকি পাশ্চাত্যৰ প্ৰতিভাশালী দাৰ্শনিক, সাহিত্যিক যেনে, চোপেন হাৱাৰ, হাৰ্টমেন, নিট্জে, কেইচাৰলিন্, ডাব্লিউ, বি, বিটচ্; জি, ডাব্লিউ. ৰাচেল, ইমাৰচন, থৰাউ, হোৱাইটমেন, এ, হ্যাক্সলি, জেৰল্ড হাৰ্ড, খ্ৰীষ্টোফাৰ ইচাৰউদ আৰু চোমাৰচেট্ আদিকো প্ৰভাৱান্বিত কৰা দেখা গৈছে।[৩] গতিকে দেখা যায়, যি বেদান্ত-চিন্তাধাৰাই সুদূৰ দেশ-দেশান্তৰৰ প্ৰতিভাশালী মনীষীসকলৰ অন্তৰত চিন্তাৰ উত্তাল তৰঙ্গৰ সৃষ্টি কৰি তেখেতসকলৰ দৃষ্টি আকৰ্ষণ কৰিবলৈ সক্ষম হৈছিল, এই বেদান্ত-চিন্তাধাৰাই ভাৰতবৰ্ষৰে পূব প্ৰান্তত অৱস্থিত অসম ৰাজ্যত আবিৰ্ভাৱ হোৱা সাধক, সন্ত আৰু সাহিত্যিকসকলৰ অন্তৰত প্ৰভাৱ বিস্তাৰ কৰিব নোৱাৰাৰ কোনো কাৰণ নেথাকে। অসমীয়া বৈষ্ণৱ সাহিত্যত বেদান্ত-চিন্তাধাৰাৰ প্ৰভাৱ মুখ্য আৰু গৌণ ভাৱে প্ৰকাশ পাই আছে। পণ্ডিত শ্ৰীযুত মনোৰঞ্জন শাস্ত্ৰীয়ে লিখিছে; "পূৰণি কামৰূপত দৰ্শন চৰ্চ্চা আছিল। খৃঃ সপ্তম শতকৰ ৰজা ভাস্কৰ বৰ্ম্মাৰ তাম্ৰশাসনত আছে যে, ৰজা বজ্ৰধৰে চাৰিবেদ, বেদাঙ্গ, সমগ্ৰবাক্য (পূৰ্ব্ব আৰু উত্তৰ মীমাংসা শাস্ত্ৰ), প্ৰমাণ (ন্যায় শাস্ত্ৰ), শব্দ শাস্ত্ৰ (ব্যাকৰণ), গজবিদ্যা, অশ্ববিদ্যা, বৃহস্পতি নীতি আৰু শুক্ৰনীতি অধ্যয়ন কৰিছিল।[৪] যিহেতু সমগ্ৰবাক্য পদে পূৰ্ব্ব আৰু উত্তৰ মীমাংসা শাস্ত্ৰক বুজোৱা বুলি ধৰিছে, আৰু যিহেতু উত্তৰ-মীমাংসা শাস্ত্ৰই বেদান্তক বুজায়, গতিকে আমি ইয়াৰ পৰা অনুমান কৰিব পাৰোঁ যে ৭ম শতিকাতেই অসম ৰাজ্যত বেদান্তৰ অধ্যয়ন অধ্যাপন আদিৰ প্ৰচলন আছিল। তাৰোপৰি মহেন্দ্ৰ বৰ্ম্মাৰ আত্মতত্ত্ব জ্ঞানৰ সঙ্কেতে, কামৰূপীয় অভিনৱ গুপ্তই জগদ্‌গুৰু শ্ৰীশঙ্কৰাচাৰ্য্যৰ লগত শাস্ত্ৰ-বিচাৰৰ কিংবদন্তি আৰু যোগিনী তন্ত্ৰৰ ব্ৰহ্মজ্ঞান বা বেদান্তৰ উল্লেখৰ দ্বাৰা এইটো প্ৰমাণিত হৈছে যে বৈষ্ণৱ কবি আৰু লিখকসকলৰ পূৰ্ব্বেও এই অসম ৰাজ্যত বেদান্ত-চিন্তাধাৰাৰ প্ৰভাৱ আছিল যদিও ইয়াৰ প্ৰভাৱ শাক্ত আৰু শৈৱ মতবাদৰ প্ৰভাৱৰ তুলনাত তাকৰ যেন লাগে।[৫] পঞ্চদশ শতিকাৰ শেষ ভাগ আৰু ষোড়শ শতিকাৰ আদি আৰু মাজ ভাগৰ পৰা এই বেদান্ত-চিন্তাধাৰাৰ প্ৰভাৱ অসমীয়া বৈষ্ণৱ সাহিত্যৰ যোগেদি অধিক পৰিমাণে প্ৰকাশ পোৱা দেখা যায়। এই চিন্তাধাৰাৰ দ্বাৰা প্ৰভাৱান্বিত সাহিত্যিকসকল হ'ল প্ৰধানকৈ মহাপুৰুষ শ্ৰীশঙ্কৰদেৱ, মাধৱদেৱ, অনন্ত কন্দলী, ভট্টদেৱ, গোপাল মিশ্ৰ, গোবিন্দ মিশ্ৰ, বিষ্ণু ভাৰতী, গোপাল চৰণ দ্বিজ, কেশৱ কায়স্থৰ নাম উল্লেখযোগ্য।

বেদান্ত দৰ্শন বুলিলে আমি কেৱল বাদৰায়ণৰ ব্ৰহ্মসূত্ৰকে বুজা অনুচিত। বেদান্ত-চিন্তাধাৰাই বিশেষকৈ প্ৰস্থান-ত্ৰয়ীক বুজায়। এই প্ৰস্থান-ত্ৰয়ী হ'ল উপনিষদবোৰ যেনে, শ্ৰুতি প্ৰস্থান আৰু স্মৃতি প্ৰস্থান যেনে, গীতা আৰু ব্ৰহ্মসূত্ৰ। গতিকে উপনিষদবোৰ, গীতা আৰু ব্ৰহ্মসূত্ৰ ইয়াৰ ভাষ্যবোৰৰ সৈতে এই বেদান্ত চিন্তাধাৰাৰ ভিতৰত পৰে। যদি অকল ব্ৰহ্মসূত্ৰকেহে বেদান্ত দৰ্শন বুলি ধৰা হয় তেনেহলে অসমীয়া বৈষ্ণৱ সাহিত্যত বেদান্ত দৰ্শনৰ প্ৰভাৱ চেগা-চোৰোকাকৈ পৰা দেখা যায় আৰু অসমীয়া বৈষ্ণৱ কবি আৰু লিখকসকলৰ সংখ্যাও অধিক পৰিমাণে কমি যায় আৰু যিসকল কবি আৰু লিখকৰ সাহিত্যত বেদান্ত দৰ্শনৰ ভাব প্ৰকাশ পোৱা দেখা যায় সেই সকলৰো ব্ৰহ্মসূত্ৰৰ

১ Introduction to Vedanta.—Dr. P. Nagaraja Rao. Bharatiya Vidya Bhavan, Bombay. P. 43.
"তাৱৎ গৰ্জন্তি শাস্ত্ৰানি জম্বুকা বিপিনে যথা।
ন গৰ্জন্তি জটাক্ষেপাৎ যাৱৎ বেদান্ত-কেশৰী।।

২ Introduction to Vedanta, P. 43

৩ Ibid

৪ অসমৰ বৈষ্ণৱ-দৰ্শনৰ ৰূপৰেখা, পণ্ডিত শ্ৰীমনোৰঞ্জন শাস্ত্ৰী, নলবাৰী পৃঃ, ৭৪

৫ অসমৰ বৈষ্ণৱ-দৰ্শনৰ ৰূপৰেখা, পৃঃ ৫৭-৫৮

পোনপতীয়া ব্যৱহাৰ পোৱা নাযায়। আকৌ যদি বেদান্তক 'বেদৰ শেষাংশ নাইবা সিদ্ধান্তাংশ আৰু বৈদিক দৰ্শনৰ প্ৰধান সাৰাংশ বুলি ধৰা হয় তেনেহলে ইয়ে বেদান্ত-চিন্তাধাৰাক অৰ্থাৎ প্ৰস্থান-ত্ৰয়ী যেনে, উপনিষদ-বোৰ, ব্ৰহ্মসূত্ৰ আৰু গীতাক বুজাব আৰু লগতে 'নিগম কল্পতৰু' শ্ৰীমদ্ভাগৱত শাস্ত্ৰকো ইয়াতে সন্নিবিষ্ট কৰিব পৰা যাব। শ্ৰীমদ্ভাগৱত শাস্ত্ৰ অসমীয়া বৈষ্ণৱ সাহিত্যৰ মূল ধৰণী স্বৰূপ। ডঃ বিৰিঞ্চি কুমাৰ বৰুৱাই লিখিছে যে শঙ্কৰদেৱে প্ৰধানকৈ ভাগৱতৰ পৰা উৎসাহ আৰু উদ্দীপনা পাইছিল, কাৰণ পুৰাণ-সূৰ্য্য মহাভাগৱত বেদান্ত দৰ্শনৰ পৰমতত্ত্ব আৰু সাৰ স্বৰূপ।[৬] গতিকে বেদান্ত দৰ্শনক প্ৰস্থান-ত্ৰয়ীৰ অৰ্থত প্ৰয়োগ কৰাহে সমীচীন হব।

অসমীয়া বৈষ্ণৱ সাহিত্যত শ্ৰীমদ্ভাগৱত আৰু শ্ৰীমদ্ভগৱদ্‌গীতা শাস্ত্ৰৰ প্ৰভাৱ অতি সুস্পষ্ট। বেদ আৰু উপনিষদক প্ৰত্যক্ষভাৱে যদিও প্ৰয়োগ কৰা হোৱা নাই তথাপি ইয়াৰ প্ৰভাৱ একেবাৰে নাইকিয়া নহয়। শ্ৰীমদ্‌গীতা যিহেতু সৰ্ব্বোপণিষদৰ সাৰভাগ আৰু শ্ৰীমদ্ভাগৱত সৰ্ব্ববেদান্তৰ সাৰ, গতিকে উক্ত গ্ৰন্থ দুখনৰ সম্যক জ্ঞানেই অসমীয়া বৈষ্ণৱ সকলৰ কাৰণে যথেষ্ঠ যেন অনুমান হৈছিল। এই শ্ৰীমদ্ভাগৱত শাস্ত্ৰৰ প্ৰাধান্য অসমীয়া বৈষ্ণৱ ধৰ্ম্মৰ সাহিত্যতকৈ বঙালী বৈষ্ণৱ ধৰ্ম্মৰ সাহিত্যৰ ওপৰতহে বিশেষ ৰূপে প্ৰতিফলিত হোৱা দেখা যায়। কাৰণ বঙালী বৈষ্ণৱ ধৰ্ম্মত শ্ৰীমদ্ভাগৱতক ব্ৰহ্মসূত্ৰৰ প্ৰকৃত ভাষ্যৰূপে ইয়াৰ ভাষ্যৰ শাৰীত স্থান দিয়া হৈছে।[৭] কিন্তু ব্ৰহ্মসূত্ৰৰ প্ৰথম অধ্যায়ৰ প্ৰথম পাদৰ দ্বিতীয় সূত্ৰ 'জন্মাদ্যস্য যতঃ'ৰ[৮] উল্লেখেৰে শ্ৰীমদ্ভাগৱত শাস্ত্ৰৰ আৰম্ভ কৰা হৈছে। ইয়াৰ বাহিৰে ব্ৰহ্মসূত্ৰৰ প্ৰত্যক্ষ প্ৰয়োগ নাইবা ব্ৰহ্মসূত্ৰৰ ভাষ্যবোৰ যেনে, শাৰীৰিক, শ্ৰীভাষ্য, বেদান্ত, পাৰিজাত সৌৰভ, ব্ৰহ্মসূত্ৰ ভাষ্য, অনুভাষ্য, গোবিন্দ ভাষ্য আদিৰ দৰে ব্ৰহ্মসূত্ৰ বা বেদান্ত দৰ্শনৰ সূত্ৰবোৰৰ ব্যাখ্যা ইয়াত নাই। তথাপি বঙালী বৈষ্ণৱ

৬ Aspects of Early Assamese Literature—Ed B.K. Kakati. P. 69.

৭ Philosophical Foundation of Bengal Vaisnavism. by S.C. chakravarty. P. 3.

৮ ব্ৰহ্মসূত্ৰ-১।১।২



সকলে কি যুক্তিত শ্ৰীমদ্ভাগৱত শাস্ত্ৰৰ ব্ৰহ্মসূত্ৰৰ ভাষ্য বুলিছে তাক জনা টান হলেও অসমীয়া বৈষ্ণৱ কবি আৰু লিখকসকলে কি যুক্তিত ইয়াক ধৰ্ম্মৰ মূল হিচাপে গ্ৰহণ কৰিছে তাক মহাপুৰুষ শঙ্কৰদেৱৰ বাক্যৰ পৰা থিৰাং কৰিব পাৰি। 'ইটো মহাভাগৱত সৰ্ব্ববেদ সাৰ'[৯], 'বৈকুন্ঠৰ শাস্ত্ৰ ইটো মহাভাগৱত'[১০], 'বৈকুন্ঠৰ শাস্ত্ৰ যিটো বেদান্তৰ শাস্ত্ৰতত্ত্ব'।[১১] ইয়াৰ পৰা অনুমান কৰিব পাৰি যে অসমীয়া বৈষ্ণৱ সাহিত্যত বেদান্তৰ প্ৰভাৱ প্ৰত্যক্ষৰূপে শ্ৰীমদ্ভাগৱতৰ যোগেদিহে পৰিছে আৰু ইয়াক সৰ্ব্ব-বেদ সাৰ বোলা অৰ্থৰ দ্বাৰা শ্ৰুতি-স্মৃতি গ্ৰন্থৰ সাৰ আৰু বেদান্তৰ তত্ত্ব অৰ্থৰ দ্বাৰা শ্ৰুতি-স্মৃতি তত্ত্বকহে বুজাইছে; এইটোকে স্বীকাৰ কৰা সমীচীন হব। প্ৰস্থান-ত্ৰয়ীয়ে যি উদ্দেশ্যকে দৰ্শায় ঠিক সেই একে উদ্দেশ্যকে কলিকালত যুগ-ধৰ্ম্ম অনুকূলে আৰু জীৱৰ পৰম পুৰুষাৰ্থ লাভাৰ্থে একমাত্ৰ মূল উপায় হোৱা কাৰণে ই অতি আদৰৰ আৰু শ্ৰদ্ধাৰ বস্তু হৈ পৰিছিল। যিহেতু বেদব্যাসৰ নানা শাস্ত্ৰ প্ৰণয়ন কৰাৰ পিছতো মনৰ পৰম শান্তি হোৱা নাছিল আৰু দেৱৰ্ষি নাৰদৰ আজ্ঞাক্ৰমে 'নিগম কল্পতৰু ফল সদৃশ, ৰসমালয় স্বৰূপ মহাভাগৱতৰ ৰচনাৰ দ্বাৰাহে মনৰ চিৰ আৰু পৰম শান্তি লাভ হৈছিল। গতিকে ভক্তি মাহাত্ম্যপূৰ্ণ আৰু পৰমব্ৰহ্ম, পৰমপুৰুষ, পুৰুষোত্তম শ্ৰীকৃষ্ণৰ অলৌকিক লীলা বৰ্ণনকাৰী এই মহাভাগৱত অসমীয়া বৈষ্ণৱ সাহিত্যৰ ধৰণী স্বৰূপ হোৱাৰ উপৰিও ভাৰতৰ বিভিন্ন বৈষ্ণৱ সম্প্ৰদায়, সকলোৰে অতি আদৰ আৰু শ্ৰদ্ধাৰ পৰম সম্পদ স্বৰূপে পৰিগণিত হৈছে।

বেদান্ত দৰ্শন আৰু শ্ৰীমদ্ভাগৱত শাস্ত্ৰ দাৰ্শনিক দৃষ্টিকোণৰ পৰা দুটা সম্পূৰ্ণ পৃথক চিন্তাধাৰা হলেও আদৰ্শৰ ফালৰ পৰা একে বুলিব পাৰি। কাৰণ বেদান্ত দৰ্শনেও ব্ৰহ্মৰ স্বৰূপ, জীৱৰ লক্ষণ, জগতৰ লক্ষণ, জীৱ-জগত ব্ৰহ্মৰ সম্বন্ধ নিৰ্ণয় কৰি আত্মজ্ঞান লাভৰ দ্বাৰা জীৱৰ পৰম পুৰুষাৰ্থ নিৰ্ণয় কৰে। সেইদৰে শ্ৰীমদ্ভাগৱত শাস্ত্ৰয়ো স্বৰাট

৯ ভাগৱত, ৬৯৩

১০ Ibid —২১

১১ Ibid —১৬

পুৰুষৰ স্বৰূপ নিৰ্ণয় কৰি, জগতৰ সৃষ্টি, স্থিতি আৰু লয় এই স্বৰাট পুৰুষৰ পৰা উত্তৱ হোৱা বুলি বৰ্ণনা কৰে। এই স্বৰাট পুৰুষেই শ্ৰীকৃষ্ণ ৰূপত গোকুল, বৃন্দাবন, মথুৰা আৰু দ্বাৰকা এই চাৰি প্ৰধান লীলা কৰি ভক্তজীৱক ব্ৰহ্মতত্ত্বৰ জ্ঞান দিয়ে। এই তত্ত্বজ্ঞান নৱ-প্ৰকাৰ ভক্তিযোগৰ দ্বাৰা প্ৰাপ্ত হয়। এই শাস্ত্ৰয়ো চতুৰ্বৰ্গৰ সন্ধান দিয়ে। গতিকে দেখা যায় যে এই শাস্ত্ৰয়ো ভক্তি-যোগৰ প্ৰাধান্যৰ দ্বাৰা একে আত্মজ্ঞানৰে উপদেশ দিয়ে। অসমীয়া বৈষ্ণৱ কবি আৰু লিখক সকলেও বেদান্ত প্ৰতিপাদ্য বিষয় সমূহৰ বাবে শ্ৰীমদ্ভাগৱৎ গীতা আৰু শ্ৰীমদ্ভাগৱতক মূলাধাৰ স্বৰূপে লৈ তাৰ জ্ঞান জনসাধাৰণৰ কল্যাণাৰ্থে সহজ সৰল ভাৱে প্ৰকাশ কৰি জীৱৰ পৰম পুৰুষাৰ্থ নিৰূপণ কৰিছে।

অসমীয়া বৈষ্ণৱসকলৰ সাহিত্যত দৰ্শনৰ প্ৰকাশভঙ্গী আৰু ইয়াৰ মেৰপাক অতি কম। শ্ৰীমদ্ভাগৱত আৰু শ্ৰীমদ্‌গীতা তেখেতসকলৰ সাহিত্যৰ মূল ভিত্তি হোৱা কাৰণে তেখেতসকলৰ সাহিত্য ভক্তিপন্থৰ সমলেৰে পৰিপূৰ্ণ। ব্ৰহ্ম, ঈশ্বৰ, মায়া, জীৱ, জগৎ, মুক্তি আদি প্ৰতিপাদন কৰিবলৈ তাৰ্কিক দৃষ্টিভঙ্গীৰ দাৰ্শনিক সমালোচনা অতি বিৰল যদিও ইয়াৰ আলোচনা নাই বুলি স্বীকাৰ কৰিব নোৱাৰি।

শাস্ত্ৰৰ প্ৰভুত্বৰ ওপৰত একান্ত বিশ্বাসেই তেওঁলোকৰ ভক্তিপন্থৰ আদি মূল। তেখেতসকলৰ লিখনিৰ পৰা বেদান্ত চিন্তাধাৰাৰ মূল তত্ত্বসমূহৰ আভাস পোৱা যায় আৰু তাৰেই ওপৰত ভিত্তি কৰি তেখেতসকলৰ ধৰ্ম্মৰ ধ্বজা স্থাপিত হৈছে।

বেদান্ত চিন্তাধাৰাৰ প্ৰধান প্ৰতিপাদ্য বিষয় সমূহ হৈছে— ব্ৰহ্ম, ঈশ্বৰ, মায়া, জীৱ, জগৎ; জীৱ, জগৎ আৰু ব্ৰহ্মৰ সম্বন্ধ হিত বা জীৱৰ পৰম পুৰুষাৰ্থ বা মুক্তি। এই বিষয়সমূহ ভাৰতীয় দাৰ্শনিক চিন্তাধাৰাৰ মৌলিক বিষয়বস্তু। এই বিষয়বোৰ প্ৰতিপাদন কৰিবলৈ যাওঁতে লিখকসকলে যথেষ্ট বাদানুবাদৰ সৃষ্টি কৰি শেষত কোনো এটি সিদ্ধান্তলৈ অহা দেখা যায়। পূৰ্ব্ব-মীমাংসা আৰু উত্তৰ-মীমাংসা দৰ্শনৰ ক্ষেত্ৰত এই বাদানুবাদ পূৰ্ব্ব পক্ষ আৰু উত্তৰ পক্ষ বা সিদ্ধান্তৰ যোগেদি আলোচিত হোৱা দেখা যায়। বেদান্তৰ প্ৰতিপাদ্য বিষয় সমূহলৈ ব্ৰহ্মসূত্ৰৰ ব্যাখ্যা সম্বন্ধে এই বাদানুবাদৰ বিৰাট আকাৰ ধাৰণ কৰিছে আৰু তাৰ ফলত বেদান্ত দৰ্শনৰ কেবাটাও প্ৰাচীন



আৰু নব্য সম্প্ৰদায়ৰ সৃষ্টি হৈছে। এই সম্প্ৰদায়বোৰ হৈছে শঙ্কৰাচাৰ্য্যৰ অদ্বৈতবাদ, ৰামানুজাচাৰ্য্যৰ বিশিষ্টাদ্বৈতবাদ, মাধবাচাৰ্য্যৰ দ্বৈতাদ্বৈতবাদ, ভাস্কৰাচাৰ্য্যৰ ভেদাভেদ বাদ, নিম্বাৰ্কাচাৰ্য্যৰ স্বাভাৱিক ভেদাভেদবাদ, বল্লভাচাৰ্য্যৰ শুদ্ধাদ্বৈতবাদ আৰু বলদেৱ বিদ্যাভূষণৰ অচিন্ত্য ভেদাভেদবাদ। ইয়াৰ উপৰিও শ্ৰীঅৰবিন্দ,[১২] শ্ৰীৰামতীৰ্থ, শ্ৰীবিবেকানন্দ আদিৰ দাৰ্শনিক চিন্তাধাৰা নৱবেদান্তৰ ভিতৰত সন্নিবিষ্ট কৰা হৈছে। অসমীয়া বৈষ্ণৱ কবি আৰু লিখকসকল এই সৰ্ব্বভাৰতীয় দাৰ্শনিক চিন্তাধাৰাৰ পংক্তিৰ পৰা এফলীয়া হৈ আছে। পণ্ডিত শ্ৰীযুত মনোৰঞ্জন শাস্ত্ৰীয়ে ৭ম আৰু ৮ম শতিকাত প্ৰাচীন কামৰূপত দৰ্শন শাস্ত্ৰৰ যথেষ্ঠ অধ্যয়ন-অধ্যাপন আৰু চৰ্চ্চাৰ প্ৰামাণ্য দিছে।[১৩] আৰু পুৰাণ, মহাভাৰত, ৰামায়ণ, গীতা আদি গ্ৰন্থৰ পদ ভাঙনিৰ দ্বাৰা দৰ্শন চৰ্চ্চাৰ প্ৰমাণ পোৱা যায় যদিও দৰ্শন গ্ৰন্থৰ টীকা আৰু ভাষ্য ৰচনাৰ সংবাদ অসম ৰাজ্যত পোৱা নাযায়। তদুপৰি অসমীয়া বৈষ্ণৱ সাহিত্যৰ মাজেদি যিখিনি বেদান্ত-প্ৰতিপাদ্য বিষয় পোৱা যায় সিও কবি আৰু লিখকসকলৰ নিজস্ব অৱদান নহয়। নাইবা আচাৰ্য্য সকলৰ দৰে বিৰুদ্ধ মত উত্থাপন আৰু তাৰ সিদ্ধান্ত প্ৰতিপাদনও নহয়। এই বিষয় সমূহৰ আলোচনা ভক্তি-পন্থৰ অনুকূলে সৃষ্টহোৱা কবি আৰু লিখকসকলৰ স্ব স্ব জীৱন দৰ্শনৰ বাট স্বৰূপহে। ইয়াৰ পৰা অসমীয়া বৈষ্ণৱ কবি আৰু লিখক সকলৰ চিন্তা আৰু জ্ঞানৰ মাপকাঠি তৰল আছিল নাইবা সৰ্ব্বভাৰতীয় চিন্তাধাৰাৰ লগত খাপ নোখোৱা আছিল বুলিলে ভুল কৰা হব।

অসমীয়া বৈষ্ণৱ সাহিত্যৰ মূল উদ্দেশ্য হৈছে তৃতাপ দগ্ধ সংসাৰি জীৱক ভক্তি পন্থৰ দ্বাৰা কৃষ্ণ-তত্ত্ব ৰসৰ প্ৰেমত নিমগ্ন কৰা। এই কৃষ্ণই যে একাধাৰে ব্ৰহ্মতত্ত্ব, পৰমাত্মাতত্ত্ব আৰু ভগৱন্ততত্ত্ব, উভয়ে সবিশেষ বা সগুণ বা সাকাৰ আৰু নিৰ্ব্বিশেষ বা নিৰ্গুণ বা নিৰাকাৰ, জগতৰ উপাদান আৰু নিমিত্ত কাৰণ তাক দেখুৱাইছে।*

১২ A Critical Survay of Indian Philosophy,—Dr. C. sharma, P. 381.

১৩ অসমৰ বৈষ্ণৱ-দৰ্শনৰ ৰূপৰেখা। পৃঃ ৫৫-৫৮।

* 'ব্ৰহ্ম পৰমাত্মা ভগৱন্ত এক তত্ত্ব।
এতেকেসে তিনি নাম লক্ষণ ভেদত ॥' (নিমি নৱসিদ্ধ, ১৮১,
শঙ্কৰদেৱৰ বাণী পৃঃ ১৫)

'বদন্তি তত্ত্ববিদস্তত্ত্বং যজ্জ্ঞানমদ্বয়ম্।
ব্ৰহ্মেতি পৰমাত্মেতি ভগবানিতি শব্দ্যতে ॥' (ভাগৱত ১।২।১১)

'এতে চাংশকলাঃ পুংসঃ কৃষ্ণস্তু ভগবান স্বয়ম্।' (ভাগৱত—১।৩।২৮)

'তুমিসি নিৰ্গুণ হৰি আনন্দ স্বৰূপ।' (শঙ্কৰদেৱৰ বাণী পৃঃ ৯)

'মায়াৰ গুণক তুমি কৰিছা আশ্ৰয়।
তুমিসে প্ৰনন্ত প্ৰভু ধৰা বহু ৰূপ।' (মঃ শঃ বাণী—পঃ ৪)

এই পৰম পুৰুষ, পুৰুষোত্তম, নাৰায়ণ, সৰ্ব্বকাৰণ, স্বয়ং ভগবান শ্ৰীকৃষ্ণ ভক্তি-যোগৰ দ্বাৰাহে উপলব্ধি হয়। গতিকে বেদান্তৰ টীকা-ভাষ্য-বোৰ সাধাৰণতে দুই শ্ৰেণীত ভাগ কৰা দেখা যায়, (১) জ্ঞান-প্ৰধান আৰু (২) ভক্তি-প্ৰধান।[১৪] অসমীয়া বৈষ্ণৱ সাহিত্যতো এই দ্বিতীয় প্ৰভাৱ বেদান্ত-চিন্তা-ধাৰাৰ সমাবেশহে ভালদৰে পোৱা যায়। তথাপি অসমীয়া বৈষ্ণৱ সাহিত্যত বেদান্তৰ জ্ঞান মিশ্ৰিত ভক্তি-প্ৰধান* চিন্তা-ধাৰাৰ প্ৰবাহ দেখা যায়। শ্ৰীমদ্ভাগৱদ গীতাত যি কৰ্ম্ম, জ্ঞান আৰু ভক্তি মাৰ্গৰ সমন্বয় দেখা যায় সেই একে সমন্বয়বাদৰে প্ৰভাৱ অসমীয়া বৈষ্ণৱ সাহিত্যতো প্ৰতিফলিত হোৱা দেখা যায়। কৰ্ম্মই কেৱল যাগ, যজ্ঞকে নুবুযায়; হৰি সন্তুষ্টিৰ যি কৰ্ম্ম তাকহে ইয়াত বুজাইছে।

অসমত বৈষ্ণৱ আৰু নৱ-বৈষ্ণৱ সাহিত্য সৃষ্ট হোৱাৰ গুৰিত নতুন ৰূপত বৈষ্ণৱ ধৰ্ম্মৰ পুনৰ জাগৰণ বুলি কব পাৰি। কাৰণ বেদৰ দুই ভাগ, কৰ্ম্ম-কাণ্ড আৰু জ্ঞান-কাণ্ড, পূৰ্ব্ব-মীমাংসা আৰু উত্তৰ-মীমাংসা ৰূপে পৰিচিত হ'ল আৰু প্ৰবৃত্তি-নিবৃত্তি পথক দেখুৱালে। তাৰ পাছত পুৰাণৰ যুগত উভয় মাৰ্গৰে সমন্বয় দেখুৱাই নিবৃত্তি মাৰ্গৰ প্ৰাধান্য দিলে। সেইদৰে ঋগ্ বেদৰ পুৰুষ সূক্তৰ সহস্ৰ শিৰ, চক্ষু আৰু পাদ যুক্ত পুৰুষেই উপনিষদ আৰু ব্ৰহ্ম-সূত্ৰ ৰচনা কালত ব্ৰহ্মৰূপ ললে আৰু

---

১৪ বেদান্ত দৰ্শন-শ্ৰীৰাধানাথ ফুকন, জন্মভূমি প্ৰেছ, যোৰহাট, পাতনি পৃঃ-1V

*"ভকতি বিহীন জ্ঞান-কৰ্ম্ম সবে ব্যৰ্থ।
কহিলো স্বৰূপে বেদান্তৰ তত্ত্ব অৰ্থ॥" (১ম স্কন্ধ—৪১ শঙ্কৰ বাণী, পৃঃ ৮০)

"জ্ঞানে গতি কৰৈ বেদ লৈয়া তাৰ পৰিচ্ছেদ
আছে জ্ঞান ভকতিৰ মাজে।
ভকতি কৰন্তে জ্ঞান আপুনি উপজৈ জ্ঞান
যোগ চিন্তি মৰে নিজ কাজে॥"
(একাদশ—২০০, ম, শঃ বাণী-পৃঃ—৮২)

জ্ঞানৰ পথত নাহিকে সহায়
কৰ্ম্মত বিঘিনি ভয়॥
ভকতি পথত ঈশ্বৰ ৰক্ষক
জানিবা ৰাজা নিশ্চয়।"
(ষষ্ঠ-৭৭-৭৯, মঃ পুঃ বাণী— ঃ ৮১)



ভাগৱত পুৰাণ আৰু গীতা আদিৰ কালত শ্ৰীকৃষ্ণৰ ৰূপ ললে; তদ্ৰূপে অসমীয়া বৈষ্ণৱ কবি আৰু লিখকসকলে বিষ্ণু বা শ্ৰীকৃষ্ণৰ ভক্তি-যোগৰ দ্বাৰা পূৰ্ব্ব প্ৰচলিত প্ৰবৃত্তি-মাৰ্গৰ পথ আৰু জীৱৰ ইহ কালৰ ধন, জন, ঐশ্বৰ্য্য, বিভূতি আদিৰ বাঞ্চা পূৰণৰ উপায় হেতু স্বৰূপ যাগ-যজ্ঞ, পূজা-পাতল আৰু ইয়াৰ যোগেদি কৰা হিংসাত্মক বৃত্তি বন্ধ কৰিবলৈ অসমীয়া বৈষ্ণৱ সাহিত্যৰ সৃষ্টি কৰিছিল। এই সাহিত্যই প্ৰবৃত্তি মাৰ্গক বাদ দি নিবৃত্তি মাৰ্গৰ ওপৰত জোৰ দি তাৰ বহুল প্ৰচাৰ কৰিছিল। এই বৈষ্ণৱ সাহিত্যত আমি প্ৰধানকৈ শ্ৰীমদ্ভাগৱত, শ্ৰীমদ্‌গীতা আৰু অন্যান্য পুৰাণ শাস্ত্ৰৰ পদ-ৰচনা, সংগ্ৰহ গ্ৰন্থ, সাৰ সঙ্কলন, গীত, নাট আদিৰ বিষয় উল্লেখ কৰিব পাৰোঁ। এই আটাইবোৰ সাহিত্যিক ৰচনাৰে মূল উদ্দেশ্য হৈছে শ্ৰীকৃষ্ণ বা শ্ৰীবিষ্ণুৰ একান্ত ভক্তি প্ৰচাৰ কৰা।

মহাপুৰুষ শঙ্কৰ দেৱৰ গ্ৰন্থৰাজি বিশ্লেষণ কৰিলে দেখা যায় যে, ইয়াৰ উদ্দেশ্য বেদান্ত-চিন্তাধাৰাৰ নিচিনা ব্ৰহ্ম-জ্ঞান বা আত্ম-জ্ঞান লাভ কৰা; অৰ্থাৎ কৃষ্ণ-তত্ত্ব-জ্ঞান লাভ কৰা। বৈষ্ণৱ মতে যদিও জীৱৰ ঈশ্বৰত লয়ত্ব স্বীকাৰ কৰা হোৱা নাই আৰু ইয়াক ঈশ্বৰৰ পৰতন্ত্ৰ বুলি ধৰা হৈছে তথাপি শ্ৰীশঙ্কৰাচাৰ্য্যৰ মতে ব্ৰহ্ম আৰু জীৱৰ একত্ব বা অদ্বৈতত্ব স্বীকাৰ কৰা হৈছে। মহাপুৰুষ শঙ্কৰদেৱেও শঙ্কৰাচাৰ্য্যৰ নিচিনাকৈ মুক্তি আৰু মোক্ষৰ প্ৰয়োগ কৰিছে। মুক্তিৰ দ্বাৰা জীৱন্মুক্তিৰ ভাব বুজাইছে আৰু মোক্ষৰ দ্বাৰা পৰমপদ প্ৰাপ্ত অৰ্থাৎ ব্ৰহ্মত্ব লয় পোৱা বুজাইছে। যদিও 'নলাগে লীন মুকুতি'ৰ[১৫] উল্লেখ আছে তথাপি এক তত্ত্ব স্বীকাৰ, জগতৰ মিথ্যাত্ব আৰু ব্ৰহ্মত্ব লয়ৰ[১৬] উল্লেখে অদ্বয় তত্ত্বক বুজাইছে।

---

১৫. 'নলাগে লীন মুকুতিকো তথা।
নাহি হৰি পদ পঙ্কজ যথা॥' (কীৰ্ত্তন, ১১৪, ম ঃ শঃ বাণী পৃঃ ৫০)

১৬ "পৰিপূৰ্ণ আত্মা হোৱে মনত সাক্ষাত॥
দেহকো নেদেখে জীৱে হোৱে ব্ৰহ্মময়।
ইয়াকে বুলি ৰাজা আত্যন্তিক লয়॥" (দ্বাদশ-১৮০, মঃ শঃ বাণী, পৃঃ ৪৭)
আৰু বৈষ্ণৱ-দৰ্শনৰ ৰূপৰেখা, পৃঃ ১৬৩

বেদান্ত দৰ্শনৰ প্ৰধান প্ৰতিপাদ্য বিষয় হৈছে––'ব্ৰহ্ম জিজ্ঞাসা।"[১৭] এই ব্ৰহ্মক উপনিষদ, গীতা আৰু ব্ৰহ্ম-সূত্ৰই, 'সচ্চিদানন্দ স্বৰূপম্', অনন্ত অবাঙমনোগোচৰ, অসীম, 'অনোৰণীয়ান্মহতো মহীয়ান, [১৮] অশব্দং অস্পৰ্শং অৰূপং অব্যয়ং, নিত্যং, অনাদি, অনন্ত, মহৎ ;[১৯] অঙ্গুষ্ঠমাত্ৰ পুৰুষ, জ্যোতিৰিবাধূমক ;[২০] এক, সৰ্ব্বভূতান্তৰাত্মা[২১] নিত্যৰ নিত্য আৰু চেতনৰ চেতন,[২২] সৰ্ব্বজ্ঞ জ্ঞানময়, সৰ্ব্ববিদ্যা ;[২৩] দিব্য অমূৰ্ত্ত পুৰুষ অজ, অপ্ৰাণ আৰু অক্ষৰৰো পৰ আখ্যা দিছে।[২৪] ব্ৰহ্মই এই বিশ্বস্বৰূপ, প্ৰজ্ঞানঘন, আনন্দময়, প্ৰাজ্ঞঃ ;[২৫] ব্ৰহ্মই আনন্দজ্ঞান স্বৰূপ, ব্ৰহ্মই সত্য ;[২৬] ব্ৰহ্মই বিজ্ঞানস্বৰূপ ;[২৭] ব্ৰহ্মই আনন্দ ;[২৮] আত্মতত্ত্বই ব্ৰহ্মতত্ত্ব।[২৯] শ্ৰীমদ্‌গীতাতো শ্ৰীকৃষ্ণই অৰ্জ্জুনক তেওঁৰ স্বৰূপৰ উপদেশ দি এইদৰে কৈছে যে শ্ৰীকৃষ্ণই সমগ্ৰ জগতৰ উৎপত্তি আৰু লয়ৰ স্থল।[৩০] তেওঁৰ ব্যতিৰেকে এই জগতত আৰু আন একো সত্ত্বা নাই।[৩১] তেঁৱেই অজ আৰু অব্যয়।[৩২] তেৱেঁই আত্মা, তেৱেঁই প্ৰাণীৰ আদি, মধ্য আৰু অন্ত।[৩৩] তেৱেঁই উত্তম পুৰুষ, পৰমাত্মা আৰু ঈশ্বৰ।[৩৪] বেদান্ত-চিন্তা-ধাৰাৰ প্ৰথম পৰ্য্যায় বা স্তৰত ব্ৰহ্মৰ বিষয় এইদৰে বৰ্ণনা কৰা হয়। দ্বিতীয় পৰ্য্যায়ত ব্ৰহ্ম-সূত্ৰ বা

১৭ বেদান্ত দৰ্শন-ব্ৰহ্মসূত্ৰ – ১।১।১
১৮ কঠোপনিষদ – ১।২।২০
১৯ ,, – ১।৩।২৫
২০ ,, – ২।১।১৩
২১ ,, – ২।২।৯
২২ ,, – ২।২।১৩
২৩ মণ্ডকোপনিষদ – ১।২।৯
২৪ ,, – ২।১।২
২৫ মাণ্ডুক্যোপনিষদ – ৫
২৬ ব্ৰহ্মানন্দ বল্লী-অনুবাক – ১
২৭ ,, ,, – ৪
২৮ ,, ,, – ৫
২৯ শ্বেতাশ্চতৰোপনিষদ – ২।১৫
৩০ গীতা – ৭।৬
৩১ ,, – ৭।৭
৩২ ,, – ৭।২৫
৩৩ ,, – ১০।২০
৩৪ ,, – ১৫।১৭



বেদান্ত-সূত্ৰ বা শাৰীৰিক বা উত্তৰ-মীমাংসা সূত্ৰ নামেৰে পৰিচিত সূত্ৰৰ দ্বাৰা ব্ৰহ্মৰ স্বৰূপ নিৰ্ণয় কৰা হয়। সেই কাৰণে ইয়াক নিৰ্ণয় শাস্ত্ৰও বোলা হয়।[৩৫]

এই চিন্তা-ধাৰাৰে তৃতীয় স্তৰ হৈছে আচাৰ্য্যসকলৰ দ্বাৰা কৃত ব্ৰহ্ম-সূত্ৰৰ ভাষ্যসমূহ। এই ভাষ্যসমূহৰ নাম আগেয়ে উল্লেখ কৰি অহা হৈছে। শ্ৰীশঙ্কৰাচাৰ্য্য কৃত 'শাৰীৰিক' ভাষ্যই অতি প্ৰাচীন আৰু বিচাৰৰ দৃষ্টি-কোণৰ পৰা সাহিত্য আৰু অধ্যাত্ম চিন্তাৰ ক্ষেত্ৰত অনন্য স্থান পোৱা বুলি উল্লেখ কৰিছে।[৩৬] ব্ৰহ্ম-সূত্ৰৰ প্ৰথম চাৰিটা সূত্ৰই বেদান্ত দৰ্শনৰ এখন সংক্ষিপ্ত নক্সা আমাক দিব পাৰে।[*১] ইয়াৰ পৰা জনা যায় যে, ব্ৰহ্ম-অনুসন্ধানেই জীৱৰ একমাত্ৰ শ্ৰেয় আৰু প্ৰেয়। এই ব্ৰহ্ম জ্ঞানৰ শাস্ত্ৰই একমাত্ৰ উপায়। এই ব্ৰহ্মই জগতৰ সৃষ্টি, স্থিতি আৰু লয়ৰ কাৰণ। সকলো শ্ৰুতিয়ে ইয়াক এক বাক্যৰ দ্বাৰা কৈছে। বেদ, বেদান্ত আদিয়ে প্ৰতিপাদ্য যি 'ব্ৰহ্মতত্ত্ব' তাক 'সৰ্ব্ব বেদান্তৰ সাৰ' শ্ৰীমদ্ভাগৱতে পৰম পুৰুষ, পুৰুষোত্তম শ্ৰীকৃষ্ণত সেই ব্ৰহ্ম-তত্ত্ব আৰোপ কৰি শ্ৰীকৃষ্ণৰ লীলা বৰ্ণনা কৰিছে। ভাগৱতে শ্ৰীকৃষ্ণ-লীলাক অতি প্ৰাধান্য দিছে। এই লীলা বৈদান্তিক লীলা-বাদৰ সম্পূৰ্ণ বিকাশ আৰু প্ৰকাশ বুলি কব পাৰি। কাৰণ ব্ৰহ্ম-সূত্ৰই 'লোকবৎ তু লীলা কৈৱল্যম্'[৩৭] বুলি উল্লেখ মাত্ৰহে কৰিছে ; কিন্তু ইয়াৰ পূৰ্ণ বিকাশ ব্ৰহ্ম-সূত্ৰত নেপাই ভাগৱতৰ যোগেদিহে পাইছে। গতিকে অসমীয়া বৈষ্ণৱ সাহিত্যৰ বৈদান্তিক চিন্তা-ধাৰা এই লীলাবাদৰ মাজেৰেহে প্ৰকাশ পোৱা দেখা যায়।[*২]

৩৫ Introduction to Vedemta, P. 105
৩৬ Introduction to Vedanta, P. 105
*১ 'অৰ্থাতোহব্ৰহ্ম জিজ্ঞাসা—ব্ৰহ্মসূত্ৰ- ১।১।১
'জন্মাদ্যস্য যতঃ – ,, – ১।১।২
'শাস্ত্ৰ যোনিত্বাৎ – ,, – ১।১।৩
'তৎ তু সমন্বয়াৎ – ,, – ১।১।৪
৩৭ ব্ৰহ্মসূত্ৰ-২।১।৩৩ আৰু
*২ 'লীলায়ে সংহৰি প্ৰভু কৰা
সৃষ্টি স্থিতি।'
'কৰো সৃষ্টি লীলা আবে
বিনোদ বিলাপ'।
(নঃ শঃ বাণী-পৃঃ ৪১)

অসমীয়া বৈষ্ণৱ কবি মহাপুৰুষ শঙ্কৰ দেৱৰ বাণীৰ মাজেদিও বেদান্তৰ প্ৰতিপাদ্য বিষয়, ব্ৰহ্ম বা ঈশ্বৰ, জীৱ, মায়া, ঈশ্বৰ আৰু জীৱৰ অভেদত্ব, ইয়াৰ অদ্বয়ত্ব, মুক্তি, মোক্ষ পুৰুষ-প্ৰকৃতিৰ লক্ষণ, কৰ্ম্ম-জ্ঞান আৰু ভক্তি যোগৰ বৰ্ণনা আদি পোৱা যায়। তেওঁৰ মতে ঈশ্বৰেই ব্ৰহ্মতত্ব,[৩৮] পৰমাত্মা তত্ব[৩৯] আৰু এক মাত্ৰ সত্য বস্তু।[৪০] এই ঈশ্বৰ বা ব্ৰহ্মই তেওঁৰ মতে হ'ল অনাদি অনন্ত, নিৰঞ্জন, নিৰাময়, নিৰাকাৰ, জ্ঞানময়, আনন্দময়,[৪১] পৰম বিশুদ্ধ আত্ম-তত্ব ;[৪২] নিৰ্গুণ, গুণহীন, সত্য, সনাতন আত্ম-তত্ব,[৩৪] একতত্ব[৪৪] সৃষ্টি, স্থিতি আৰু লয়ৰ কাৰণ ;[৪৫] জগ-তৰ উপাদান আৰু নিমিত্ত কাৰণ। এই ব্ৰহ্মতত্বৰ বাহিৰে পৰমাৰ্থতঃ আন একো সত্বা নাই বুলিছে।[৪৬] 'এক দেউ, এক সেউ, এক বিনে নাহি কেউ'

৩৮ 'তুমি সত্য ব্ৰহ্ম তোমাত প্ৰকাশে
জগত ইটো অনন্ত।
জগততো সদা তুমিয়ে প্ৰকাশা
অন্তৰ্যামী ভগৱন্ত ॥' (কীৰ্তন-১৬৬৩-মঃ শঃ বাণী-পৃঃ ৩)

৩৯ 'তুমি পৰমাত্মা জগতৰ ঈশ এক।'

৪০ 'একো বস্তু নাহিকে তোমাত ব্যতিৰেক ॥' (মঃ শঃ বাণী-পৃঃ ২)

৪১ 'অনাদি অনন্ত যিটো ব্ৰহ্ম নিৰঞ্জন।
জ্ঞানময় আনন্দময় ৰসত মগ্ন মন ॥' (অনাদি পাতন-৪০ মঃ শঃ বাণী-পৃঃ ১১)

৪২ 'পৰম বিশুদ্ধ গুণহীন মই
জ্ঞানৰূপ আত্মা এক।
মোতে আছে ইটো জগৎ মই পুন
জগতত ব্যতিৰেক ॥'' (মঃ পুঃ বাণী-পৃঃ ৮)

৪৩ 'মই সত্য আত্ম-তত্ত্ব মিছা সবে আন।' — ( ঐ, পৃঃ ৭)
'তুমিসি নিৰ্গুণ হৰি আনন্দ স্বৰূপ।
নেদেখোহা মই আত পৰে আনৰূপ ॥' ( ঐ, পৃঃ ৯)

৪৪ 'তুমিসে কেৱলে সত্য সৱে মায়াময়।
তুমি বিনে সত্য আন বস্তু নাহিকয় ॥ (ৰত্নাকৰ, ১১১, মঃ শঃ বাণী-পৃঃ ৪).

৪৫ 'জগতৰে কৰ্ত্তা পালয় সবাকো
সংহৰে সৱজগত।' (মঃ শঃ বাণী-পৃঃ ২)

৪৬ 'তুমি কাৰ্য্য কাৰণ সমস্ত চৰাচৰ।
সুৱৰ্ণ কুণ্ডলে যেন নাহিকে অন্তৰ ॥ (মঃ শঃ বাণী-পৃঃ ২)



এই মূল মতেও আত্ম-তত্ত্ব-জ্ঞানকে বুজাইছে। বেদান্তৰ ব্ৰহ্ম-তত্ত্বই শ্ৰীশঙ্কৰদেৱৰ লিখনিত ঈশ্বৰত্ব প্ৰাপ্ত হৈছে। এই ঈশ্বৰ হ'ল তেওঁৰ মতে পৰমপুৰুষ, পুৰুষোত্তম আৰু পৰমাত্মা স্বৰূপ শ্ৰীকৃষ্ণ। শ্ৰীকৃষ্ণত ঈশ্বৰত্ব আৰোপ কৰিলেও ব্ৰহ্ম আৰু শ্ৰীকৃষ্ণৰ মাজত একো বিশেষ পাৰ্থক্য এবা নাই। কাৰণ মহাপুৰুষ জনাই এক অদ্বয় তত্ত্বকে 'সনাতন ব্ৰহ্মৰূপী আৰু সৰ্ব্ব অৱতাৰৰ কাৰণ' বুলিছে। আকৌ সেই একেতত্ত্বকে 'পৰম ঈশ্বৰ কৃষ্ণ দেৱ নাৰায়ণ'[৪৭] আখ্যা দি শ্ৰৱণ-কীৰ্ত্তন উপায়ৰ আদেশ কৰিছে। তৰ্কৰ দৃষ্টি-কোণৰ পৰা নিৰ্গুণ ব্ৰহ্ম আৰু ঈশ্বৰ কৃষ্ণক এক বুলি কব নোৱাৰি। কিন্তু বৈদান্তিক 'লীলা-বাদে' এই তৰ্কৰ মেৰ পাকক অস্বীকাৰ কৰি ঐক্য স্থাপন কৰিছে। চিন্তাৰ ৰাজ্যতহে তৰ্কৰ স্থান আছে। অনুভূতি, ভাব আৰু বিশ্বাসৰ ৰাজ্যত তৰ্কৰ স্থান স্বীকাৰ কৰা হোৱা নাই * যদিও বিচাৰ আৰু তৰ্কৰ দ্বাৰা এই ভাব বিশ্বাস আৰু শ্ৰদ্ধাৰ ভিত্তি স্থাপন কৰা হয়। গতিকে ইয়াৰ পৰা অনুমান কৰা যায় যে, ভাবৰ ৰাজ্যত আৰু সাধনৰ শেষ স্তৰত এই সবিশেষ বা সগুণ আৰু নিৰ্ব্বিশেষ বা নিৰ্গুণ তত্ত্বৰ ঐক্য স্বীকাৰ কৰাত কোনো বাধা থাকিব নোৱাৰে।

বেদান্ত চিন্তা ধাৰাত আচাৰ্য্যসকল যেনে, শঙ্কৰ, ৰামানুজ, ভাস্কৰ, মধ্বা, নিম্বাৰ্ক, বল্লভ যাদৱ, প্ৰকাশ, কেশৱ, নীলকন্ঠ, বলদেৱ আৰু বিজ্ঞানবিক্ষু আদিৰ মাজত জীৱাত্মাৰ লক্ষণ আৰু ইয়াৰ ব্ৰহ্ম বা পৰমা-ত্মাৰ লগত থকা সম্বন্ধ বিষয়ত বিশেষ বাদানুবাদৰ সৃষ্টি হোৱা দেখা গৈছে। ব্ৰহ্ম-সূত্ৰৰ 'পৃথক উপদেশাৎ' (২।৩।২৮) সূত্ৰই জীৱাত্মাক পৰমা-ত্মাৰ পৰা পৃথক্ বুলি উপদেশ দিয়া বুজোৱা বুলি শঙ্কৰাচাৰ্য্যৰ বাহিৰে অন্যান্য আচাৰ্য্যসকলে মত দিছে। জীৱাত্মাক 'অণু' আৰু পৰমাত্মাক 'বিভূ' বুলিছে। শ্ৰুতিয়ে উভয়কে জ্ঞান বা চৈতন্যক লৈ পৃথক কৰি দেখুৱাইছে। জীৱ ধৰ্ম্মী আৰু জ্ঞান ইয়াৰ ধৰ্ম্ম। জ্ঞানৰ ক্ষেত্ৰত জীৱৰ

৪৭। ভাগৱত, প্ৰথম স্কন্ধ, ৮।

*নৈষা তৰ্কেন মতিৰাপনেয়া
প্ৰোক্তান্যেনৈব সুজ্ঞানায় প্ৰেষ্ঠ! (কঠোপনিষদ--১।২।৯)
নায়মাত্মা প্ৰবচনেন লভ্যো
ন মেধয়া ন বহুনা শ্ৰুতেন
যমেবৈষ বৃণুতে তেন লভ্যস্তস্যৈষ আত্মা বিবৃণুতে তনূংস্বাম্।
(কঠোপনিষদ—১।২।২৩)

মহৎ হব পৰা যোগ্যতা আৰু সৰ্ব্বজ্ঞ হব পৰা ক্ষমতা থাকিলেও জীৱাত্মা 'অণু'। শঙ্কৰাচাৰ্য্যই ইয়াক অস্বীকাৰ কৰিছে। জীৱাত্মাক নিত্য বুলিছে। নিত্য হলেই কাৰণহীন আৰু কাৰণহীন হলেই ব্যাপী বা সৰ্ব্বগত হবই লাগে। গতিকে ইয়াক 'বিভূ' বুলিছে।[৪৮] মহাপুৰুষ শঙ্কৰ দেৱেও জীৱাত্মা আৰু পৰমাত্মাৰ 'ভেদাভেদ' স্বীকাৰ কৰিছে। স্বৰূপত জীৱাত্মা পৰমাত্মাৰ লগত অভেদ।[৪৯] ইয়াক 'নিত্য অবিনাশী' বুলিছে।[৫০] কিন্তু অন্তঃকৰণ যুক্ত, মায়া উপাধি যুক্ত জীৱ বদ্ধ আৰু অংশ।[৫১] শঙ্কৰাচাৰ্য্যৰ দৰে শঙ্কৰদেৱৰ মততো নিত্যত্ব লক্ষণৰ দ্বাৰা জীৱাত্মাৰ 'বিভূত্ব' স্বীকাৰ কৰিব পাৰি। 'হামু সত জীৱ, শিৱ তেৰী অংশা' নাইবা 'তোমাৰেসে অংশ আমি যত জীৱ জাক' উক্তিৰ দ্বাৰা জীৱাত্মাৰ সম্পূৰ্ণ পৃথক সত্বা বা অংশত্ব আৰোপ কৰা হোৱা নাই। এই অংশত্ব সমুদ্ৰ আৰু ইয়াৰ বুৰবুৰণীৰ নিচিনা। মায়াৰ কাৰ্য্যৰ দ্বাৰা জীৱৰ অংশত্ব সৃষ্ট হয় আৰু জ্ঞানৰ উদয়ে, মায়াৰ বিনাশে এই অংশত্ব নাইকিয়া কৰে।

বেদান্ত-চিন্তা-ধাৰাত জগতৰ অস্তিত্ব অস্বীকাৰ কৰা হোৱা নাই যদিও শঙ্কৰাচাৰ্য্যৰ মতে জগতৰ পাৰমাৰ্থিক সত্বা বা সত্যতা নাই আৰু ই মিথ্যা। জগৎ ব্ৰহ্মৰ উপাদান। অৰ্থাৎ ব্ৰহ্ম ব্যতিৰেকে ইয়াৰ পৃথক সত্বা নাই। ব্ৰহ্মই জগতৰ 'উপাদান আৰু নিমিত্ত কাৰণ'। জগতৰ অস্তিত্ব মায়িক। গতিকে পৰমাৰ্থতঃ এই জগত মিথ্যা। শ্ৰীশঙ্কৰ দেৱেও ইয়াক মিছা বা মিথ্যা বুলিছে—'তুমিহে কেৱলে সত্য সবে মায়া-

৪৮ বেদান্ত দৰ্শন, পৃঃ ২২৮।
৪৯ 'ঈশ্বৰত কৰি জীৱ ভিন্ন নুহি
শান্ত অধিকাৰী হয়।
ভ্ৰান্তিয়ে অজ্ঞান আৱৰিত হুয়া
আপোনাক নজানয় ॥ (মঃ শঃ বাণী—পৃঃ ২২)
৫০ 'ব্যয় আছে তাৰ অব্যয় হোৱয়
জীৱ নিত্য অবিনাশী ॥' ( ঐ —পৃঃ ২২)
৫১ সুখ দুঃখ ময় মায়া-মোহ-পাশে
ভৈলা অতি বিমোহিত।
কৰ্ম্ম-জৰী-বন্ধ হুয়া সংসাৰত
পৰি ‌ঃখ পাৱে নিত ॥ ( ঐ —পৃঃ ২২)
'হামু যত জীৱ শিৱ তেৰি অংশা
কহে ওহি মোহ-বন্ধ ॥
(বৰগীত, ৭ মঃ শঃ বাণী—পৃঃ ৩৯)



ময়।' ৰামানুজকে আদি কৰি অন্যান্য আচাৰ্য্যসকলে জগতৰ পৃথক অস্তিত্ব স্বীকাৰ কৰি জগতক ব্ৰহ্মৰ নিৰ্ভৰশীল বা পৰতন্ত্ৰ সত্বা দিছে। এই আচাৰ্য্যসকলে জগতক মিথ্যা বুলি কোৱা নাই, ব্ৰহ্মৰ শৰীৰৰ ভিতৰৰ নিৰ্ভৰশীল উপাদান যুক্ত সত্য বা সত্বা বুলি কৈছে। মহাপুৰুষ শঙ্কৰ দেৱেও ব্ৰহ্মক জগতৰ উপাদান আৰু নিমিত্ত কাৰণ বুলিছে। তেখেতে 'অদ্বৈত বাদ'[৫২] স্বীকাৰ কৰি দাৰ্শনিক দৃষ্টি-কোণৰ পৰা শঙ্কৰাচাৰ্য্যৰ পক্ষ লৈছে। "দুই শঙ্কৰৰ একেখন শাঙ্কৰিক দৰ্শন"[৫৩] এই উক্তিয়ে ইয়াৰ প্ৰমাণ। শঙ্কৰদেৱে মায়াৰ লক্ষণৰ যদিও 'ভিন্নাভিন্ন নহি'[৫৪] বুলি অনিৰ্বাচ্য পৰ্য্যায়লৈ তুলি নিছে তথাপি মায়াক ঈশ্বৰৰ 'নিজ শকতি'[৫৫] বুলি পুনৰায় সীমাবদ্ধ কৰিছে। শঙ্কৰাচাৰ্য্যৰ দৰে শঙ্কৰদেৱেও মায়াৰ 'আৱৰণ আৰু বিক্ষেপণ'[৫৬] কাৰ্য্য দুটা স্বীকাৰ কৰিছে। মায়াৰ লক্ষণ সম্বন্ধে শঙ্কৰদেৱ আৰু শঙ্কৰাচাৰ্য্যৰ মতৰ লগত মিল থাকিলেও ই দাৰ্শনিক দৃষ্টিভঙ্গীৰ মেৰ পাকৰ পৰা মুক্ত হৈ ঈশ্বৰৰ অচিন্ত্য শক্তিৰ প্ৰভাৱকহে দেখুৱাইছে। বৰ্ণনাত ইয়ে প্ৰকৃতি দেবীৰ ৰূপ লৈছে। এই মায়াক জয় কৰিব পৰা ঈশ্বৰৰ আন এটি শক্তি স্বৰূপ হৈছে 'ভক্তি মাৱ'। ভক্তি মাতৃ স্বৰূপা। ইয়ে জীৱক মায়া-জালৰ বন্ধনৰ পৰা মুক্ত কৰাই জীৱৰ স্বৰূপ দৰ্শায়।* অন্যান্য আচাৰ্য্যসকলৰ মতত মায়াই ঈশ্বৰৰ অচিন্ত্য শক্তিৰ স্থান পাইছে। ইয়াক জগৎ উৎপত্তিৰ কাৰণ বুলি ধৰা হৈছে।

৫২ মহাপুৰুষ শঙ্কৰদেৱৰ বাণী, পৃঃ ২৫-২৭।
৫৩ বেদান্ত দৰ্শন, পাতনি, পৃঃ—ll/o
৫৪ 'তোমাৰে আমাৰে একো নাহি ভিন্নাভিন্ন।'
৫৫ 'মোৰ নিজ শকতি সম্যকে দেখো পাণ।' (মঃ শঃ বাণী—পৃঃ ৩৭)
৫৬ 'অবস্তুক দেখাৱয় বস্তুক আৱৰি।
এহিসে মোহৰ মায়া জানা নিষ্ট কৰি ॥
— — —
এহিমতে মায়া আৱ কৰি ঈশ্বৰক
আশাৰ বিষয় তাক দেখাৱে জীৱক ॥ ( ঐ পৃঃ ৩৮)
* 'মায়ায়ে বান্ধন্ত ভক্তি মাতৃ মেলাৱন্ত।
দইহানো মধ্যস্থ ভাৱে আছা ভগৱন্ত ॥ ( ঐ পৃঃ ১৫)

বেদান্ত-চিন্তাধাৰাৰ শেষ স্তৰ হৈছে পৰম পুৰুষাৰ্থ নিৰ্ণয় বা হিত নিৰ্ণয়। বেদান্ত মতে আত্মজ্ঞানেই জীৱৰ একমাত্ৰ পৰম পুৰুষাৰ্থ বা হিত। ব্ৰহ্মোপাসনাই আত্মজ্ঞান লাভৰ একমাত্ৰ উপায়। বেদান্তই ভক্তি যোগৰ কথাকেই কৈছে।[৫৭] শ্ৰুতিয়ে ভক্তি-সাধনৰ বাবে তলত সন্নিবিষ্ট কৰাৰ দৰে সিদ্ধান্ত কৰিছে ঃ--

"যস্য দেৱে পৰা ভক্তিৰ্যথা দেৱে তথা গুৰৌ।
তস্যৈতে কথিতা হ্যৰ্থাঃ প্ৰকাশন্তে মহাত্মনঃ
প্ৰকাশন্তে মহাত্মনঃ ॥"
(শ্বেতাশ্বতৰোপনিষদ-২৩)

অসমীয়া বৈষ্ণৱ কবি আৰু লিখকসকলেও সাহিত্যৰ যোগেদি এই ভক্তি যোগৰেই প্ৰাধান্য দিছে। আচাৰ্য্য জৈমিনিয়ে যদিও কৰ্ম্মৰ প্ৰাধান্য দি আত্ম-জ্ঞানক কৰ্ম্মৰ আনুসঙ্গিক অনুষ্ঠান হিচাবে ধৰিছে ; যেনে–'শেষত্বাৎ পুৰুষাৰ্থবাদঃ যথা অন্যেষু', (জৈমিনিঃ–৩।৪।২) জৈমিনিৰ এই যুক্তি বাদৰায়ণে স্বীকাৰ কৰা নাই। কৰ্ম্মৰ অঙ্গ হিচাবে গ্ৰহণ কৰা আত্মজ্ঞানক তেওঁ প্ৰকৃত আত্মজ্ঞান নুবুলি 'অধিক উপদেশাৎতু বাদৰায়ণস্য এবং তদ্দৰ্শনাৎ' (৩।৪।৮) –ইয়াতকৈ অধিক উপদেশ দিয়া-কহে বুজাইছে আৰু ইয়ে আত্মাৰ স্বৰূপ উপলব্ধিকহে বুজোৱা বুলিছে। শ্ৰৱণ, মনন আৰু নিদিধ্যাসনেই আত্ম-জ্ঞান লাভৰ উপায় বুলি ধৰিলোৱা হৈছে। অসমীয়া বৈষ্ণৱ কবি আৰু লিখকসকলেও ভক্তি যোগত শ্ৰৱণ, কীৰ্ত্তন আদি কৰি নৱ-প্ৰকাৰ ভক্তি উপায়ৰ দ্বাৰা এই জ্ঞান লাভ কৰাৰ বাট মুকলি কৰি থৈছে। মহাপুৰুষ শঙ্কৰদেৱেও ভকতিক মোক্ষৰ বীজ বুলিছে।[৫৮] ভকতি মহাধনক পাই আন জপ, যজ্ঞ-ধৰ্ম্মৰ ধান্দা এৰিব দিছে।[৫৯] ভকতিকেই পিতা-মাতা, গতি দাতা,[৬০] জীৱৰ চিত্ত আৰু বিত্ত

৫৭ বেদান্ত দৰ্শন, পৃঃ ৩৪৫।
৫৮ "ভকতিসে চিত্ত ভকতিসে বিত্ত
ভকতি মোক্ষৰ বীজ।"
৫৯ 'শুনিয়োক সৰ্ব্বজন ভকতিসে মহাধন
আন জপ যজ্ঞ ধৰ্ম্ম ধান্দা।
৬০ 'ভকতিসে নিজ মাতা ভকতিসে গতি দাতা
জানি ভকতিক গলে বান্ধা ॥'



বুলি কৈছে। সগুণ ব্ৰহ্মৰ যোগেদি নিৰ্গুণ ব্ৰহ্ম-জ্ঞান বা আত্মজ্ঞান লাভ কৰিবলৈ হলে ভক্তিয়েই একমাত্ৰ উপায়। উদ্ধৱৰ উক্তিৰ দ্বাৰা ইয়াক পৰম ৰহস্য বোলা হৈছে।[৬১] ভক্তিৰ মহিমাক 'পৰম ৰহস্য' বোলাৰ কাৰণ বোধহয় এনেকুৱা হব যে শুদ্ধ ভক্তি আৰু তাৰ দ্বাৰা পৰম তত্ত্বৰ জ্ঞান কেতিয়া কি উপায়ে জীৱৰ অন্তৰত প্ৰকাশ পায় তাক নিৰ্ণয় কৰা টান। ভক্তিৰ ক্ষেত্ৰত দেশ, কাল আৰু পাত্ৰ-অপাত্ৰৰ বিচাৰ নাই বুলি কোৱাটোও থিক নহয়। কাৰণ ইয়াৰ বিচাৰ মানৱীয় বুদ্ধিৰে চুকি পোৱা টান। গতিকে পৰম সত্ত্বাৰ কৃপাহে মহিমা মণ্ডিত হোৱা দেখা যায়।

মহাপুৰুষ শঙ্কৰ দেৱৰ ভক্তি-যোগ বৰ্ণনাত 'ৰাগানুজ' ভক্তিৰ চাপ হে অধিক ৰূপে পৰা দেখা যায়। তেওঁৰ ভক্তিৰ লক্ষণ ৰাগানুজ হলেও 'মিশ্ৰভক্তি' নহয়। ই সম্পূৰ্ণৰূপে শুদ্ধ ভক্তিৰ নিদৰ্শন। তেওঁ ভক্তিৰ লক্ষণ দেখুৱাই ভাগৱতী, উত্তম, অব্যভিচাৰী, প্ৰেম, আৰু নিৰ্গুণ ভক্তিৰ বৰ্ণনা কৰিছে। এই আটাইবোৰ লক্ষণেই শুদ্ধ ভক্তিৰ অন্তৰ্গত। এই শুদ্ধ ভক্তি যোগে জীৱে জীৱন্ত অৱস্থাতে মুক্ত হয়।* শঙ্কৰাচাৰ্য্যই বিদেহ মুক্তি আৰু জীৱন্মুক্তি উভয়কে স্বীকাৰ কৰে। আন আচাৰ্য্যসকলে জীৱন্মুক্তি স্বীকাৰ কৰিলেও বিদেহ মুক্তি স্বীকাৰ নকৰে। জীৱে সদায় ব্ৰহ্মৰ পৰতন্ত্ৰ হৈ থাকে। সদা সৰ্ব্বদায় ঈশ্বৰৰ সান্নিধ্য লাভ আৰু তাৰ দ্বাৰা পোৱা আনন্দই এক মাত্ৰ পৰম পুৰুষাৰ্থ জীৱৰ বাবে। শঙ্কৰ দেৱৰ সাহিত্যত উভয় প্ৰকাৰ মুক্তিৰে স্থান আছে। এক তত্ত্বৰ স্বীকাৰ দ্বাৰা বিদেহ মুক্তিক স্বীকাৰ নকৰি নোৱাৰি।

মহাপুৰুষ শঙ্কৰ দেৱৰ প্ৰধান শিষ্য, পৰম ভক্ত আৰু উদাসীন একান্ত বৈষ্ণৱ মাধৱ দেৱৰ লিখনিতো বেদান্ত-চিন্তা-ধাৰাৰ প্ৰভাৱ পৰা দেখা যায়। তেখেতৰ উল্লেখ যোগ্য ভক্তি গ্ৰন্থ 'নামঘোষা' আৰু নাট

৬১ 'কেৱলে ভকতি এক লোক কৰে বশ্য।
কহিলো উদ্ধৱ ইটো পৰম ৰহস্য ॥ (মঃ শঃ বাণী, পৃঃ ৮৭-৯১)

* 'বিষ্ণুময় দেখে যিটো সমস্ত জগতে।
জীৱন্তে বুকুত হোৱে অচিৰ কালতে ॥' (অঃ বৈঃ দঃ ৰূপৰেখা—পৃঃ ১৯৯, কীৰ্ত্তন--১৮২৪)

'অনাবৃত্তিঃ শব্দাৎ, অনাবৃত্তিঃ শব্দাৎ' ব্ৰহ্মসূত্ৰ—৪।৪।২২

বোৰৰ দ্বাৰা বেদান্তৰ তত্ত্ব প্ৰকাশ পাইছে। এই নামঘোষাৰ দ্বাৰা হৰি-নাম-সংকীৰ্ত্তনৰ মহিমা ঘোষণা কৰিছে। তেওঁ নিজেও শ্ৰীকৃষ্ণকে পৰম তত্ত্ব বুলি স্বীকাৰ কৰিছে। ইয়াত শ্ৰীকৃষ্ণৰ অসংখ্য নামকীৰ্ত্তনৰ মাহাত্ম্য প্ৰকাশ কৰা হৈছে আৰু এই নামকীৰ্ত্তনেই যে সংসাৰ-তাপ-ক্লিষ্ট জীৱৰ এক মাত্ৰ পৰম পুৰুষাৰ্থ আৰু ইয়েই কলিৰ লোকৰ একমাত্ৰ ধৰ্ম্ম তাক নিৰ্ণয় কৰিছে। অবিদ্যা নাশ হলে কৃষ্ণ-তত্ত্বৰ জ্ঞান হয়।[৬২] কৃষ্ণকেই চৈতন্য স্বৰূপ, নিত্য, সত্য, শুদ্ধ আৰু অখণ্ডিত জ্ঞান-স্বৰূপ বুলিছে।[৬৩] এই কৃষ্ণই বেদান্ত বাক্যৰ দৰে 'তত্ত্বমসি' সচ্চিদানন্দ স্বৰূপ; সদানন্দ, সদাশিৱ, সত্য সনাতন হৰি, অচিন্ত্য অনন্ত হৰি।[৬৪] এৱেঁই শুদ্ধ, বুদ্ধ, নিত্য, নিৰ্ম্মল, নিৰ্গুণ দেৱ।[৬৫] এৱেঁই পৰম দুৰ্ব্বোধ আত্ম-তত্ত্ব, লীলা অৱতাৰ; আৰু নিৰাকাৰ নিৰাময়, নৰোত্তম, নাৰায়ণ, নিৰঞ্জন।[৬৬] এই কৃষ্ণই পৰম পুৰুষ সদাশিৱ সনাতন, সৃষ্টি, স্থিতি, অন্তকাৰী।[৬৭] এৱেঁই পৰমানন্দ, পৰম কাৰণ, সহজানন্দ, স্বৰূপানন্দ আৰু হৃদয়ানন্দ।[৬৮]

মাধৱ দেৱৰ 'চোৰ-ধৰা', 'পিম্পৰা-গুচুৱা', 'অৰ্জ্জন-ভঞ্জন', 'ভূমি-লেটোৱা' আৰু 'ভোজন বিহাৰ' নাট কেইখনত শ্ৰীকৃষ্ণৰ বালসুলভ দুষ্টালি, ভেম, অভিমান, চাতুৰি, চৌৰ্য্যক্ৰিয়াৰ আমোদজনক ৰূপ দিয়াৰ[৬৯] উপৰিও লীলা-বিনোদ পৰম পুৰুষ, পৰম তত্ত্ব, পৰম ব্ৰহ্মৰ ৰূপ দি ভক্তি-ভাৱ শ্ৰোতাসকলৰ মাজত উদয় কৰিবলৈ চেষ্টা কৰা হৈছে।[৭০]

---

৬২ 'অবিদ্যা নাশিলে লাগ কৃষ্ণক পাৱয় যেন
কণ্ঠ-লগ্ন বস্তুক সাক্ষাত।। (নাম-ঘোষা, ৪১। পৃঃ ২৬)
৬৩ হে কৃষ্ণ তুমি সত্য চৈতন্য স্বৰূপ নিত্য
সত্য শুদ্ধ জ্ঞান অখণ্ডিত। (নাম-ঘোষা ed. by H. N. Das -৭৩ পৃঃ ৪৫)
৬৪ নাম-ঘোষা, ৮৮ আৰু ১২৩ পৃঃ ৫৩ আৰু পৃঃ ৭০
৬৫ নাম-ঘোষা, ৭৫৪ পৃঃ ৩৫৮।
৬৬ নাম-ঘোষা, ৬৪৩ পৃঃ ৩১১; আৰু ঘোষা—৩৬৩ পৃঃ ১৯০।
৬৭ নাম-ঘোষা, ৫৮৬ পঃ ২৬৮।
৬৮ নাম-ঘোষা, ৭৭৯ পৃঃ ৩৭১ আৰু ৮৯৫ পৃঃ ৪১০।
৬৯ অসমীয়া সাহিত্যৰ ইতিবৃত্ত—ডঃ সত্যেন্দ্ৰ নাথ শৰ্ম্মা, পৃঃ ১৩৩।
৭০। 'পৰমানন্দ লীলা পৰকাশী।
বহুৰসে বঞ্জল গোকুলবাসী। (চোৰধৰা নাট—মাধৱদেৱ, পৃঃ ৪৪)



শিশু কৃষ্ণৰ ক্ৰিয়াৰ পৰমান্দ লীলাৰ প্ৰকাশ বোলা হৈছে। তেওঁক তিনি ভুবনৰ অধিকাৰী[৭১] আখ্যা দিয়া হৈছে; আৰু সূত্ৰধাৰৰ বচনেৰে শ্ৰোতাসকলক বিদিত কৰি দিয়া হৈছে যে শ্ৰীকৃষ্ণ পৰমকৃপালু, কৌটি ব্ৰহ্মাৰ ঈশ্বৰ হৈও নন্দৰ গৃহত 'বেকত হয়ে নানান বিনোদ নৃত্য কয়ল'।[৭২] এই কৃষ্ণই সংসাৰ নিকাৰ তৰাৰ গতিকে তেওঁত জীৱে শৰণ লৈ ভক্তি আচৰিব লাগে।[৭৩]

শঙ্কৰী যুগৰে আন এজন প্ৰখ্যাত কবি অনন্ত কন্দলীয়েও ভাগৱতৰ পদ-বন্ধ কৰোঁতে তেওঁৰ দাৰ্শনিক জ্ঞান আৰু পাণ্ডিত্যৰ পৰিচয় দিয়া বুলি উল্লেখ আছে। আনকি শেষ দশমৰ 'বেদ-স্তুতি' অংশ অনুবাদ কৰোঁতে তেওঁৰ ৰচনাত অদ্বৈত-বেদান্তৰ প্ৰভাৱ পৰা দেখা গৈছে।[৭৪] তেওঁ তেওঁৰ মধ্য আৰু শেষ দশমৰ পদ-বন্ধত শ্ৰীকৃষ্ণৰ নানা প্ৰকাৰ লীলা-ৰূপ বৰ্ণনা কৰিছে আৰু তাৰ দ্বাৰা কৃষ্ণৰ পৰম পুৰুষত্ব, পূৰ্ণ ব্ৰহ্মত্ব, আত্ম-তত্ত্বত্ব আৰু এক অদ্বয় তত্ত্বত্ব আৰোপ কৰিছে। বেদ-স্তুতিত বেদান্ত-চিন্তা-ধাৰাৰ সম্পূৰ্ণ প্ৰকাশ পাইছে। ইয়াত কৃষ্ণই যে সৰ্ব্বজ্ঞ, সচ্চিদানন্দ, সৰ্ব্ব শক্তিমন্ত, সোহং, তত্ত্বমসি, অখণ্ড সত্ত্বা, জ্ঞানময়, আনন্দময় আৰু নিৰ্গুণ ব্ৰহ্ম তাক বৰ্ণনা কৰিছে। সেই কৃষ্ণই 'সত্য জ্ঞান ব্ৰহ্মানন্দ, সৰ্ব্বজ্ঞ অনন্ত অজ।[৭৫] কৃষ্ণই একমাত্ৰ সত্ত্বা, বাকীবোৰ বিচাৰত তেওঁত বাহিৰে ভিন্ন নহয়। তেওঁ ব্যতিৰেকে

---

৭১ 'যো হৰি এ তিনি ভুবন অধিকাৰী
গোকুল মাজে সোহি লৱনু ভিখাৰী।।
ভকতি অধীন হৰি দীন দয়াল।
কহয় মাধৱ গতি বাল গোপাল।।' (চোৰধৰা নাট, পৃঃ ৪৯)
৭২ চোৰধৰা নাট, পৃঃ ৫৬।
৭৩ চোৰধৰা নাট, পৃঃ ৬৮।
৭৪ অসমীয়া সাহিত্যৰ ইতিবৃত্ত, পৃঃ ১৩৯।
৭৫ ভাগৱত, দশম স্কন্ধ, ১৭০৭৭।

সকলো মিছা বা মায়াময়। এই ব্ৰহ্ম বা কৃষ্ণই জগতৰ কাৰ্য্য কাৰণ।*(ক) ব্ৰহ্মক 'উপাধি দোষে' নেপায়। আনকি জীৱকো এই 'উপাধি দোষে' নেপায় যদিহে জীৱে কৃষ্ণ ভক্তি ৰসত মগ্ন হয় আৰু বিকৰ্ম্ম নকৰে।*(খ)

শঙ্কৰদেৱ, মাধৱদেৱ, অনন্ত কন্দলীৰ নিচিনাকৈ ভট্টদেৱৰ ৰচনাৱলীতো বেদান্ত-চিন্তা ধাৰাৰ সম্পূৰ্ণ প্ৰকাশ পোৱা দেখা যায়। ভট্টদেৱৰ কেবাখনো ৰচিত গ্ৰন্থ যেনে, কথা-গীতা, কথা-ভাগৱত, শৰণমালিকা, গুৰু-বংশাৱলী, প্ৰসঙ্গমালা (অসমীয়া) ভক্তি-সাৰ আৰু ভক্তি বিবেক (সংস্কৃত) আদিৰ ভিতৰত কথা-গীতা আৰু কথা-ভাগৱতক তেওঁৰ কীৰ্তিস্তম্ভ আখ্যা দিয়া হৈছে।[৭৬] এই গ্ৰন্থবোৰৰ দ্বাৰা তেওঁ ভক্তি-যোগৰ শ্ৰেষ্ঠতা দেখুৱাই শ্ৰীকৃষ্ণৰ পূৰ্ণ ব্ৰহ্মত্ব প্ৰতিপাদন কৰিছে। ইয়াত তেওঁ বৈধি ভক্তিৰ যোগেদি নৱ প্ৰকাৰ ভক্তিৰ উপায় অৱলম্বন কৰি বিষ্ণু বা কৃষ্ণত একাগ্ৰ ভক্তিৰ উপদেশ দিছে। কথা-ভাগৱত আৰু কথা-গীতাত লিখকে কোনো অধ্যায়কে বাদ দিয়া নাই। প্ৰত্যেক অধ্যায়ৰ কথা চমুকৈ গদ্য-ৰূপত সহজ সৰলভাৱে সৰ্ব্ব সাধাৰণে বুজিব পৰাকৈ প্ৰকাশ কৰিছে। কথা-ভাগৱতত লিখকে টীকা ভাষ্যৰ সহায় ললেও সেইবোৰক হুবহু অনুবাদ নকৰি বিষয়-বস্তুক সহজভাৱে বোধগম্য কৰিছে।[৭৭]

*(ক) যেন মৃত্তিকাৰ হন্তে নানা পাত্ৰগণ জনৈ
ভাগি পুনু মৃত্তিকা হোৱয়।
বিকাৰত বিচাৰত সদা চৰু ভাণ্ডকুম্ভ
নাম মাত্ৰ মৃত্তিকা নিশ্চয়॥
সেহি মত দেখি যত সবে ব্ৰহ্ম স্বৰূপত
বেদে আমি কৰো নিৰূপণ। (দশম ভাঃ ১৭০৭৯)

*(খ) ব্ৰহ্মক উপাধি দোষে কদাচিতে নপৰশে
কি কহিব আত শঙ্কা নাই।
জীৱকো নাপাৱে দোষে যদি কৃষ্ণ ভক্তিৰসে
মগ্ন হুই বিকৰ্ম্মে নাযায়॥ (দশম ভাঃ ১৭০৯০)

৭৬ অসমীয়া সাহিত্যৰ ইতিবৃত্ত, পৃঃ ১৫৩।
৭৭ ,, ইতিবৃত্ত, পৃঃ ১৫৪।



কথা-গীতা আৰু কথা-ভাগৱত আদি গ্ৰন্থৰ দ্বাৰা ভট্টদেৱে বৈদান্তিক 'লীলা-ৱাদ'ৰ অৱতাৰণা কৰি বেদান্তৰ তত্ব সগুণ ব্ৰহ্মৰ উপাসনাত অধিক গুৰুত্ব দিয়া দেখা যায় যদিও নিৰ্গুণ ব্ৰহ্মক অস্বীকাৰ কৰা নাই। ভট্টদেৱৰ কথা-ভাগৱতত শ্ৰীকৃষ্ণৰ লীলাৰ ওপৰতহে অধিক গুৰুত্ব দিছে। *ভট্টদেৱে শ্ৰীকৃষ্ণকেই বিষ্ণু, দৈৱকী নন্দন, পৰমানন্দ গোবিন্দ, জগতৰ ঈশ্বৰ, পুৰুষোত্তম আৰু লোকৰ কৃপাৰ হেতু লীলা অৱতাৰি পুৰুষ আখ্যা দিছে।[৭৮] শ্ৰীকৃষ্ণই প্ৰকৃতি পুৰুষত পৰ, সৃষ্টি-স্থিতি-সংহাৰক, ব্ৰহ্মাৰ জ্ঞানদাতা, সত্য, সৰ্ব্বজ্ঞ।[৭৯] জগতৰ সৃষ্টি বাসুদেৱৰ নিজৰ মায়াৰ দ্বাৰা হৈছে আৰু তাত নিজে প্ৰবেশ কৰি নানাৰূপে প্ৰকাশ কৰিছে।[৮০] 'ঈশ্বৰৰ ঈশ্বৰতা মায়াত থাকিলেও মায়াগুণে নেচোৱে'।[৮১] এই কৃষ্ণই সবাৰে কাৰণ, নিৰ্গুণ, নিৰ্ব্বিকাৰ, বিষ্ণু, নিত্য, সৰ্ব্ব সংহাৰক আৰু লীলাময়।[৮২] পৰম ব্ৰহ্ম শ্ৰীকৃষ্ণ, বিষ্ণু সগুণ আৰু নিৰ্গুণ কেনেকৈ এক হয় তাক শুকৰ পৰা ৰজা পৰীক্ষিতে এইদৰে শ্ৰৱণ কৰিছে—"ঈশ্বৰ ভগৱন্তে প্ৰলয়ত লীনোপাধি জীৱসৱৰ ধৰ্ম্ম অৰ্থ কাম মোক্ষাৰ্থে বুদ্ধি ইন্দ্ৰিয় মন প্ৰাণ সৃজন্ত। এতেকে বেদে সগুণ ভগৱন্তকে নিৰ্গুণ সৰ্ব্বজ্ঞ ঃ সৰ্ব্ব শক্তিধৰ ঃ সৰ্ব্বোপাস্য ঃ সৰ্ব্ব নিয়ন্তা ঃ সৰ্ব্ব কৰ্ম্মফলদাতা ঃ সকল কল্যাণ গুণাশ্ৰয় ঃ সচ্চিদানন্দ কৰি স্তুতি কৰে। তেবে জীৱে উপাধি এৰি, চিদংশে একত্ৰ হয়ে।"[৮৩] এই লীলা-বিনোদি পৰম পুৰুষ, পৰম ব্ৰহ্ম, বিষ্ণু, শ্ৰীকৃষ্ণ-তত্ব লাভাৰ্থে ভট্টদেৱেও অন্যান্য বৈষ্ণৱ কবিসকলৰ দৰে ভক্তি-যোগৰ উপদেশ দিছে।[৮৪]

*'যো লোকমোক্ষায় যশোৱিতত্যৈ চকাৰ লীলাং ব্ৰজবাসিভূতৈঃ।
তং গোপবেশং প্ৰণমামি কৃষ্ণং তৎকীৰ্ত্তি গীতোদ্ধৃত গোপযুষ্টম্॥'
(কথা-ভাগৱত, শ্ৰীহৰিনাথ শৰ্ম্মা দলৈ, ১ম স্কন্ধ—পৃঃ ৩৩)
আৰু 'যো ভূমি ভাৰান্ প্ৰজহাৰ লীলয়া। যশোবিতত্যাপি জনান্ ততাৰ॥
তং পূৰ্ণব্ৰহ্মাৰব সেব্যমব্যয়ম্। বন্দে পৰং প্ৰাণভৃতামধীশ্বৰম্॥'
(কথা-ভাগৱত—দশম স্কন্ধ—পৃঃ ১)
'যো বাল লীলয়া নিত্যং গোপ গোপীমুদন্দদৌ।
নমামি তমহং কৃষ্ণং গোষ্ঠেষ্ট ফলদায়িনম্॥" (দশম, পৃঃ ১৭)

৭৮ কথা-ভাগৱত—১ম—পৃঃ ৩৩।
৭৯ কথা-ভাগৱত—পৃঃ ৩৫।
৮০ কথা-ভাগৱত—পৃঃ ৩৯।
৮১ কথা-ভাগৱত—পৃঃ ৬৮।
৮২ ভাগৱত-দশম—পৃঃ ৭।
৮৩ ভাগৱত-দশম—পৃঃ ১৫০।
৮৪ কথা-ভাগৱত, ১ম—পৃঃ ৩৫।

ভট্টদেৱৰ পিছতে গোপাল মিশ্ৰৰ নাম উল্লেখ যোগ্য। কাৰণ এওঁ ঘোষা-ৰত্নৰ 'জন্মাদ্যস্য শ্লোকৰ কীৰ্ত্তনৰ দ্বাৰা বেদান্তৰ তত্ত্ব-নিৰূপণ কৰিছে। এই ঘোষা-ৰত্নও নাম-ঘোষাৰ শ্ৰেণীৰ গ্ৰন্থ। নানা পুৰাণ, গীতা, সংহিতা আদিৰ পৰা বিষয় সংগ্ৰহ কৰি নৱধা ভক্তি-যোগ, শৰণ, ভজন, অৰ্চ্চন, বন্দন আদিৰ মাহাত্ম্য আৰু কলিৰ লোকৰ প্ৰতি উপযোগিতা বৰ্ণনা কৰিছে।[৮৫] ব্ৰহ্মসূত্ৰৰ ১।১।২ সূত্ৰ—'জন্মাদ্যস্য যতঃ' শ্লোকৰ কীৰ্ত্তনত পৰম তত্ত্ব নিৰূপণাৰ্থে তেওঁ হৰিকেই সত্য বস্তু বুলিছে আৰু জগৎ প্ৰপঞ্চক অসত্য বুলিছে। এই সত্য বস্তুৱে প্ৰকৃতিৰ তিনি গুণৰ দ্বাৰা জগৎ সৃষ্টি কৰিলেও নিষ্টৰ গুণে ঈশ্বৰক নোচোৱে বুলি কৈছে।[৮৬] সগুণ আৰু নিৰ্গুণ ব্ৰহ্মৰ সংশয় মায়াৰ অৱতাৰণা কৰি খণ্ডন কৰিছে। মায়াৰ দ্বাৰা চৈতন্য, বিশুদ্ধ হৰিয়ে সগুণ হৈ প্ৰপঞ্চ সৃষ্টি কৰিছে। আৰু মায়া সংহৰি নিজেই বিশুদ্ধ চৈতন্য স্বৰূপ হৈছে।[৮৭] জীৱ আৰু ঈশ্বৰৰ ভেদাভেদ দেখুৱাই উপাধিযুক্ত অৱস্থাত জীৱ পৰাধীন আৰু ঈশ্বৰৰ অঙ্গ বুলি কৈছে আৰু উপাধি ৰহিত অৱস্থাত জীৱক চৈতন্য বুলিছে।[৮৮] এই মায়া উপাধি খণ্ডন কৰিবলৈ মিশ্ৰয়ো শ্ৰৱণ-কীৰ্ত্তন ভক্তি-যোগৰ উপদেশ দিছে[৮৯] আৰু ইয়াতেই জীৱৰ পৰম পুৰুষাৰ্থ নিৰ্ণয় কৰিছে। এই প্ৰসঙ্গত অন্যান্য কবি, গোৱিন্দ মিশ্ৰ, ৰাম সৰস্বতী,[৯০] বিষ্ণু ভাৰতী, গোপাল চৰণ দ্বিজ আদিৰ নাম উল্লেখযোগ্য। কাৰণ এওঁলোকেও বেদান্ত-চিন্তা ধাৰাৰ গ্ৰন্থ অধ্যয়ন কৰি কিছুমান পদ-বন্ধ কৰাৰ উল্লেখ আছে।[৯১]

এইদৰে দেখা যায় যে অসমীয়া বৈষ্ণৱ সাহিত্য সম্পূৰ্ণ বেদান্ত-চিন্তা ধাৰাৰ দ্বাৰা প্ৰভাৱান্বিত আৰু ইয়াৰ তত্ত্ব নিৰূপণ কৰাটোৱেই অসমীয়া বৈষ্ণৱ সাহিত্যিকসকলৰ মুখ্য উদ্দেশ্য।

---

৮৫ অসমীয়া সাহিত্যৰ ইতিবৃত্ত—পৃঃ ১৫৬।

৮৬ ঘোষা-ৰত্ন—গোপাল মিশ্ৰ—শ্ৰীনবনাৰায়ণ দেৱ গোস্বামীৰ দ্বাৰা সম্পাদিত, পৃঃ—১০, পদ—৪৬

৮৭ ঘোষাৰত্ন—পদ ৬০-৬১—পৃঃ ১২।

৮৮ ঘোষাৰত্ন—পদ ৭৫—পৃঃ ১৪।

৮৯ ঘোষাৰত্ন—পদ ৯৪—পৃঃ ১৭।

৯০ Aspects of Early Assamese Literature, 1959, P. 174

৯১ অসমীয়া সাহিত্যৰ ইতিবৃত্ত, পৃঃ—১৫৭, ১৬৩, ১৬৫।

# পুৰণি অসমীয়া কবিতাত প্ৰেম

—কিৰণ চন্দ্ৰ শৰ্ম্মা

প্ৰায় এহেজাৰ বছৰ ধৰি অসমীয়া কবিসকলে প্ৰেম বা প্ৰণয়ৰ গীত আৰু কবিতা ৰচনা কৰি আহিছে। প্ৰেম হৈছে জীৱনৰ উপজীব্য। বহুযুগৰ আগতে, যেতিয়া আখৰে দেখা দিয়া নাছিল, তেতিয়া কবিসকলে প্ৰেমৰ গীত ৰচিছিল, মুখে মুখে। প্ৰায় ক্ষেত্ৰতে কবিজন নিজেই আছিল প্ৰেমিক; গীতৰ মাজত তেওঁ মুকলি কৰি দিছিল তেওঁৰ গোপন মনৰ কথা — তেওঁৰ প্ৰেয়সীলৈ, চাৰিওফালৰ বিশ্বখনলৈ। বিহু-উছৱটো গাৱঁলীয়া জীৱনত প্ৰেম-নিবেদনৰ উছৱ। প্ৰকৃতিৰ কাষ চাপি-থকা চহা জীৱনৰ অবুজ প্ৰেমৰ অদম্য অনুভূতি বিহুগীতবোৰত প্ৰকাশ পাইছে। 'অমৰু-শতক'ৰ পদ বা 'গাথা-সপ্তশতী'ৰ পদবোৰৰ লগত বাহ্যিক এটা মিলৰ বাদে বিহুগীতবোৰ আৰু উক্ত পদবোৰৰ ভিতৰুৱা মিলৰ অভাৱ। সংস্কৃত বা প্ৰাকৃত কবিৰ পৰিমিত উচ্ছ্বাসপূৰ্ণ পদবোৰ হিছাপ-অনুযায়ী অলংকাৰ-খটুৱা; সেইবাবে এইবোৰ যথাৰ্থতে 'আৰ্ট'। কিন্তু বিহুগীতত সেই পৰিমিতাচাৰ নাই; এইবোৰ প্ৰেমাকাঙ্খী চহা ডেকা-গাভৰুৰ মুক্ত উচ্ছ্বাসৰ যথেচ্ছ প্ৰকাশ। সেই অৰ্থত, বিহুগীতবোৰ 'আৰ্ট' নহয়। এইবোৰ সযত্নৰচিত উদ্যানৰ ফুল নহয়; এইবোৰ প্ৰাকৃতিক উদ্ভিদ।

বিহুগীতৰ প্ৰেমিক-প্ৰেমিকা প্ৰেম-দেৱতাৰ চৰণত একশৰণীয়া। তেওঁলোকে জাতি-গৌৰৱ, কুল-মৰ্য্যাদাতকৈ প্ৰেম-পূজাক ওপৰত ঠাই দিছে। সেয়ে, তেওঁলোকে কয়,

····"তোৰো মনে গ'লে, মোৰো মনে গ'লে,
কি কৰিব কলিতাৰ কুলে!"

আৰু

····"তোমাৰে লগতে মৰোঁ যদি মৰিম ঐ,
এৰি যাম নিজৰে কুল!"

প্ৰেমৰ গভীৰ অনুভূতি সহজ সৰলভাৱে প্ৰকাশ কৰা হৈছে এইবোৰ গীতত····

— — —"হাড়ৰ মাজে মাজে সুমুৱাই আনিছোঁ
এনেটি চেনাইবে গুণ !"

প্ৰেম যে অমৰণ অভগণ, এই বিষয়েও বিহুগীত নিশ্চিত—

"পীৰিতি নেভাগে পীৰিতি নিছিগে ···"

বিহুগীতত প্ৰেম-তত্ত্ব প্ৰকাশ কৰা হৈছে চিনাকি বস্তুৰ উপমা বা কল্পচিত্ৰৰ সহায়ত।

বিহুগীতত মিলনৰ আকাঙ্খা আৰু বিৰহৰ বেদনাও হৃদয়স্পৰ্শী ভাবে প্ৰকাশ পাইছে। বিৰহৰ বেদনা প্ৰকাশ পাইছে 'বাৰমাহী' আৰু 'বিলাপ-গীত' বিলাকতো। ৰছৰেকৰ বিভিন্ন সময়ত অনুভৱ কৰা বিৰহী-বিৰহিনীৰ অন্তৰ-বেদনা বাৰমাহী গীতবোৰৰ সমল। উত্তৰ-ভাৰতৰ এটা পৰম্পৰাৰ লগত সম্বন্ধ আছে অসমীয়া বাৰমাহী-গীত-সমূহৰ। কম-বেছি পৰিমাণে এই গীতবোৰ অব্যক্তিগত আৰু এটা গীত আন এটা গীতৰ পুনৰাবৃত্তিৰ দৰে। বাৰমাহী গীত-পদ্ধতিৰ উৎস, সম্ভৱ, কালিদাসৰ 'ঋতুসংহাৰ।' 'বিলাপ-গীত'বোৰত হেকুৱা প্ৰেমৰ বিননি মাত্ৰ শুনা যায়। এই গীতবোৰৰ ভালেমান ৰামায়ণ আৰু মহাভাৰতৰ অংশ-কাহিনীৰ ওপৰত ৰচনা কৰা।

জীৱন-ক্ষেত্ৰৰ প্ৰেম আৰু সাহিত্য-ক্ষেত্ৰৰ প্ৰেম দুটা সুকীয়া কথা বুলি কয় ভাৰতীয় ৰসতত্ত্বই। সাহিত্য-ক্ষেত্ৰত প্ৰেম হৈছে এবিধ 'ৰস', ইয়াৰ নাম শৃঙ্গাৰ-ৰস। ই হৈছে লোকোত্তৰ - কায়িক জীৱন আৰু ঐহিকতাৰ সীমাৰেখাৰ উৰ্দ্ধত। ই একপ্ৰকাৰ অকায়িক বা অতীন্দ্ৰিয় আনন্দৰ অনুভূতি। ৰসজ্ঞসকলৰ ভালেমানে (যেনে নাট্যশাস্ত্ৰৰ ৰচক ভৰতমুনি আৰু আনন্দৱৰ্দ্ধন আদিয়ে) শৃঙ্গাৰ-ৰসৰ শ্ৰেষ্ঠতা নিৰূপণ কৰিছে।[১]

---

১ "যৎ কিঞ্চিল্লোকে শুচিমেধ্যমুজ্বলানি দৰ্শনীয়ম্ বা তৎ শৃঙ্গাৰেণোপমীয়তে।"
(নাট্য শাস্ত্ৰ—৬।।)

'শৃঙ্গাৰপ্ৰকাশ'ৰ ৰচয়িতা ভোজে অৱশ্যে শৃঙ্গাৰৰ দুটা শ্ৰেণী কৰিছে—সাধাৰণ শৃঙ্গাৰ আৰু অহংকাৰ-শৃঙ্গাৰ। এই অহংকাৰ-শৃঙ্গাৰ (আত্মপ্ৰেম) হৈছে সকলো ৰসৰ মূল প্ৰকৃতি। ইয়াৰ সম্বন্ধতে কাব্য কমনীয় হৈ উঠে। কবি কৰ্ণপুৰৰ মতেও প্ৰেমেই মূল ৰস।



পঞ্চদশ-ষোড়শ শতাব্দীৰ অসমীয়া কবিসকলে ৰামায়ণ আৰু অন্যান্য সংস্কৃত গ্ৰন্থৰ প্ৰেম-কাহিনীৰ আধাৰত পদ আৰু গীত ৰচনা কৰিছিল। 'পাঁচালী' নামৰ এই গীতবোৰৰ ৰচক মনকৰ, দুৰ্গাবৰ, পীতাম্বৰ আৰু নাৰায়ণদেৱ (এওঁ অলপ পাছৰ) আছিল মনসা-সাহিত্য-শাখাৰ কবি। সৰ্প-দেৱী মনসাৰ পূজা অসমৰ স্থানবিশেষত হয়। পূজা-উছৱৰ কালছোৱাত ৰামায়ণ আৰু পুৰাণৰ কাহিনীৰ অৱলম্বনত ৰচিত এই কবিসকলৰ গীতবোৰ গোৱা হয়। দুৰ্গাবৰে গীতৰ ৰূপত কৈছে ৰাম-সীতাৰ কাহিনী আৰু মনকৰে গাইছে বেউলা-আখ্যানৰ পূৰ্বাংশৰূপে শিৱ-পাৰ্বতীৰ গোপন প্ৰণয়ৰ কাহিনী। উত্তৰ-কালত নাৰায়ণদেৱেও বেউলাৰ কাহিনী গীতৰ সুৰেৰে শুনাইছে। পীতাম্বৰে 'হৰিবংশ'ৰ উষা-অনিৰুদ্ধৰ প্ৰণয়াখ্যানো শুনাইছে গীতৰ ৰূপতে। এই কবিসকলৰ উদ্দেশ্য যিহেতু আছিল চহা শ্ৰোতাসকলৰ আমোদ যোগোৱা, সেইবাবে তেওঁলোকৰ প্ৰেম-বৰ্ণনাত নাছিল বিশেষ সংযম, আৰু বহু সময়ত তেওঁলোকে অশ্লীলতা বা গ্ৰাম্যতাৰ ৰূপ চাপিছিল। দুৰ্গাবৰৰ গীতৰ মাজত ৰাম-সীতাৰ 'আদৰ্শ প্ৰেম' প্ৰকাশ পোৱা নাই, পাইছে গ্ৰাম্য-মনোভাব। সেয়েহে, সীতা-হৰণৰ সময়ত ৰাম আৰু সীতাই পৰস্পৰৰ চিন্তাত এটা অশোভনীয় সন্দেহক ঠাই দিছে। তথাপি পীতাম্বৰৰ কেতবোৰ অংশত শ্ৰেষ্ঠ-কলাৰ নিদৰ্শন পোৱা যায়।[২] এইবিলাকত জয়দেৱৰ প্ৰতিধ্বনি স্পষ্ট।

'পূৰ্ব্ব-কবি' মাধৱ কন্দলিৰ আহিতে শঙ্কৰদেৱে সংস্কৃতৰ কেতবোৰ লেখৰ গ্ৰন্থ সহজ-সৰল অসমীয়া ভাষালৈ ৰূপান্তৰিত কৰে। অৱশ্যে কন্দলি আৰু শঙ্কৰদেৱৰ উদ্দেশ্যৰ পাৰ্থক্য আছে। মাধৱ কন্দলিয়ে তেওঁৰ, 'ৰামায়ণ'-অনুবাদত যত্ন কৰিছিল সৰ্ব্ব-সাধাৰণৰ 'ৰসবোধ' অৰ্থাৎ আমোদৰ বাবে। সেইবাবে 'অপ্ৰমাদী' কন্দলিও 'লৌকিকতা'ৰ হাত সাৰিব পৰা নাই। তেওঁৰ সীতা সাইলাখ বাল্মীকিৰ সীতা নহয়।

---

২ 'উষা-পৰিণয়' কাব্য—উষাৰ ৰূপ-যৌৱন আৰু উদ্দীপন বিভাৱৰূপে বসন্ত ঋতুৰ বৰ্ণনা দ্ৰষ্টব্য।

বন-গমনৰ পূৰ্ব্বত সীতাই ৰামৰ লগত যাবলৈ ইচ্ছা প্ৰকাশ কৰিছে কেৱল পতি-সেৱাৰ উদ্দেশ্যেই নহয়, কিন্তু দৈহিক সুখ-ভোগৰ বাবেহে।[৩] কিন্তু শঙ্কৰদেৱে তেওঁৰ নাট, গীত (বৰগীত) আৰু পদ-ৰচনাসমূহৰ মাজেদি শ্ৰোতাসকলৰ মন উন্নিত কৰিবলৈ বিচাৰিছিল এবিধ উচ্চস্তৰৰ 'আনন্দ'-দানেৰে। শঙ্কৰদেৱে শৃংগাৰ ৰসৰ প্ৰকৃত ব্যৱহাৰৰ মাজেদিও শ্ৰোতাসকলক উৰ্দ্ধমুখী কৰিবলৈ যত্ন কৰিছিল, তাৰ প্ৰমাণ তেওঁৰ ৰচিত 'কীৰ্ত্তন ঘোষা'ৰ এঠাইত (ৰাসক্ৰীড়া) এইদৰে উল্লেখ কৰিছে :

"শৃংগাৰ ৰসে আছে যাৰ ৰতি।
আৰে শুনি হৌক নিৰ্মল মতি ॥"

আকৌ, 'ভাগৱত'ৰ ২য় স্কন্ধৰ অনুবাদত উল্লেখ কৰিছে :

"সেহি কৃপাময় মোৰ বাক্যচয়
অলঙ্কৃত কৰন্তোক।
শৃঙ্গাৰাদি নানা ৰসে ব্যক্ত হৌক,
আনন্দে লোকে শুনোক ॥"

## ৰূপৰ বৰ্ণনা

ভৰতমুনিয়ে 'উজ্জ্বল আৰু শুচি' শৃঙ্গাৰসৰ বৰ্ণনা যিদৰে দিছিল, সেই কথালৈ শঙ্কৰদেৱে মন কৰিছিল। দেহৰ মাজেদি দেহাতীতৰ উপাসনা কৰা গোপীসকলৰ কৃষ্ণ প্ৰেম শঙ্কৰে সেয়েহে ইমান মুকলিকৈ বৰ্ণনা কৰিছে। পুৰুষৰূপী কৃষ্ণৰ মাজেদি পৰমপুৰুষ ভগৱন্তৰ ওচৰত দেহ-মন-প্ৰাণ গোপীসকলে কিদৰে সমৰ্পণ কৰিছিল আৰু তাৰ আনন্দতে কিদৰে ৰাস-নৃত্য কৰিছিল--ইয়াৰ মনোৰম বৰ্ণনা শঙ্কৰদেৱৰ দক্ষতাত উজ্জ্বল হৈ উঠিছে। মধুৰ-প্ৰেমৰ মাজেদি দাস্য-ভক্তিত আত্ম-সমৰ্পণ কৰা ৰুক্মিণীৰ চিত্ৰনো সেয়ে অতি মনোহৰ হৈছে। 'ৰুক্মিণী হৰণ' কাব্যৰ মাজত দিয়া নায়িকাৰ ৰূপ-যৌৱনৰ বৰ্ণনাৰ দৰে তেওঁৰ 'ৰাম-

৩ সীতাই ৰামক কৈছে--"চম্পক কলিকা যেন মোৰ কলেৱৰ। লুণ্ডি-বুণ্ডি আছিলাহা যেহেন ভ্ৰমৰ ॥ যেৱে আসি বিকশিত হৈল ফুল-ফল। উপভোগ এৰি কেনে কৰাহা নিষ্ফল ॥" (অযোধ্যাকাণ্ড)



বিজয়', 'ৰুক্মিণীহৰণ' আদি নাটৰ মাজতো নায়িকাৰ ৰূপৰ বৰ্ণনা দিয়া হৈছে এক মনোৰম ভঙ্গিমাৰে--গীতৰ ৰূপত থকা এই বৰ্ণনাবোৰৰ নাম হৈছে এক ধৰণৰ 'ভটিমা'। 'ভটিমা' অলংকাৰেৰে পৰিপূৰ্ণ প্ৰতিমা।[৪]

এয়া হৈছে উদ্ভিন্ন যৌৱনাৰ পৰিপূৰ্ণ (নখ-শিখ বৰ্ণন) আলেখ্য।

৪ 'ৰাম বিজয়' নাট : সীতাৰ ৰূপ-বৰ্ণনা, ভটিমা।

"কি কহবো ৰূপ কুমাৰীক ৰাম।
কনক-পুতলী তুল তনু অনুপাম ॥
ৰতন তিলক লোল অলক কপোল।
হেৰিয়া ভ্ৰূভঙ্গ ত্ৰিভুৱন ভোল ॥
দেখিয়া বদন চান্দ ভেলি লাজ।
নয়ন নিৰিখি কমল জল মাজ ॥
হেৰিয়ে ভুজযুগ মিলিল উছঙ্ক।
ললিত মৃণাল মজল জল-পঙ্ক ॥
আৰ কত কৰতল মুনিমুন মোহ।
কনক শলকা আঙ্গুলি কৰু শোহ ॥
বন্দুলি নিন্দি অধৰ কৰু কান্তি।
দাড়িম্ব নিবিড় বীজ দন্ত পান্তি ॥
ঈষত হষিত মদন মোহ যাই।
নাসা তিলফুল কমলিনী মাই ॥
নৱ যৌৱন তন বদৰী প্ৰমাণ।
উৰু কৰিকৰ কটি ডম্বৰুক থান ॥
পদ পঙ্কজ নৱ পল্লৱ পান্তি।
চম্পক পাকৰি অঙ্গুলি কৰু কান্তি ॥
নখচয় চাৰু চান্দ পৰকাশ।
লহু লহু মত্ত গজ গমন বিলাস ॥
কত লৱনু বিহি নিৰমল জানি।
কোকিল-নাদ অমিয় ঝুৰে বাণী ॥" (৪)

এয়া হৈছে উড্ডিনু যৌৱনাৰ পৰিপূৰ্ণ (নখ-শিখ বৰ্ণন) আলেখ্য।

পয়াৰ ছন্দৰ ব্যৱহাৰ আৰু মৈথিলী-অসমীয়া ব্ৰজাৱলীৰ প্ৰয়োগে এই বৰ্ণনাটিক মৈথিলী কৱি বিদ্যাপতিৰ ৰাষ চপাইছে। প্ৰাচীন সংস্কৃত কাব্যৰ কবি-প্ৰসিদ্ধিসমূহ অৱশ্যেই অপৰিহাৰ্য্য হৈ আছে। প্ৰাক্‌শঙ্কৰী মাধৱ কন্দলিৰপৰা আৰম্ভ কৰি কোনো প্ৰাচীন কবিয়েই পৰম্পৰাগত কবি-প্ৰসিদ্ধি আৰু কাব্য-পদ্ধতিৰপৰা মুক্ত হ'ব পৰা নাই।[৫] কৃত্ৰিম অলংকাৰৰ ফালে ৰৰকৈ চকু দিওঁতে স্বভাৱোক্তিৰ সহায়েৰে দিয়া অনেক ৰূপৰ বৰ্ণনাও হৈ পৰিছে প্ৰাণহীন। পূৰ্ব্বানুৰাগৰ বাদেও বিচ্ছেদ-বিয়োগৰ বৰ্ণনাতো গতানুগতিকতাই অনেক সময়ত ৰসগ্ৰহণত বাধাৰ সৃষ্টি কৰিছে। 'বিলাপ'বিলাক অসংযত আৰু অগভীৰ। অৱশ্যে, মাধৱ কন্দলিয়ে গতানুগতিক কবি-প্ৰসিদ্ধিৰ মাজেদি হ'লেও ৰামৰ মুখত দিয়া সীতাৰ সৌন্দৰ্য্যৰ বৰ্ণনা অভিনৱত্বপূৰ্ণ। চিত্ৰকূটৰ শোভাৰাশিৰ মাজত ৰামো যেন হৈ উঠিছে এজন কবি। তেওঁ ৰোমাণ্টিক ধৰণে প্ৰাকৃতিক ৰূপৰাশিক সীতাৰ সৌন্দৰ্য্যৰ সমকক্ষতালৈ টানি আনিছে ঃ উৎপ্ৰেক্ষা অলংকাৰৰ প্ৰয়োগেৰে—

····"জনকৰ জীঁৱ দেখি নদী মন্দাকিনী।  
তোমাৰ সদৃশ সুশোভিতা মধ্যক্ষীণী ॥  
বিদূৰ গমনে যেন মিলিল প্ৰয়াস।  
কৃশ ভৈল শৰীৰ ঈষত যেন হাস ॥  
চিত্ৰকূট-পৰ্বতক দেখিয়োক সীতা।  
পকা আমে গৌৰবৰ্ণ কৰিল চৌভিতা ॥  
ওপৰত মেঘ যেন দেখিয়া শোভন।  
বাঢ়িলা নিকলি যেন পৃথিৱীৰ তল ॥  
শিখৰ উপৰে মন্দাকিনী শুক্লজল।  
তনক ঢাকিয়া যেন বস্ত্ৰৰ আঞ্চল ॥····

এই বৰ্ণনাই আমাক কালিদাসৰ 'মেঘদূত'ৰ বৰ্ণনালৈ মনত পেলায়।[৬]

---

৫ 'লৌকিক' কবি যেনে নাৰায়ণদেৱ আদিয়ে কোনো বৰ্ণনাত অৱশ্যে স্বতন্ত্ৰ-কল্পনা ব্যৱহাৰ কৰা দেখা যায়। 'বেউলা-লক্ষীন্দৰত' লক্ষীন্দৰক দংশন কৰিবলৈ অহা সাপটোৰ মুখতে অভিনৱ বৰ্ণনা দিছে—লক্ষীন্দৰৰ এই ৰূপ দেখি সি দংশন কৰিবলৈ প্ৰথমতে অনিচ্ছুকেই হৈছে।

৬ পূৰ্বমেঘ—১৮॥



ইয়াৰ পূৰ্ব্বে অযোধ্যাকাণ্ডত সীতাৰ বৰ্ণনা দিওঁতে কন্দলিৰ ব্যতিৰেক মালোপমা অলংকাৰৰ প্ৰয়োগৰ মাজত একোটাইঁত-পুৰাণ-কাহিনীৰ অংশও উল্লেখিত হৈ পৰে ঃ

যেনে—(১)

"মুখচন্দ্ৰ-অৰি অমৃতৰ অভিলাষে।  
গ্ৰাসিবাক লাগি ৰাহু আসি ভৈলা পাশে॥  
ভ্ৰূৱযুগ ধনুত কটাক্ষ যেন শৰ।  
চমকিয়া ৰাহু গৈল গগণ উপৰ ॥

(২)

হৰ-কোপ-বহ্নি পীড়ে খুজি নাপাই জুৰ।  
নাভি-সৰোবৰে কামদেৱে দিল বুৰ ॥  
নিজপুৰ পশি কামে মুদিল দুৱাৰ।  
উদৰৰ লোমপান্তি ধূম ভৈল তাৰ ॥ ····।" ইত্যাদি।

দেখাত অমাজ্জিত যেন হ'লেও এনে ধৰণৰ বৰ্ণনাই আছিল সেই-কালৰ ৰীতি।

শঙ্কৰদেৱৰ কোনো কোনো বৰ্ণনাতো অভিনৱত্ব প্ৰকাশ পাইছে। স্বয়ম্বৰ-সভাত আহি প্ৰৱেশ কৰা ৰুক্মিণীৰ বৰ্ণনা প্ৰসঙ্গত তেওঁ কৈছে ঃ

"ৰূপ দেখি বৃক্ষ মঞ্জৰিলা সবে  
বসন্ত নেৰন্ত কোল।  
পুষ্পৰ সুৰভি গন্ধলোভে আতি  
ভ্ৰমৰ কৰয় ৰোল ॥  
সুগন্ধি শীতল মলয় পৱন  
বহে সমস্তকে চাকি।  
অল্প অল্প কৰি অমৃত সিঞ্চিল  
মেঘে আকাশত থাকি ॥" (ৰুক্মিণীহৰণ কাব্য)

সমুদ্ৰোত্থিতা ভেনাচৰ ৰূপৰ জেউতিত (প্ৰাচীন গ্ৰীক-কল্পনাত) বা উৰ্ব্বশীৰ সৌন্দৰ্য্যছটাত (ৰবীন্দ্ৰনাথৰ সমধৰ্ম্মী কল্পনাত) দিগ্বিদিক উজ্জ্বল হৈ উঠাৰ বৰ্ণনাৰ লগত ওপৰুক্ত বৰ্ণনাৰ সুসাদৃশ্য আছে।

'হৰমোহনত' 'মোহিনীৰ' ৰূপ-সৌন্দৰ্য্যৰ যি বৰ্ণনা শ্ৰীশঙ্কৰে দিছে, সি অসমীয়া কাব্যত তপ্ত সুবৰ্ণৰ দৰে চিৰ-উজ্জ্বল হৈ আছে।

উদ্দীপন বিভাৱৰূপে 'ফুলবন'ৰ বৰ্ণনা শঙ্কৰৰ 'হৰমোহনত' যেনে বৈশিষ্ট্য পূৰ্ণ সেইদৰে মাধৱ কন্দলিয়েও তেওঁৰ ৰামায়ণৰ অৰণ্যকাণ্ডত মালোপমাৰ সহায়েৰে বসন্তদিনৰ এটা সজীৱ বৰ্ণনা দিছে।

মহাসমাৰোহেৰে সেনা-অস্ত্ৰ-বাদ্য ভাণ্ডৰ সৈতে বিশ্ববিজয় কৰিবলৈ ওলোৱা কামদেৱৰ আগমনে বসন্তৰ আড়ম্বৰ উত্তেজনা সহস্ৰগুণে বঢ়াইছে— কবিৰ বৰ্ণনা মাহাত্ম্যত।

শঙ্কৰদেৱৰ দৰে অনন্ত কন্দলি আৰু অন্যান্য বৈষ্ণৱ কবিসকলেও প্ৰেমক মৰ্য্যাদাসম্পন্ন কৰিবলৈ যত্ন কৰিছিল যদিও, অনেক সময়ত তেওঁ-লোক সম্পূৰ্ণ কৃতকাৰ্য্য হব পৰা নাই। সেয়ে, অনন্ত কন্দলিৰ 'কুমৰ-হৰণ' কাব্যত প্ৰেমৰ বৰ্ণনা বহুদূৰ গ্ৰাম্যতাৰ ফালে আগবাঢ়িছে। এই কবিসকলে ৰাম-সীতা, কৃষ্ণ-গোপী আদি কাহিনীসমূহ অসমীয়া পদত ৰূপায়িত কৰিছিল। তেওঁলোকৰ কোনো কোনোৱে গীত ৰচনা কৰিছিল। এই সময়ৰ নাও খেলোৱা গীত আদি কেতবোৰ থলুৱা লোক-গীতৰ বৰ্ণনাতো ওপৰুক্ত প্ৰেম-কাহিনীৰ অংশ ৰূপায়িত হৈছে। অৱশ্যে কিছু-মান ভেঁজাল ৰচনায়ো এই সময়তে আমাৰ ভাষাত দেখা দিছিল। পূৰ্ব্ব-সূৰীসকলৰ নাম-যশৰ আঁৰ লৈ এইবিলাক কলঙ্কপূৰ্ণ ৰচনাই নিজৰ প্ৰভাৱ বিস্তাৰ কৰিবলৈ চেষ্টা কৰিছিল।

ত্ৰয়োদশ শতিকাত অসমত ৰাজত্ব কৰিবলৈ অহা আহোমসকলে অসমীয়া ভাষা আৰু ৰীতি-নীতি গ্ৰহণ কৰি পাছত অসমীয়া সাহিত্য-কলাৰো পৃষ্ঠপোষকতা কৰিবলৈ লয়। জনচেৰেক আহোম 'ৰাজসভাৰ কবি'য়ে প্ৰেমৰ কাহিনী লৈ ৰজা-ৰাণীৰ শ্ৰৱণৰ তৃপ্তিৰ অৰ্থে 'কাব্য' ৰচনা কৰিছিল। উদাহৰণস্বৰূপে, 'কবিৰাজ-চক্ৰৱৰ্ত্তী' ৰামনাৰায়ণ দ্বিজৰ 'শকুন্তলা কাব্য'। একে উদ্দেশ্য লৈয়ে চক্ৰৱৰ্ত্তীয়ে 'শঙ্খচূড়-বধ' কাব্য লিখে আৰু 'গীত-গোৱিন্দ,' ব্ৰহ্মবৈৱৰ্ত্ত-পুৰাণ আদিৰ অনুবাদ কৰে। এই সময়ৰ আন কেইজনমান কবিয়ে ভাৰতীয় ভাষান্তৰৰপৰা আন কেতবোৰ প্ৰেমাখ্যানো অসমীয়া পদলৈ আনে। তেওঁলোকৰ



ৰচনা-ৰীতি আছিল বৈষ্ণৱীয়, কিন্তু উদ্দেশ্য বৈষ্ণৱীয় নাছিল। ছুফী-প্ৰেমৰ কাহিনী 'মৃগাৱতী-চৰিত' (বা, ছাহাপৰী আখ্যান) ভাঙিছিল ৰাম-দ্বিজই আৰু 'মধু-মালতী' ৰূপায়িত কৰিছিল এজন অজ্ঞাতনামা কবিয়ে। তাৰ বাহিৰেও দীন দ্বিজ আৰু শিৱ শৰ্ম্মা ৰচিত 'মাধৱ-সুলোচনা'ৰ পদ-কাহিনী পোৱা গৈছে।

**শৃঙ্গাৰ ৰস আৰু ৰসাভাস** ঃ—প্ৰাক্-বৈষ্ণৱ, বৈষ্ণৱ বা উত্তৰ-বৈষ্ণৱ যুগৰ কবিসকলে প্ৰেমৰ বৰ্ণনা দিয়া ক্ষেত্ৰত 'ৰস-শাস্ত্ৰ'ৰ বিধান মানি চলিবলৈ চেষ্টা কৰিছিল যদিও, এই বিষয়ত সকলো সমানগুণে কৃতকাৰ্য্য হব পৰা নাই। কোনো কোনোৱে ৰসক 'ৰসাভাস' কৰি তুলিছে, 'প্ৰকৃতি-বিপৰ্য্যয়' দোষ ঘটাই ৰসভঙ্গ কৰিছে। উদাহৰণ স্বৰূপে, মাধৱ কন্দলিৰ বৰ্ণনাত কুঁজী মন্থৰাই ভৰতৰ ওচৰত প্ৰেম-নিবেদন কৰিবলৈ যাওঁতে তাই লাঞ্ছিত হৈ শৃঙ্গাৰক হাস্যত পৰিণত হোৱাত সহায় কৰিছে।'[৭] সেইদৰে পীতাম্বৰ দ্বিজই 'ৰতিৰস বিশেষ কহিতে নাযুৱায়" বুলি জানিও সপোনৰ মাজত হ'লেও অনিৰুদ্ধ আৰু যক্ষিণী কামসেনাৰ ৰতি-ক্ৰিয়া অযুগুতভাৱে দেখুৱাইছে।[৮] হৰমোহনত শঙ্কৰৰ মোহিনীক দেখি যি উন্মাদনাৰ বৰ্ণনা পোৱা যায়, তাতো শৃঙ্গাৰ বিকৃত হৈ হাস্য আৰু বীভৎসত পৰিণত হৈছে। তাৰোপৰি মহাদেৱৰ এনে ইতৰ ব্যৱহাৰৰ বৰ্ণনাত 'প্ৰকৃতি-বিপৰ্য্যয়' দোষ ঘটিছে। মনকৰৰ শিৱ-পাৰ্ব্বতীৰ গুপ্ত

৭ "শুনিলেক কুঁজীয়ে ভৰত আসি ভৈল। সত্বৰ গমনে কৈকেয়ীৰ পাশে গৈল ॥ পিন্ধিলেক হৰিষে বত্ৰিশ অলংকাৰ। মুকুট কুণ্ডল গ্ৰীৱে সাতেসৰী হাৰ ॥ বলয় কঙ্কন কাঞ্চী নূপুৰৰ সাজে। হংস কেলি কৰে যেন সৰোবৰ মাঝে ॥ সুবৰ্ণৰ খোল নিয়া কুঁজত চড়াইল। কটাক্ষ দৃষ্টিয়ে ভৰতৰ মুখ চাইল ॥ শৰীৰত পিন্ধিলেক অগৰু চন্দন। কৈকেয়ীৰ গৃহ লাগি কৰিল গমন ॥ ৰাজ্য যোগে অলঙ্কাৰ পিন্ধি উৰি গাৱে। কপিলা থাকিলা যেন চণ্ডালৰ থাৱে ॥ বিনবিষ কৰে কুঁজী আউৰ কিৱা চাউ। ভৰতৰ সমীপক কিসক নজাউ ॥ মই বান্ধো ৰূপ বৰ হেনয় নোহয়। মোহোৰস্বৰূপে দেখো আথানো অলয় ॥ বয়সত বৰ মই ভৰতত কৰি। কামবশ ভৈলে সিটো দোষক নধৰি ॥ বিদিতে কুমাৰে যেৱে লাজ কিছু কৰি। গুপ্তৰূপে তথাপিতো হৈবো পটেশ্বৰী ॥" (২২৮৩-৮৮)

৮ 'উষা-পৰিণয়' কাব্য।

মিলন-সম্ভোগৰ দৃশ্য, পীতাম্বৰৰ 'উষা-পৰিণয়'ৰ প্ৰাৰম্ভত হৰ-পাৰ্ব্বতীৰ বিহাৰ-কেলিৰ দৃশ্য (যাক দেখি উষা চঞ্চল হৈ উঠিছে), নাইবা পৰৱৰ্ত্তী কালৰ বৃষকেতুৰ 'উষাহৰণ' কাব্যত কৃষ্ণ-উষাৰ সম্ভোগৰ দৃশ্যত 'প্ৰকৃতি বিপৰ্য্যয়' ঘটিছে। নাৰায়ণদেৱৰ 'বেউলা-লক্ষীন্দৰ' কাব্যতো শিৱ-পাৰ্ব্বতীৰ পাৰস্পৰিক ব্যৱহাৰ অশোভনীয় হৈছে। শঙ্কৰদেৱৰ ৰুক্মিণী-হৰণ কাব্য বা নাটত দিয়া সয়ম্বৰ-সভাৰ বৰ্ণনাই কালিদাসৰ 'ৰঘুবংশ' আদিৰ সয়ম্বৰ-সভালৈ মনত পেলায়। প্ৰাৰ্থী ৰজাসকলৰ নায়িকাৰ প্ৰতি কামভাৱ প্ৰদৰ্শনত এফালে হাস্য, আনফালে বীভৎস ৰস প্ৰকাশ পাইছে। নাৰায়ণদেৱৰ 'বেউলা-লক্ষীন্দৰ'ত যেতিয়া লক্ষীন্দৰৰ মৃত-দেহ লৈ বেউলা ভুঁৰত উঠি গৈছিল, তেতিয়া 'গোধা'ই বেউলাৰ প্ৰতি কামভাব জনোৱাতো হাস্যৰ সৃষ্টি হৈছে ঃ

"তোৰ মোৰ বয়সত অলপ অন্তৰ।
গণি চালে হয় মোৰ ছকুৰি বছৰ ॥"

এইবুলি গোধাই তাৰ সঙ্গীৰে সৈতে নৈৰ সোঁতত জাপ দিলে বেউলাৰ ভুঁৰৰ কাষ চাপোঁ বুলি। কিন্তু সোঁতৰ পকনীয়াই পাই সিহঁত দুয়োটাকে উটুৱাই নিলে! সীতাৰ প্ৰতি ৰাৱণৰ বা ৰাম-লক্ষ্মণৰ প্ৰতি সূৰ্পণখাৰ কাম-ভাব-পূৰ্ণ উক্তিসমূহত একেদৰেই শৃঙ্গাৰ বিকৃত হৈ হাস্যৰ সৃষ্টি হৈছে।[৯] ৰামসৰস্বতীৰ বৰ্ণনাত এনে বিকৃত শৃঙ্গাৰ এঠাইত অশ্লীল পৰ্য্যায়লৈ নামিছে। 'খটাসুৰ-বধ'ত অকলশৰীয়া দ্ৰৌপদীক দেখি খটাসুৰৰ ব্যৱহাৰ ঃ

"দ্ৰৌপদীক দেখি সিটো হইল পাগল।
ভোঁক ভোঁক কৰে যেন ভোকোৰা ছাগল ॥"

নাৰায়ণদেৱৰ 'সুকনানী-গীত'[১০] এটিত সোনেকাৰ বেশ ধৰি পদ্মাৰ ভগিনী নেতাই প্ৰবাসত থকা চান্দ-সদাগৰৰ সপোনত কামিনীৰ ৰূপ ধৰি দেখা দিয়া দৃশ্যটো 'প্ৰকৃতি-বিপৰ্য্যয়'ৰ অন্তৰ্ভুক্ত।

৯ দ্বাদশ শতিকাৰ আলংকাৰিক শাৰদাতনয়ে তেওঁৰ 'ভাৱ-প্ৰকাশন'ত কৈছে যে, শৃঙ্গাৰৰ যি বৰ্ণনাই হাস্য জন্মায়, সি 'ৰসাভাস'ত পৰিণত হয়।

১০ 'সুকনানী-পদ্মাৱতী'—সম্পাদনা-দৈৱচন্দ্ৰ তালুকদাৰ। পৃঃ ২০৭।



পদ্মাই (দেৱী মনসা) নিজেও এবাৰ সোনেকাৰ ভনীয়েকৰ ৰূপ ধৰি চন্দ্ৰধৰৰ মন হৰণ কৰিবলৈ চেষ্টা কৰিছিল।[১০ক]

**সম্ভোগ শৃঙ্গাৰ** ঃ—'কামসূত্ৰ'কে সূত্ৰ ধৰি প্ৰাচীন ভাৰতীয় কবিসকলৰ দৰে অসমীয়া কবিসকলেও স্ত্ৰী-পুৰুষ (নায়ক-নায়িকা) ৰ চুম্বন-আলিঙ্গন আদিৰ নিসঙ্কোচ বৰ্ণনা দি 'শৃঙ্গাৰ-ৰস'ৰ পৰিপূৰ্ণতা প্ৰদান কৰিছে। বৈধ-ক্ষেত্ৰত সম্ভোগৰ বৰ্ণনা দোষণীয় নহয়— এই ধাৰণা কবিসকলৰ ৰচনাত প্ৰকাশ পাইছে। কোণাৰ্ক-খাজুৰাহোৰ মিথুন-মূৰ্ত্তিৰ দৰে এইবোৰ 'ক্লাছিকেল' পদ্ধতিৰ সাঁচত মৰা বৰ্ণনাৰ চিত্ৰ মাথোন। উদাহৰণ স্বৰূপে শঙ্কৰদেৱৰ 'ৰুক্মিণী-হৰণ' নাটৰ সম্ভোগৰ বৰ্ণনা ঃ (ই এটি গীত—ইয়াত কল্যাণ ৰাগৰ ব্যৱহাৰ মন কৰিবলগীয়া)।

"কৰত বিহাৰ, কৰত বিহাৰ মুৰাৰু।
কামিনীক কমল অমল সুহ লখি
চুম্বে জগত-আধাৰু ॥
ঘন ঘন নয়ন পঙ্কজ মুহ হেৰি
হেৰি কৰত কানু কেলি।
আলিঙ্গি অঙ্গ অনঙ্গ-ৰঙ্গ-ৰসিক
ৰমণীক ভুজ মেলি ॥
হাসি হাসি হৰসে হৰসে নখ পৰশি
কুচ-কাঞ্চুৰী ফাড়ে কানে।
পূৰল পৰম মনোৰথ ৰমনী
মধু অধৰ মধু পানে ॥"

এই ধৰণৰ বৰ্ণনা ৰামবিজয় নাট, ৰুক্মিণীহৰণ কাব্য, ৰাস-ক্ৰীড়া বা কেলি-গোপাল নাট আদিত বাৰে বাৰে দিয়া হৈছে। কবিৰ ৰচনাৰ সৌকুমাৰ্য্যলৈ চকু পৰে। সম্ভোগৰ আনন্দ ইয়াত পবিত্ৰ কাৰ্য্য-ৰূপে প্ৰতিফলিত হৈছে। সেইবাবে এনে বৰ্ণনাতো শৃঙ্গাৰ ৰসৰ 'উজ্জ্বলতা'

১০ক 'সুকনানী-পদ্মাৱতী'—পৃঃ ২২৫।

আৰু 'শুচিতা' পৰিলক্ষিত হৈছে। হনুমানে সীতাক বিচাৰি লঙ্কাৰ অন্তেষপুৰত প্ৰৱেশ কৰিলে নিশা—তাত সুপ্ত ৰমণীসৱৰ বৰ্ণনা দিওঁতে কবিয়ে উপমা আদি অলংকাৰেৰে মনোৰম চিত্ৰ অঙ্কিত কৰিছে।[১১]

অনন্ত কন্দলিয়ে 'কুমৰহৰণ'ত ষোড়শ শৃঙগাৰৰ আৰু ৰাম সৰস্বতীয়ে 'গীত-গোৰিন্দ'ত বিবিধ শৃঙগাৰৰ বৰ্ণনা দিছে। অন্যান্য কবি যেনে, কবিৰাজ চক্ৰৱৰ্ত্তীয়েও 'শকুন্তলা-কাব্য'ৰ বিভিন্ন ঠাইত সম্ভোগৰ বৰ্ণনা দিওঁতে পূৰ্ব্বগামীসকলকে অনুসৰণ কৰিছে মাত্ৰ। এইজন কবিয়েই 'শঙখচূড় বধ'ত সম্ভোগৰ বৰ্ণনা নিসঙ্কোচভাৱে দিছে। কৃষ্ণ আৰু শংখ-চূড়-পত্নী তুলসীৰ সম্ভোগৰ মাজত কবিয়ে এটা ধাৰ্ম্মিক তাৎপৰ্য্য সুমুৱাই দি তাক দোষমুক্ত কৰিবলৈ বিচাৰিছে। নাৰায়ণদেৱে 'বেউলা-লক্ষীন্দৰ'ৰ ভিতৰত বেউলা-লক্ষীন্দৰৰ প্ৰথম মিলন-নিশাৰ (শয়ন কক্ষৰ) বৰ্ণনা দিবলৈ যাওঁতে অমাৰ্জ্জিত বা গ্ৰাম্য বৰ্ণনা দি তাৰ সৌন্দৰ্য্য নষ্ট কৰি পেলাইছে।

লোকগীতবিলাকৰ ভিতৰত 'বিহু গীত'ত, বিশেষকৈ, সম্ভোগৰ উল্লেখ কোনো ঠাইত প্ৰত্যক্ষ আৰু কোনো ঠাইত ইঙ্গিতধৰ্ম্মী বা প্ৰতীকাত্মক। ইঙ্গিত-ধৰ্ম্মী বৰ্ণনা যেনে ঃ

"পৰিনো টেকেলি ভাগিল"
"হাতীয়ে পানী খালে হৈয়াঙে দৈয়াঙে,
ঘোঁৰাই পানী খালে বৈ"।....
"সানি খাই আছিলোঁ ভাত"।[১২]

[১১] মাধৱ কন্দলি ; ৰামায়ণ, সুন্দৰাকাণ্ড—৪১৩৫।

"অনেক সুন্দৰীসৱে ৰাজাৰ গাৱত ধৰি
শুতিলেক অতি মনোৰঙ্গে।
ডাঙৰ বৃক্ষক যেন নানাভাৱে বেঢ়ি আছে
কোমল মাধৱী লতা সঙ্গে॥"

[১২] Dr. V. Ellwin ৰ Folk-songs of Chattisgarh নামৰ গ্ৰন্থৰ পাতনিত W. G. Archer এ উল্লেখ কৰিছে যে লোক-গীতবোৰত প্ৰতীক ব্যৱহাৰৰ ভিতৰত (আহাৰ) খোৱা কথাষাৰে যৌনমিলনৰ ইঙ্গিত দিয়ে।



তাৰ বাহিৰেও 'কণী-পৰা' উল্লেখে গৰ্ভ-সঞ্চাৰ সূচায়। যেনে ঃ—

"লুইতৰে বালি বগী ঢকেঢকী
কাছই কণী পাৰে লেখি ;
গাত জুই জ্বলিছে সৰিয়হ ফুটিছে
চেনাইক পানী ঘাটত দেখি।"

আৰু এটি গীতত উল্লেখ আছে হেটুলুকা চৰায়ে কণী পৰাৰ বিষয়ে। মাধৱদেৱৰ নামত থকা মাধৱ কন্দলি-ৰামায়ণৰ আদিকাণ্ডত ইন্দ্ৰ আৰু অহল্যাৰ অবৈধ সম্ভোগৰ দৃশ্য ৰুচি-বিগৰ্হিত আৰু সি আচলতে 'ৰসা-ভাস'ৰহে বৰ্ণনা।[১২ক] বলাৎকাৰ বা অবৈধ সম্ভোগৰ উল্লেখ 'বিহু গীতৰ' দুই-এটিতো আছে। 'পদুম কুঁৱৰীৰ গীত'ৰ এঠাইত সামান্য ইঙ্গিতেৰে এনে এটা দৃশ্য উল্লেখ কৰা হৈছে ঃ

"হৰদত্তৰ জীয়ৰী পদুম কুঁৱৰী বেজাৰত নাখালে ভাত।
কামদান বঙালে হাতত ধৰি নিলে পদুম বিচাৰি গাত॥"

প্ৰথম দৰ্শন বা মিলনৰ দৃশ্য কোনো প্ৰাচীন কবিৰ হাতত মনোৰম-ভাৱে অৱশ্যে প্ৰকাশ পাইছে। ৰুক্মিণী-কৃষ্ণৰ প্ৰথম মিলনৰ ছবি শঙ্কৰদেৱৰ ৰচনাত যেনে, —

"দুই দুই হান্তকো চাহিলন্ত নেত্ৰ ভৰি॥
আতি হাবিয়াসে চক্ষু নভাসন্ত আৰ।
নিমিষ কাঢ়ন্তে আতি হোৱে ঘোৰ পাৰ॥
চাহন্তে চাহন্তে দুইৰো নখণ্ডে তৃপিতি।
বাঢ়ন্তেসে যাই স্নেহ আতিশয় প্ৰীতি॥"

(ৰুক্মিণীহৰণ কাব্য)

[১২ক] শঙ্কৰদেৱৰ 'হৰমোহন'ত শিৱই মোহিনীক আলিঙ্গন কৰাৰ দৃশ্যত ৰসাভাস আৰু প্ৰকৃতি-বিপৰ্য্যয় দুয়োটা দোষ ঘটিছে ঃ "মহাবেগে খোপাত ধৰিলা বামহাতে॥ বহু প্ৰাণেশ্বৰী বুলি কৰি আলিঙ্গন। মহাকামভোলে দিলা মুখত চুম্বন॥........" এয়া পাশৱিক 'কাম'ৰ বৰ্ণনা। ই 'উজ্বলো' নহয়, 'শুচি'ও নহয়।

দৃশ্যটোৰে বিদ্যাপতিৰ গীতলৈ মনত পেলায় ঃ--

"সখি ! কি পুছসি অনুভৱ মোয়ে !
সে হো পীৰিতি অনুৰাগ বখানিয়ে
তিল তিল নূতন হোয়ে ।
জনম অৱধি হম ৰূপ নিহাৰল
নয়ন ন তিৰপিত ভেল । "·· ·· ইত্যাদি ।

প্ৰত্যক্ষ দৰ্শন, স্বপ্ন-দৰ্শন, চিত্ৰ-দৰ্শন আৰু গুণ-শ্ৰৱণ--এই চাৰিটা পদ্ধতিৰে নায়ক-নায়িকা পাৰস্পৰিক আকৰ্ষিত হৈ পৰে । উষা-অনিৰুদ্ধ মনোহৰ-মালতী (মধুমালতী কাব্য), চন্দ্ৰকেতু-কামকলা (শকুন্তলা-কাব্য) আদিৰ স্বপ্ন-দৰ্শন আৰু মিলনৰ দৰে চিত্ৰলেখা অঙ্কিত অনিৰুদ্ধৰ চিত্ৰ দেখা পাই উষাৰ যি অনুভূতি তাক 'কুমৰ-হৰণ'ৰ কবিয়ে সুন্দৰকৈ জানিবলৈ দিছে । মাধৱে স্নানৰতা সুলোচনাক দেখি তেওঁক পাবলৈ ব্যাকুল হৈ পৰাৰ দৃশ্য 'মাধৱ-সুলোচনা' কাব্যত উজ্জ্বল হৈছে । কৃষ্ণ-ৰুক্মিণীয়ে পাৰস্পৰিক 'গুণ-শ্ৰৱণ'ৰদ্বাৰা (ভাটৰ মুখত) মোহিত হৈ আকৰ্ষিত হৈছিল ।

সখা-সখী, দূত-দূতী আদিয়ে দূৰে দূৰে থকা প্ৰেমিক-প্ৰেমিকাক ওচৰ চাপিবলৈ সুচল কৰি দিয়ে । 'ফুল কোঁৱৰৰ গীত'ৰ দিজাই মালিনীৰ দৰে এজনী মালতী 'মধু মালতী' কাব্যতো আৱিৰ্ভাৱ হৈছে । উষাৰ সখী চিত্ৰলেখা বাক্‌চতুৰ, কলা-কুশলী আৰু সখীগত প্ৰাণা ঃ এওঁৰ চিত্ৰণ 'কুমৰহৰণ' কাব্যত মনোৰম হৈছে । 'মাধৱ-সুলোচনা' কাব্যত মালিনী এজনী নায়কৰ ঘাই সহায়িকা । দূতৰূপে হনুমন্ত (ৰামায়ণত) আৰু বেদনিধি ব্ৰাহ্মণ ('ৰুক্মিণী-হৰণ'ত) যথেষ্ট সহাদয় । 'গীত গোৱিন্দ' কাব্যত সখীসকলৰ প্ৰয়োগ যথেষ্ট আকৰ্ষণীয় ।

'গীত গোৱিন্দ' অনুবাদ কৰোঁতে ৰামসৰস্বতীয়ে মূল কাব্যৰ দৰে মাজে মাজে গীত ৰচনা কৰা নাই ; কেৱল পদানুবাদ কৰিছে । অৱশ্যে পদবোৰৰ মাজতে কেতবোৰ ৰাগ-ৰাগিনীৰ বৰ্ণনা দিছে । অনন্ত কন্দলীৰ কাব্যতো গীতৰ ব্যৱহাৰ নাই—যিদৰে পীতাম্বৰৰ কাব্যত আছে ।



কন্দলিয়ে উষাক তেওঁৰ কাব্যখনৰ কেন্দ্ৰ-চৰিত্ৰ কৰাত কাব্যখন বেছি উপাদেয় হৈছে ।[১৩] কিন্তু পীতাম্বৰ, শঙ্কৰদেৱ, অনন্ত কন্দলি বা কবিৰাজ চক্ৰৱৰ্ত্তী আদি প্ৰায় প্ৰতিজন কবিৰ ক্ষেত্ৰতে দেখা যায় যে তেওঁলোকে ৰচনা কৰা প্ৰণয়-কাব্য প্ৰতিখনৰে একোটা সুদীৰ্ঘ অংশ জুৰি আছে যুদ্ধৰ বৰ্ণনাই । কাব্যৰ আৰম্ভণ আৰু সামৰণিত প্ৰয়োগ কৰা 'শৃঙ্গাৰ ৰস' যুদ্ধৰ বৰ্ণনা থকা সুদীৰ্ঘ অংশত লুপ্তপ্ৰায় হৈ পৰিছে । সেই বাবে, ডঃ বাণীকান্ত কাকতিয়ে ঠিকেই কৈছে যে, শঙ্কৰদেৱৰ ৰুক্মিণীহৰণ কাব্যৰ প্ৰধান ৰস শৃঙ্গাৰ নহয়, ই কাব্যখনত প্ৰয়োগ কৰা অন্যান্য ৰসৰ মাজৰে এটা ৰস মাথোন । (তাৰোপৰি, ৰুক্মিণীহৰণ কাব্যত শৃঙ্গাৰ ৰসৰ বিভাৱ অনুভাৱ আদিৰ পৰিপূৰ্ণ বৰ্ণনা নোহোৱা কথাটোলৈও ডঃ কাকতিয়ে লক্ষ্য কৰিছে ।[১৪] উত্তৰ-বৈষ্ণৱ যুগৰ 'মধু-মালতী'ৰ দৰে প্ৰণয়-কাব্যবোৰতো শৃঙ্গাৰ ৰস সৰ্ব্বপ্ৰধান হৈ উঠা যেন দেখা নাযায় । শৃঙ্গাৰৰ লগতে শাৰী পূৰাইছে বীৰ, অদ্ভুত আদি ৰসে । শঙ্কৰদেৱ আদি পূৰ্ব্বগামী কবিসকলৰ প্ৰভাৱ এই কাব্যসমূহৰ কবিসকলৰ ওপৰত যথেষ্ট পৰা দেখা যায় । যেনে, 'মধুমালতী' কাব্যত য'ত প্ৰেমা (উপনায়িকা) আৰু মনোহৰ (নায়ক) প্ৰাকৃতিক মধুৰ পৰিৱেশত সন্মিলিত হৈছে, তাৰ বৰ্ণনাই শঙ্কৰদেৱৰ হৰমোহনৰ বৰ্ণনালৈ মনত পেলায় ।[১৪ক] সেইদৰে 'প্ৰবোধ চন্দ্ৰোদয়'ৰ অসমীয়া ভাঙনী 'মহামোহ কাব্য'তো মোহিনীৰ অভিসাৰৰ বৰ্ণনাটোৱে শঙ্কৰদেৱৰ মোহিনীৰ কথাই সোঁৱৰায় । বাটেদি যোৱা শ্ৰীকৃষ্ণক দেখা পাই কুণ্ডিণৰ পুৰ-নাৰীসকলৰ যেনে ব্যাকুলতা, তাৰ সুললিত প্ৰকাশ ঘটাইছে শঙ্কৰদেৱে তেওঁৰ 'ৰুক্মিণীহৰণ' কাব্যত ।

১৩ ডঃ বাণীকান্ত কাকতি—'পুৰণি অসমীয়া সাহিত্য' ('কুমৰহৰণ' প্ৰবন্ধ) ।

১৪ ৰুক্মিণীহৰণ কাব্যৰ পাতনি—দত্তবৰুৱা-সংস্কৰণ ।

১৪ক 'মধুমালতী'ৰ নায়কে নায়িকা মালতীৰ পাণিগ্ৰহণ কৰাৰ উপৰিও প্ৰেমা (উপনায়িকা)ৰ পাণিগ্ৰহণ কৰা কথাটো বিসঙ্গতিপূৰ্ণ । ই ছুফীপ্ৰেমৰ মূল দৰ্শন বা উদ্দেশ্যটো নষ্ট কৰি পেলাইছে ।

····"নাৰীগণো শুনিলেক কৃষ্ণ আসিবাৰ '
উৰুকমুৰুক কৰি পিন্ধে অলঙ্কাৰ ॥····
····কৃষ্ণক দেখিবে লাগি ব্যাকুল স্বভাৱে ।
লৰবালৰবি কৰি গৃহৰ বজাৰে ॥····
পিন্ধিল অঞ্জন মাত্ৰ এক নয়নত।
কেহোজনী এক পাৱে দিলেক আলত ॥
কেহোজনী উভোতাই পিন্ধিলে কাপোৰ ।
আঞ্চলক তল কৰি খুম্পহি উপৰ॥
এতেকতে শুনৈ হেবা আসি পাইলে হৰি।
দিলেক লৰৰ খুঞ্চনিত হাতে ধৰি ॥''

আনকি—"বিমোহিত হুয়া কতো যায় উলঙ্গতে ॥"
আৰু "কাহাৰো লাগিল যেন মাধৱত ধ্যান ।
বাহুৱে আলিঙ্গি যেন নেত্ৰে কৰে পান ॥
কৃষ্ণৰ অতুলনীয় ৰূপ দেখি তেওঁ লোকে লজ্জা-সম্ভ্ৰম সকলো পাহৰি গৈছে ঃ

"অতিশয় ভোল হুয়া কেহোজনী উঠি ।
আন ছলে কৃষ্ণক দেখাৱে কাষ পিঠি ॥
স্তনক দেখায়া হাস্য কৰি মুখ ঢাকে ।
বস্ত্ৰ কাতি কৰি টেৰচক্ষু চাহি থাকে ॥"—ইত্যাদি ।

'ৰাসক্ৰীড়া' বা 'কেলি গোপাল'তো শ্ৰীকৃষ্ণৰ বাঁহী শুনি ব্ৰজবাসিনী-সকল এইদৰেই উন্মাদিনী হৈ যমুনাৰ পাৰলৈ ওলাই যোৱাৰ বৰ্ণনা আছে । ৰামসৰস্বতীৰ 'গীত গোৱিন্দ'ত এই বৰ্ণনা সেইদৰেই প্ৰাণৱন্ত হৈছে । বিশেষকৈ শঙ্কৰদেৱৰ গীতৰ মাজত সেই বৰ্ণনা বেছি আকৰ্ষণীয় । যিবিলাক গোপী বাধা পাই কৃষ্ণৰ কাষলৈ যাব নোৱাৰিলে তেঁওলোকৰ দুখময় অৱস্থাৰ বৰ্ণনা 'দশম'ৰ পদ-অনুবাদত যথেষ্ট মৰ্ম্মস্পৰ্শী হৈ উঠিছে ঃ

"বাজ হইবে কতো গোপী নপাইল গৃহৰ ।
ৰাখিল দুৱাৰ বান্ধি স্বামী ও দেৱৰ ॥
কৰিবে নপাইল মনোৰথক সসাঙ্গ ।
কৃষ্ণৰ বিৰহ বহ্নি দহে সৰ্বঅঙ্গ ॥
হা কৃষ্ণ কৃষ্ণ আতি মুখে মাত্ৰ ৰড়ে ।
কতো উঠে বৈসে কতো পৃথিবীত পৰে ॥
কাঢ়ে হুম নিশ্বাস আকুল কৰে মন ।
চক্ষু মুদি চিন্তে প্ৰাণ কৃষ্ণৰ চৰণ ॥"····

মিলনৰ চিন্তা কৰি নিৰাশ হোৱা এয়া বিপ্ৰলম্ভ কৰুণৰ বৰ্ণনা ।



**বিপ্ৰলম্ভ শৃঙ্গাৰ ঃ**—পূৰ্ব্বানুৰাগৰ বাহিৰেও আৰু চাৰি ধৰণৰ বিপ্ৰলম্ভ বা বিয়োগ শৃঙ্গাৰ আছে বিৰহ, ঈৰ্ষা, প্ৰবাস আৰু দৈবদুৰ্ব্বিপাক হেতুক । কৃষ্ণৰ লগত মিলন হোৱাৰ আকাঙ্খ্যা কৰি থাকি ৰুক্মিণীয়ে হঠাৎ শিশুপালৰ লগতহে বিয়া বন্দোৱস্ত হোৱা বুলি শুনি শৰীৰ মনৰ ধৈৰ্য্য একেবাৰে হেৰুৱাই পেলালে ঃ

"শুনিলা ৰুক্মিণী হেন বচন নিৰ্ঘাত ।
থিয়ায়ে শুখাইলা কিছু নাহি বোল মাত ॥
নাহি শ্ৰুতি জ্ঞান যেন ধাতু গৈলা উৰি ।
অচেতন হুয়া পৃথিবীত বৈলা পৰি ॥"

এইদৰে শঙ্কৰদেৱে ৰুক্মিণীহৰণ কাব্যত বৰ্ণনা কৰিছে । বিৰহৰ অৱস্থাত যি 'দশ-দশা' হয়, তাৰ বৰ্ণনা প্ৰাচীন অসমীয়া কবিসকলে যথা-যথ দিছে । তাৰ ভিতৰত মূৰ্চ্ছা যোৱা দশাও এটা ঃ ইয়াৰ বৰ্ণনা ওপৰত দিয়া ধৰণে পোৱা যায় । বিৰহৰ আঘাত কিমান তীব্ৰ আৰু গভীৰ, তাৰ সম্যক প্ৰকাশ ঘটিছে শঙ্কৰৰ চাৰিটি মাত্ৰ সংযত শাৰীৰ ভিতৰতে । অন্যান্য দশাৰ মাজত বিলাপ-প্ৰলাপ উন্মাদনা-জড়তা এইবোৰৰো বৰ্ণনা ঘটিছে ঠায়ে ঠায়ে । ওপৰুক্ত বৰ্ণনাটোৰ ঠিক পাছতেই 'ৰুক্মিণী-হৰণ' কাব্যত ইয়াৰ দীঘল বৰ্ণনা পোৱা' যায় । 'অষ্ট-নায়িকা'ৰ বিৱ-ৰণো এইদৰে পাওঁহক । বিপ্ৰলম্ভা-প্ৰোষিত-ভৰ্তৃকাৰূপে ৰুক্মিণী বা কৃষ্ণ মথুৰালৈ যোৱাত বৃন্দাবনৰ গোপীসকলৰ বৰ্ণনা পদ আৰু গীত-সমূহত পোৱা হয় । বিৰহোৎকন্ঠিতা নায়িকা ৰুক্মিণীৰ বৰ্ণনা এনে ঃ (বেদনিধিক কৃষ্ণৰ' কাষলৈ পঠিয়াই দি বাট চাই থকা অৱস্থাত)

"দিন চাৰি পাঞ্চ ভৈল নাসন্ত ব্ৰাহ্মণ ।
ৰুক্মিণীৰ পৰম বিচাট কৰে মন ॥
····নাসিলন্ত কৃষ্ণ মোৰ হৰি হৰি বিধি ।
নাসিলন্ত কৃষ্ণ নাসিলন্ত বেদনিধি ॥
·····মাধৱ নাসন্ত দেখি ব্ৰাহ্মণ নাসিল ।
মাতি বুলি কৃষ্ণক আনিবে নপাৰিল ॥
····হেনয় কাৰুণ্য কৰি কান্দন্ত সুন্দৰী ।
নয়নৰ হন্তে লোহ পৰে সৰি সৰি ॥"

শঙ্কৰদেৱৰ ৰুক্মিণীৰ প্ৰেম কৃষ্ণ-কেন্দ্ৰী, কিন্তু পীতাম্বৰৰ ৰুক্মিণী আত্মকেন্দ্ৰী। পীতাম্বৰে ভাগৱত-দশমৰ পদানুবাদত ৰুক্মিণী কাহিনী লৌকিকভাৱে ৰূপায়িত কৰিছে। ৰূপগৰ্ব্বিণী আত্মসচেতন ৰুক্মিণীয়ে পীতাম্বৰৰ পদত কৈছে ঃ "কোন অঙ্গে খুন দেখি নাইলা যদুমণি !"

কিন্তু কৃষ্ণৰ প্ৰেমিকা-ভক্ত শঙ্কৰদেৱৰ ৰুক্মিণী অহংকাৰ শূন্য, বিনম্ৰী। তেওঁ আত্মধিক্কাৰ কৰিহে কয় ঃ

"সৰ্ব্ব গুণান্বিত হৰি শৰীৰ তৰুণ।
সম্পূৰ্ণ চন্দ্ৰত যেন নাহি ক্ষতি খুণ ॥
মঞি পাপিষ্ঠীত কিবা দেখি কুলক্ষণ।
মোত হইবে আশা এৰিল নাৰায়ণ ॥" ····

পীতাম্বৰ দ্বিজ আৰু অনন্ত কন্দলিৰ বৰ্ণনাতো উৎকণ্ঠিতা নায়িকা উষাৰ বৰ্ণনা আকৰ্ষণীয় হৈছে।

শঙ্কৰদেৱৰ 'ৰাসক্ৰীড়া'ত বিপ্ৰলব্ধা নায়িকা গোপীসকলৰ বৰ্ণনা মনোৰম। বিৰহৰ উন্মাদনাত প্ৰেমিক-প্ৰেমিকাই জড়-চেতনৰ পাৰ্থক্যও পাহৰি যায়।[১৫] হঠাতে অন্তৰ্দ্ধান হোৱা কৃষ্ণৰ বিৰহ বৰ গভীৰ, তাক সহ্য কৰিব নোৱাৰি গোপীসকলে বাহ্যিক চেতনা প্ৰায় হেৰুৱাই পেলাইছে। কৃষ্ণৰ বাতৰি সুধিছে কাষৰৰ গছ-গছনি সকলোকে ঃ

"উচ্চ বৃক্ষ দেখি সোধে সাদৰি। শুনিয়ো অশ্বত্থ বট পাকড়ি ॥
যাহান্তে দেখিলা নন্দকুমাৰ। নেন্ত চুৰি কৰি চিত্ত আমাৰ ॥
হে কুৰুবক অশোক-চম্পা। কহিয়ো কথা কৰা অনুকম্পা ॥
মানিনীৰ দৰ্প কৰিয়া চূৰ। নজানো কৃষ্ণ যান্ত কত দূৰ ॥
অবা তুলসী সমিধান দিয়াঁ। তুমি গোৱিন্দৰ চৰণ-প্ৰিয়া ॥
·· ·· ··
মৃগ-পত্নী সখী দেখিলা হৰি। তোমাৰ নেত্ৰৰ আনন্দ কৰি ॥
যান্ত প্ৰিয়া-সমে গতি-বিলাসে। হেৰ কুন্দ-গন্ধ-কুঙ্কুম বাসে ॥
কতো গোপী বোলে শুনিয়ো বাণী। লতাতে কৃষ্ণৰ পুছো কাহিনী ॥
কৃষ্ণৰ নখৰ পৰশ পাই। দেখা পুলকিত সমস্ত কায় ॥" ····
ইত্যাদি।

---

১৫ কালিদাস—'মেঘদূত', পূৰ্বমেঘ—৫ ঃ
......"কামাৰ্ত্তাহি প্ৰকৃতিকৃপণাশ্চেতনাচেতনেষু।"



এই কাতৰ অৱস্থাত কৃষ্ণৰ কথা ভাবোঁতে ভাবোঁতে গোপীসকলৰ মন-প্ৰাণ সকলো কৃষ্ণময় হৈ পৰিল। তেওঁলোকে নিজৰ অস্তিত্ব পাহৰি নিজকে কৃষ্ণৰ লগত অভেদ কল্পনা কৰি সকলোবিলাক কৃষ্ণৰ "লীলা" অভিনয় কৰিবলৈ ধৰিলে। ইয়াত প্ৰেম-ভাবনাৰ পৰাকাষ্ঠা প্ৰকাশ পাইছে। যোগীৰ ভাব-সমাধিৰ দৰে এয়া প্ৰেমিকাৰ সম্পূৰ্ণ আত্ম-বিলোপন।

মানিনী প্ৰেমিকা কোনো সময়ত ঈৰ্ষাত কাতৰ হৈ ক্ৰুদ্ধা 'খণ্ডিতা' নায়িকা হৈ পৰে। শ্ৰীধৰ কন্দলিৰ 'ঘুনুচা-যাত্ৰা'ত কৃষ্ণ-পত্নী লক্ষ্মী হৈ পৰিছে। 'ৰাসক্ৰীড়া'তো খণ্ডিতাৰ বৰ্ণনা আছে আৰু আছে 'গীত-গোৱিন্দ'ত। 'পাৰিজাতহৰণ' নাটৰ গীততো অভিমানিনী সত্যভামাৰ মনোভাব ধৰা পৰিছে ঃ

"সতিনীক উদয়ে হৃদয়ে দহে আগি, অধিক মিলিল মনতাপ।
ধিক অৱ জীৱন যৌৱন মোহে, অভাগিনী কৰত বিলাপ ॥
হৰি হৰি প্ৰিয় মোৰ বৈৰি অধিক ভেলি, কয়লি অতৱে অপমানা।
ধৰণী লুটি-লুটি বিলপতি বালা, কৃষ্ণ কিঙ্কৰ ৰসভানা ॥"

গোপাল আতাৰ 'উদ্ধৱ সম্বাদ' নাটকৰ ভিতৰতো খণ্ডিতা গোপীসকলৰ ঈৰ্ষা দুটি গীত একোটিহঁতত ফুটি ওলাইছে। ৰামৰ দুৰ্ব্যৱহাৰত সীতাৰ মুখতো খেদোক্তি প্ৰকাশ পাইছে। 'কুমৰ হৰণ'ত উষাই আনকি সুসজ্জিতা চিত্ৰলেখাকো সন্দেহ আৰু ঈৰ্ষাৰ চকুৰে চাইছে ঃ

"উষা বোলে সখী, তোৰ বুজিলোঁ আকলি।
আগে শাস খাই পাছে দিবিহি বাকলি ॥"

নাৰায়ণদেৱৰ 'বেউলা-লক্ষীন্দৰ'ত পাৰ্ব্বতীয়ে শিৱক সন্দেহৰ চকুৰে চাইছে—যেতিয়া বেউলাক দেখি শিৱই অলপ চাঞ্চল্য প্ৰকাশ কৰিছে। মনকৰৰ ৰচনাত দুৰ্গা আৰু গঙ্গাৰ 'সতিনী-ফেৰ'ৰ বৰ্ণনা উল্লেখযোগ্য। লোক বিশ্বাসমতে গঙ্গা শিৱৰ উপপত্নী। সেইবাবে দুৰ্গা এবাৰ গঙ্গানদী পাৰ হওঁতে প্ৰবল ঢৌ তুলি তাৰ মাজত সতিনীক মাৰিবলৈ গঙ্গাই যত্ন কৰিছিল। কিন্তু দুৰ্গাই তেওঁৰ দশভূজেৰে নিপুণভাৱে বঠা মাৰি নাও পাৰ কৰি আনিলে বিপদৰ মাজেদি। শিৱৰ নিজৰ জীয়ৰী পদ্মাৰ প্ৰতি দুৰ্ব্বলতা দেখি দুৰ্গা (পাৰ্ব্বতী) ক্ৰুদ্ধা হৈ আনকি খোঁচ মাৰি পদ্মাৰ এটা

চকুকে কণা কৰি দিলে। লৌকিক কবিৰ হাতত এইবোৰ বৰ্ণনা, ৰুচি-হীন হলেও যথেষ্ট সৰস। মানিনী নায়িকাই মান-অভিমান-ক্ৰোধ কৰি নায়কৰপৰা দূৰ হৈ 'কলহান্তৰিতা' নায়িকাত পৰিণত হয়। 'পগলা পাৰ্ব্বতীৰ গীত', 'গীত গোৱিন্দ' আদিবোৰত এনে নায়িকা চিত্ৰিত হৈছে।

প্ৰবাসজনিত বিৰহৰ বৰ্ণনাৰূপে কেতবোৰ বৰগীত অনুপম ৰচনা। উদাহৰণ স্বৰূপে ঃ

"উদ্ধৱ বন্ধু! মধুপুৰী ৰহল মুৰাৰু!
কাহে ৰহব নাহেৰি অৱ জীৱন
বন ভয়ো ভৱন হামাৰু ॥
যাহে বিয়োগ আগি অঙ্গ তাৱয়
তিল একু ৰহয়ে নপাৰি।
সোহি ব্ৰজসুৰ দূৰ গয়ো গোৱিন্দ
দিশ দশ দিবসে আন্ধাৰি ॥
ভয়ো মৰণ ওহি সেহি হৰি-চৰণক
বিছুৰি ৰহয় নপাই।
দেখত কালিন্দী-গিৰি-বৃন্দাবন
তনু মন দহয় সদাই ॥
ব্ৰজজনজীৱন বাহৰি নাহি আৱত
হামাকু কৰত অনাথা।
গোপিনীক প্ৰেম পৰশি নীড় ঝুৰয়,
শঙ্কৰ কহ গুণ গাথা ॥"

শঙ্কৰদেৱৰ এনে ধৰণৰ গীত কেইবাটিও আছে। গোপী প্ৰাণৰ গভীৰ বেদনা ইয়াৰ শাৰীয়ে শাৰীয়ে ধ্বনিত-ব্যক্তিত হৈছে। পূৰ্ব্বৰ আনন্দ-ৰঙৰ সকলো স্মৃতিয়ে বিৰহৰ পৰিধি মাত্ৰ বহল কৰে। সকলোতে অতৃপ্তি, অৰুচি—"বন ভয়ো ভৱন হামাৰু ॥" আৰু প্ৰকৃতিৰ যিবোৰ কথাই আগতে আনন্দ বঢ়াইছিল, সেইবোৰ এতিয়া বিষ সদৃশ লাগে। আন এটা গীতত আছে ঃ—

"মাধৱ বিৰহে হৰয় চেতন,
তনু জীৱন ন ৰহে।



চান্দ চন্দন মন্দ মলয় সমীৰে
কেশৱ বিনে বিষ বৰিষে শৰীৰে ॥
ঘন ঘন হানয় মদন পঞ্চ বাণ।
কোকিল কুহু কুহু লহ মেৰি প্ৰাণ ॥
পঙ্কজপাত অহিত হিমবাৰি।
মধুকৰ নিকৰ কৰয় মহামাৰী ॥"····ইত্যাদি।

অনুপ্ৰাস আৰু যমকৰ ব্যৱহাৰত ঘনীভূত বেদনা ধ্বনিত হৈছে। বিৰোধ অলংকাৰৰ ব্যৱহাৰত মনৰ বিপৰ্য্যয় প্ৰকাশ পাইছে। প্ৰবাস-জনিত বিৰহ 'বাৰমাহী গীত'বোৰতো বৰ্ণিত হৈছে। নাৱেৰে বণিজ কৰিবলৈ দূৰলৈ যোৱা বণিক-পত্নী ঘৰত অকলে। বছৰটো ঘূৰি যায়, কিন্তু স্বামী উলটি নাহে। বছৰটোৰ প্ৰতিটো মাহে তেওঁলৈ লৈ আহে ভিন্ ভিন্ ধৰণৰ বেদনাৰ বোজা। কিন্তু তেওঁৰ হৃদয়ত প্ৰেম অবিচল থাকে। তেওঁৰ পতিপৰায়ণতাৰ মাজত তেওঁৰ 'সতীত্ব' ফুটি উঠে, সেয়ে তেওঁ 'শান্তী' ঃ

"ৰত্নৰ পালঙ্কত শান্তীৰ নাহিল ঘুমতি।
এতেদিনে সাউদৰ কোঁৱৰ নাহিল উলটি ॥"

ৰজাৰ মানুহে ধৰে বুলি যেতিয়া বদন বৰফুকন গুৱাহাটী এৰি পলাই গ'ল, তেতিয়া অকলশৰীয়া বৰফুকননীয়ে প্ৰবাসী স্বামীৰ বিৰহত চাৰিওদিশ আন্ধাৰ দেখিলে। 'বৰফুকনৰ গীত'ৰ কবিয়ে কিন্তু থলুৱা-ভঙ্গীৰে বৰফুকননীৰ মনোভাৱ প্ৰকাশ কৰিছে ঃ

"ছাবে দিয়া গাখীৰত মোলান পৰিলে,
সোন্দাকল মৰহি গ'ল!"····

'বিহুগীত'বো ভালেমানত প্ৰবাসজনিত বিৰহৰ সুৰ শুনা যায়। প্ৰেমিক-জন চৰকাৰী চাকৰি কৰি দূৰৈত থকা অৱস্থাত বিৰহিনীৰ মনৰ ভাব ইয়াত ব্যক্ত হৈছে। কিন্তু প্ৰকাশ-ভঙ্গী পোণপটীয়া।

যক্ষ তেওঁৰ প্ৰিয়পত্নীৰপৰা দূৰত থাকিবলৈ লগা হ'ল কুবেৰৰ অভিশাপত। শকুন্তলা আৰু দুষ্যন্তৰো সুদীৰ্ঘ বিৰহ হ'ল দুৰ্ব্বাসাৰ অভি-শাপৰ বাবে। অভিশাপ আৰু দৈবদুৰ্ব্বিপাক—এই দুটা কাৰণত বিচ্ছেদ দেখুৱা প্ৰাচীন প্ৰেম-কাব্য-কাহিনীৰ মাজত প্ৰায়ে দেখা যায়। দৈবদুৰ্ব্বি-পাকত ৰাম-সীতাৰো বিচ্ছেদ ঘটিছিল। এইদৰে কামকলা আৰু চন্দ্ৰ

কেতুবো সুদীৰ্ঘ বিচ্ছেদ বৰ্ণিত হৈছে 'শকুন্তলা কাব্য'ত। সীতাক ৰামে বিসৰ্জ্জন দিবলগা হ'ল—সিও এক দৈবদুৰ্ব্বিপাক নহয়নো কি! হৰিবৰ বিপ্ৰৰ 'লৱকুশৰ যুদ্ধ', শঙ্কৰদেৱৰ অনূদিত 'উত্তৰাকাণ্ড' আদিত বিৰহী ৰাম আৰু বিৰহিনী সীতাৰ মনোবেদনা প্ৰকাশ পাইছে।

বিৰহৰ বেদনা পাতলাবলৈ বিৰহী-বিৰহিনীয়ে কিছুমান নিয়ম পালন কৰিব লাগে বা কিছুমান বিনোদ-ব্যৱস্থা গ্ৰহণ কৰিব লাগে। বিৰহত প্ৰেমিক-প্ৰেমিকাৰ দেহাৱস্থাবো ভালেমান পৰিৱৰ্তন ঘটে—বিবৰ্ণতা, কৃশতা আদি। বিৰহত শয্যা গ্ৰহণ কৰে মাটিত—'গীত-গোবিন্দ'ত (২১৯) আছে—ৰাধাৰ বিৰহত কৃষ্ণয়ো মাটিত শয্যা গ্ৰহণ কৰিছিল। বিনোদ-ব্যৱস্থাসমূহৰ ভিতৰত চাৰিটা যেনে ঃ সদৃশ-দৰ্শন, প্ৰতিকৃতি-দৰ্শন, স্বপ্ন-দৰ্শন আৰু অঙ্গস্পৃষ্টস্পৰ্শ। 'মেঘদূত'ত উল্লেখ আছে—যক্ষই (বিৰহত) প্ৰিয়ঙ্গুলতাত নিজ-প্ৰিয়াৰ সাদৃশ্য দৰ্শন কৰে। শিলৰ টুকুৰাত প্ৰিয়াৰ ছবি আঁকে, সপোনত প্ৰিয়াৰ লগত মিলিত হোৱাৰ চেষ্টা কৰে আৰু প্ৰিয়াৰ অঙ্গস্পৰ্শ কৰি অহা বুলি ভবা বতাহক আলিঙ্গন কৰে।[১৬] ৰামসৰস্বতীৰ 'গীত-গোৱিন্দ'ত আছে, ৰাধাই বিৰহত নিজৰ তলুৱাতে কামদেৱৰ ছৱি আঁকিছিল আৰু চিত্ৰটি সাইলাখ কামদেৱৰ দৰে হোৱাত তেওঁ নিজে লজ্জাত অৱনত হৈছিল। ৰাধাই কৈছে—

"সেই অস্ত্ৰ সেই বস্ত্ৰ সেই ভৰি-হাত।
কামদেৱ সাক্ষাতে কেৱলে নাহি মাত॥ [১৭]

## প্ৰকৃতি আৰু প্ৰেম ঃ—

"মেঘালোকে ভবতি সুখিনোঽপান্য আবৃত্তি চেতঃ
কণ্ঠাশ্লেষপ্ৰণয়িণি জনে কিং পুনৰ্দ্দূৰসংস্থে॥"[১৮]

---

১৬ মেঘদূত—উত্তৰমেঘ, ১০৭-১১০।
'গীত-গোবিন্দ'ৰ (ৰাম সৰস্বতীৰ) পদ সংখ্যা ১৯২-১৯৪তো বিৰহিনীৰ কৰণীয়সমূহৰ উল্লেখ কৰা হৈছে।

১৭ এই শাৰী দুটা শঙ্কৰদেৱৰ দুটা শাৰীৰ লগত মিলে ঃ 'উত্তৰাকাণ্ড'ত সীতাৰ সোণৰ প্ৰতিমা দেখি ৰামে কৈছিল— "সেহি মুখ আঁখি সাক্ষাত জানকী কেৱল নাহিকে মাত॥'

১৮ মেঘদূত, পূৰ্বমেঘ-৩।



[নতুন মেঘ দেখি মিলনত থকা সুখীসকলো অন্যমনা হৈ যায়, তেওঁৰ যিজন দূৰত (বিৰহত) থাকি (প্ৰিয়জনৰ) কণ্ঠালিঙ্গন বিচাৰে তেওঁৰ আৰু কেনে অৱস্থা হ'ব পাৰে?]

মেঘভৰা বৰ্ষাদিনত বিৰহৰ বেদনা ঘনীভূত, অসহন হৈ উঠে। 'ৰামায়ণ'ত বাল্মীকিয়ে এই কথা উল্লেখ কৰিছিল; তাৰ অসমীয়া অনুবাদ এনে ঃ

"মেঘৰ গৰ্জ্জন শুনি মৈৰা কৰে নাদ।
সীতাক সুমৰি ৰামে কৰন্ত বিষাদ॥
কৈক গৈল সীতা মোৰ বচন অমৃত।
প্ৰাণেশ্বৰী অবিহনে নৰহয় চিত্ত॥

স্বভাৱে বাৰিষা কালে কাম অতিৰেক।
এক গোটা দিনে যায় এক বৰিষেক॥····(কিষ্কিন্ধ্যাকাণ্ড)

বিদ্যাপতিৰ গীতত বিৰহৰ বৰ্ষাদিনৰ হমুনিয়াহ এইদৰে ফুটি উঠিছে—
"এ ভৰা বাদৰ মাস ভাদৰ শূন্য মন্দিৰ মোৰ!"

'বাৰমাহী গীত'বোৰত বছৰৰ বাৰটা মাহে কিদৰে বিৰহিনীৰ বুকুত আঘাত হানে তাৰ বৰ্ণনাৰ কথা আগতে উল্লেখ কৰিছোঁ। কবিৰাজ চক্ৰৱৰ্ত্তীয়ে 'বাৰমাহী' পদ্ধতিৰ অনুসৰণ কৰি এটি বৰ্ণনা তেওঁৰ 'শকুন্তলা-কাব্য'ৰ অন্তৰ্ভুক্ত কৰিছে। ('মধুমালতী'ৰ অনুবাদত অৱশ্যে মূল কবি মঞ্জনৰ ৰচনাত থকাৰ দৰে বাৰমাহীৰ বৰ্ণনা নাই।)

প্ৰেম আৰু প্ৰকৃতি বৰ ওচৰ-চুবুৰীয়া। উদ্দীপন বিভাৱৰূপে ইয়াৰ বৰ্ণনা প্ৰাচীন কবিতাত সদায় আছে। বসন্ত ঋতুৱেও বুকুত প্ৰণয়ৰ জীয়া-জুই কুৰা বাৰুকৈয়ে জ্বলায় ঃ

"বসন্তসময়ে যাৰ কোলে নাহি পতি।
গলত কটাৰী দিয়া মৰসে যুৱতী॥" এইবুলি বিনাইছিল পীতাম্বৰৰ উষাই। প্ৰেমৰ লোক গীতবোৰত বিশেষকৈ বসন্তৰ পোৰণিৰ কথা বাৰে বাৰে উল্লেখ কৰা হৈছে ঃ

"চ'তে গৈয়ে গৈয়ে ব'হাগে পালেহি
ফুলিলে ভেবেলী লতা।

কৈনো থাকোঁমানে ওৰকে নপৰে
আমাৰে চেনাইটিৰ কথা ॥"

শৰত ঋতুৰেও মনটোত থৌকিবাথৌ লগায়।

"শৰতকালৰ ৰাত্ৰি অতি বিতোপন।
ৰাসক্ৰীড়া কৰিতে কৃষ্ণৰ ভৈলা মন ॥ ('ৰাসক্ৰীড়া'-শঙ্কৰ)

প্ৰকৃতিৰ বিষয়--ঋতু, বতাহ-মেঘ-আকাশ, ফুল-গছ-পাত, বিভিন্ন সময়, জোন-বেলি-তৰা, নৈ-জান-জুৰি, এইবিলাকৰ বাহিৰেও বিভিন্ন প্ৰাণী বা বস্তুৰ কথাত প্ৰেম-প্ৰসঙ্গত উল্লেখিত হয়। কোনো ঠাইত এইবোৰৰ ভিতৰুৱা তাৎপৰ্য্যও আছে ঃ

"কাকদোঙাৰ বৰালি, দেৰচোৱাৰ ৰৰালি
কেনেকৈ মিহলি হ'ল ?"····

এই বিলাকৰ প্ৰতীক-ৰূপ বিহুগীতবিলাকত থকা বুলি কোনো কোনো বিচাৰকৰ চকুত পৰিছে ।[১৯] মৌমাখি আৰু পখিলা সদায় প্ৰেমৰ প্ৰতীকৰূপে কাব্য-সাহিত্যত বৰ্ণিত হৈছে। বিহুগীতৰ প্ৰেমিক-প্ৰেমিকাই নিজকে "উৰণীয়া" বা "জিৰণীয়া" মৌ বুলি কৈছে। বিশেষ প্ৰতীকৰূপে মইনা-চৰাই, ম'ৰা, শালিকা, ভাটৌ, কুলি, কপৌ, কামচৰাই আৰু চাকৈ-চকোৱা আদি চৰাই উল্লেখিত হৈছে। ম'ৰা হৈছে সৌন্দৰ্য্যৰ প্ৰতীক। মাছ কেৱল নাৰী সৌন্দৰ্য্যৰে প্ৰতীক নহয়, ই যৌন মিলন আৰু গৰ্ভ-ধাৰণৰো সূচনা কৰে। হাতী হৈছে (পুৰুষৰ) শৌৰ্য্য-বীৰ্য্যৰ প্ৰতীক। নেমু-টেঙা, সুমথিৰা, জৰাটেঙা, টিয়ঁহ (টিয়ঁহৰে জালি), লাও, জলকীয়া, বগী জামু--এইবিলাক হ'ল নাৰী আৰু পুৰুষদেহৰ বিভিন্ন অঙ্গৰ প্ৰতীক। কমোৱা তুলা হৈছে অধীৰ মনৰ প্ৰতীক; বহুকামত লগা বাঁহ হৈছে (ঘৰুৱা বহুকাম কৰোঁতা) তিৰোতাৰ প্ৰতীক। বগৰীজেং প্ৰেমৰ পথৰ অন্তৰায়। সেন্দুৰ, জেতুকা, হালধি আৰু এইবোৰৰ ৰং হৈছে যৌৱন, আনন্দ আৰু মিলনৰ প্ৰতীক। মাটিৰ চাকি, শলিতা আৰু তেল হৈছে প্ৰেম নিবেদন, আৰু বিৰহ-অৱস্থাৰ প্ৰকাশক।

---

১৯ ডঃ বিৰিঞ্চিকুমাৰ বৰুৱা—'অসমৰ লোক-সংস্কৃতি'।



বিদায় ঃ—প্ৰিয়জনৰপৰা প্ৰিয়জনৰ বিদায় সদায় হৃদয়-বিদাৰক। অসমীয়া প্ৰাচীন কবিতাত বিদায়ৰ বৰ্ণনা উপযুক্ত ভাৱে দিয়া দেখা যায়। শৰতৰ জোনালি নিশা পুৱাল, গোপীসকলে অনিচ্ছাসত্ত্বেও কৃষ্ণৰপৰা বিদায় লৈ ঘৰমুৱা হবলৈ বাধ্য হ'ল ঃ 'কেলি গোপাল' বা 'ৰাসক্ৰীড়া' নাটৰ এটি গীতত গোপীৰ মনোবেদনা এইদৰে বৰ্ণিত হৈছে ঃ

"ৰাহৰি গৌৰী গোপাল প্ৰাণ নেহাৰি ;
ফোকাৰে নিশ্বাস চলয় নাহি চৰণ,
নয়না পূৰিত বাৰি।
কুকুৰা ৰাৱে জানি ৰজনী শেষ
তাকু শপয় পুট-মাথে।
আজু বৈৰিণী নিশি নিমিষে পোহাৱল
হামুক তেজল প্ৰাণনাথে ॥
ভৰি পাঞ্চসাত চলিতে তনু তাৰে
হৰি বিনে দেখু আন্ধিয়াৰি।
প্ৰেম পৰশিকে পুনু পৰয় ধৰণী লুটি
শঙ্কৰ উদ্ধাৰে মুৰাৰী ॥"

কুকুৰাৰ মাতত সোনকালে যেন ৰাতিপুৱায়, সেইবাবে তাক শাপ দিয়াৰ দৃশ্য বিহুগীততো উল্লেখ আছে, তাতো প্ৰেমিকাই কুকুৰাক 'অজাতি কুকুৰা' বুলি গালি পাৰিছে।

ৰামৰপৰা সীতাই অন্তিমবাৰৰ বাবে বিদায় লৈ যাবলৈ ওলাল আই বসুমতীৰ বুকুলৈ। ৰামে বাৰে বাৰে নিষ্ঠুৰভাৱে অবিশ্বাস কৰা বাবে সীতাই ক্ষোভ আৰু বেদনাত পোনতে বহুতো কিবাকিবি শুনালে ৰামক উদ্দেশ্য কৰি। কিন্তু বিদায়ৰ শেষ ক্ষণ আহি পৰিলত সীতাই কৰুণ ভাৱে ৰামৰ ওচৰত ক্ষমা ভিক্ষাৰে বিদায় মাগিলে ঃ 'উত্তৰা-কাণ্ড'ত শঙ্কৰে এই দৃশ্য মৰ্ম্মস্পৰ্শীভাৱে বৰ্ণনা কৰিছে ঃ

"হৃদয়-খেদত যি কিছু বুলিলোঁ
ই দোষ ক্ষমা আমাক।
তোমাৰ চৰণ সেৱিবে নপাইলোঁ
মোৰেসে কৰ্ম্ম বিপাক !!

তুমি হেন স্বামী ভৈলোহো বঞ্চিত
কোনবা পাপৰ ফলে !····”

ৰামৰপৰা বিদায় ল'লেও সীতাৰ বহুজনমৰ বাঞ্চা হৈ থাকিল ঃ

“স্বপনে সচিতে আন নবাঞ্ছোহো
ৰামেসে হুইৰন্ত পতি ।
তাহান এহিসে দুখানি চৰণ
জন্মে জন্মে হুইবে গতি ॥····”

“নিঠুৰ-হৃদয়” হ'লেও ৰামে কিন্তু সীতাৰ শেষ-বিদায়ত হৃদয়খন ধৰি ৰাখিব নোৱাৰিলে। শোকৰ বেগত তেওঁ আনকি পৃথিৱীকে ভৰ্ৎসনা কৰিবলৈ ধৰিলে সীতাক বুকুত সামৰি লোৱাৰ বাবে। ব্ৰহ্মাইহে ৰামক সান্ত্বনা দি শান্ত কৰিলে।

ৰামচৰণৰ 'কংসবধ' নাটক আৰু শ্ৰীশঙ্কৰৰ “কীৰ্ত্তন-ঘোষা'ৰ ভিতৰুৱা 'কংসবধ' অধ্যায়ত বৰ্ণিত হৈছে কৃষ্ণই বৃন্দাবন এৰি মথুৰালৈ যাবলৈ ওলোৱাত গোপীসকলৰ বিদায়-বেদনা, নাটকত গীত আৰু 'কীৰ্ত্তন'ৰ পদৰ মাজত সেই দৃশ্যই মন টানে ঃ

“ৰথে চড়ি লড়িলা মুৰাৰী। পড়ি পড়ি কান্দে গোপনাৰী॥
হৰিৰ বিৰহে দেহা তাৰে। যেন ভৈল বাতুল স্বভাৱে ॥
কৃষ্ণ কৃষ্ণ বুলি গেড়ি দেয়। আমাৰ প্ৰাণক কোনে নেয়॥
ক্ৰূৰ অক্ৰূৰ ভৈল বৈৰী। জীৱ কাঢ়ি নেয় কেন কৰি ॥··”

মাজতে এটি ঘোষা--“এ প্ৰাণ হৰি। গৈল এড়ি।”
তাৰ পাছত আকৌ সেই সকৰুণ পদ:

“হেন হৰি ভৈলোঁহো বঞ্চিত। কিমতে ধৰিবো আবে চিত॥”
····ইত্যাদি ।

কৰ্ত্তব্যপৰায়ণ ৰজা ৰামে লোক-নিন্দাৰ হাত সাৰিবলৈ সীতাক বনত নিৰ্ব্বাসন দিয়াইছিল লক্ষ্মণৰ হতুৱাই। যদিও “সীতাক এড়ন্তে ৰামৰ সজল নয়ন” তথাপি হৃদয়-সন্তাপ এৰি ৰামে লক্ষ্মণক আদেশ দিলে। সীতাই পোনতে নাজানিছিল যে ৰামৰ অভিপ্ৰায় নিৰ্ব্বাসন, ভাবিছিল এয়া বন-ভ্ৰমণৰ অনুমতি। কিন্তু কবি হৰিহৰ বিপ্ৰই 'লৱ-কুশৰ যুদ্ধ'ত সীতাৰ বিদায়-বেদনাৰ গভীৰতা বিশ্বজনীন কৰি দেখুৱাইছে, যেন সকলোৰে অন্তৰত সেই বেদনা অনুভূত হৈছে। সেয়ে ৰথত



লগোৱা ঘোঁৰাত যাবলৈ অনিচ্ছুক—“জানু পাৰি চাৰি ঘোঁৰা পৰিল মহীত ॥” (১০৪) তাৰোপৰি যাত্ৰা-পথৰ সন্মুখত নানা বিমঙ্গল। শেহত ভাগীৰথী তীৰত লক্ষ্মণে নিৰ্ব্বাসনৰ কথা সীতাক খুলি কোৱাত সীতা লগে লগে মূৰ্চ্ছিত হৈ মাটিত পৰিল--

“আকাশৰ পৰা যেন পৰিলা ৰোহিনী ।
গোড় কটা কল যেন পৰিলন্ত যেনি ॥
সাপে খোৱা নাৰী যেন পৰিল মহীত ।····”

থলুৱা উপমাৰে হৰিহৰ বিপ্ৰই বেদনা-আঘাতত অচেতন হোৱা সীতাৰ বৰ্ণনা সম্পূৰ্ণকৈ দিছে।

বিদায়ৰ সময়ত লৰালৰিৰ বাবে বা আৱেগৰ ওন্দোলনিত কথা কব নোৱাৰা অৱস্থা হোৱা বাবে শেহৰ মাত এষাৰি দিয়া হৈ নুঠে। তাৰ প্ৰতিক্ৰিয়া বিৰহিনীৰ মনত কেনে প্ৰবল ঃ

“ভাত খাই গ'ল তপতে তপতে
খুটি থই গ'ল চুকত ;
যাবৰে বেলিকা মাতে নলগালে,
কথা থৈ গ'ল বুকত ।”

চুকত পৰি থকা খুটিকেইটাৰ দৰে মনৰ চুকত কত কথা থাকি গ'ল, অপ্ৰকাশিত বেদনাৰ ভাষা ! বিহুগীতৰ অনাড়ম্বৰ নিৰাভৰণ শব্দ যোজনাৰ মাজত অন্তৰৰ বাণী উচ্ছ্বসি উঠিছে।

মাতৃৰ “প্ৰাণ সংশয়”ৰ বাতৰি পাই অকস্মাতে দুষ্যন্তই কণ্বমুনিৰ আশ্ৰমৰপৰা যাবলৈ ওলাল--শকুন্তলাক মাত এষাৰ দিবলৈ যাওঁতে ঃ

“এহি বাক্য শকুন্তলা শুনি বল্লভৰ। বিষকাণ্ড ঘাৱে যেন হৰিণী কাতৰ॥
কি কৰিলে কিবা হৈব নোলাই বচন। হৃদয় কম্পিত শ্বাস বহে ঘনে ঘন॥
অধৰ নিৰস ভৈলা বদন মলিন। প্ৰভাতৰ চন্দ্ৰ যেন ভৈল প্ৰভাহীন ॥
শৰীৰ কাম্পয় দুখে মন নোহে থিৰ। মুকুতাৰ পান্তি যেন বহে নেত্ৰনীৰ॥
অধোমুখ হুয়া নাচাৰন্ত অনুৰাগে। ভূমিক অঙ্কিয়া ৰৈল পদনখ আগে ॥”

--উপমাদি অলংকাৰেৰে প্ৰিয় বিদায়ৰ ক্ষণত শকুন্তলাৰ দুখৰ গভীৰতা স্পষ্ট কৰি দেখুৱাইছে 'শকুন্তলা-কাব্য'ৰ কবি “কবিৰাজ চক্ৰৱৰ্ত্তীয়ে।

দুষ্যন্তই ভালকৈ বুজাই দিলে যে এই বিচ্ছেদতে তেওঁলোকৰ প্ৰেম খণ্ডিত নহয়, ই "যেমত বায়ুত পৰ্শ নহৱে বিচ্ছেদ" সেইদৰে চিৰস্থায়ী হৈ থাকিব। শেহত নগৰৰ অভিমুখে ৰজা যাবলৈ ওলাল--

"বিদায় ইঙ্গিতে ৰাজা ভাৰ্য্যাক যে চাইল।
সজল নয়নে কন্যা মাথাক নমাইল ॥"

.... ....

বিদায়ৰ লগে লগে প্ৰেম খণ্ডিত হৈ নপৰে। বিচ্ছেদৰ অৱস্থাত বিৰহ গভীৰতাত প্ৰকৃত প্ৰেমৰ গাঢ়তা উপলব্ধ হয়। কৃষ্ণৰ বিৰহত গোপীসকলে প্ৰেম সুগভীৰভাৱে উপলব্ধি কৰিছিল--"কৃষ্ণ-সূৰ্য্যবিনে ব্ৰজ আন্ধাৰ।" সেই অন্ধকাৰ তেওঁলোকৰ মনৰ। কৃষ্ণ আৰু গোপীৰ প্ৰাণ--ইন্নাৰ কোনো ভিন্নতা নাই। সেয়ে কৃষ্ণৰ বিয়োগত তেওঁলোক যেন প্ৰাণহীনা হৈ পৰিল, মৃতৱৎ জীৱনধাৰণ কৰিবলৈ ধৰিলে। তেওঁলোকৰ প্ৰেম-ভকতিৰ গাঢ়তা দেখি কৃষ্ণৰ দূত হৈ অহা উদ্ধৱ বিস্ময়াভিভূত হৈ পৰিছিল, তেওঁলোকৰ চৰণত পৰি উদ্ধৱে প্ৰণাম কৰিছিল। "সামীপ্য পাৱব" বুলি উদ্ধৱে গোপীসকলক শেষ-সান্ত্বনাৰ বাণী শুনাইছিল--'গোপী উদ্ধৱসংবাদ' কাহিনী অংশত। শঙ্কৰৰ ওপৰুক্ত ৰচনাত ('কীৰ্ত্তন ঘোষা'ৰ অন্তৰ্গত) আৰু গোপাল আতাৰ 'উদ্ধৱ-সম্বাদ' নাটকৰ গীতত গোপীৰ অখণ্ড 'প্ৰেম-ভকতি'ৰ দৃশ্য প্ৰকাশ পাইছে। এই গোপীসকলৰ ভিতৰত শ্ৰেষ্ঠতমা ভক্তা আছিল ৰাধা। অন্যান্য বৈষ্ণৱীয় ৰচনাত তেওঁৰ চিত্ৰণ আমি দেখা নাপালেও (শঙ্কৰৰ 'কেলি-গোপাল'ত এগৰাকী 'মুখ্য-গোপী'ৰ কথাহে আছে, ৰাধাৰ নাম নাই।) সামান্য পৰৱৰ্ত্তী কবি কলাপ চন্দ্ৰ দ্বিজৰ 'ৰাধা বিজয়' পদ-পুথিত প্ৰেম-ভক্তিত দেহ-মন-প্ৰাণ সম্পূৰ্ণ সমৰ্পণ কৰা ৰাধাৰ চিত্ৰ আমি পাওঁ। কালিদাসৰ 'কুমাৰ সম্ভৱ'ৰ সাধিকা তপস্বিনী উমাৰ দৰে (যি শিৱৰ বাহিৰৰ ৰূপত নহয়, 'ভাবৰ ৰস'তহে মগ্ন হৈছিল) 'ৰাধা-বিজয়'ৰ ৰাধাও তপস্বিনী, সাধিকা। ৰুক্মিণীৰ কৃষ্ণ কেন্দ্ৰী প্ৰেমতকৈও প্ৰবল আৰু গভীৰ ৰাধাৰ প্ৰেম, এইকথা কৃষ্ণই নিজে দেখুৱাই দিলে। সকলো সীমাৰ সীমা এৰি ৰাধাৰ প্ৰেম হ'ল অসীমমুখী, অনন্ত ঈশ্বৰৰ ওচৰ। অন্যান্য গোপীয়ে যি দৈহিকতাৰ মাজেদি দেহাতীত প্ৰেমৰ সাধনা



কৰিছিল, সেই প্ৰেমৰ বহুত উৰ্দ্ধলৈ উঠি গৈছিল ৰাধাৰ প্ৰেম। (ৰুক্মিণীৰ প্ৰেমতো এই প্ৰেমৰ ৰূপেই আমাৰ চকুত পৰে)।

কেৱল ইন্দ্ৰিয়গ্ৰাহ্য প্ৰেম অভিশপ্ত হয়, এইটোৱেই প্ৰাচীন ভাৰতীয় বিশ্বাস। বিৰহৰ অগ্নিত দগ্ধ হ'লেহে প্ৰেম-সোণ উজ্বল আৰু স্বৰূপ প্ৰাপ্ত হয়। ইন্দ্ৰিয় উপভোগেই প্ৰেমৰ লক্ষ্য, উদ্দেশ্য বা আদৰ্শ হব নোৱাৰে। মিলনৰ মাজেদি, পুত্ৰ জন্মৰ মাজেদি প্ৰেম বিশ্ব-কল্যাণমুখী হ'ব লাগিব—এই 'আদৰ্শ' ভাৰতীয় প্ৰেমৰ আদৰ্শ। [২০]

ওপৰুক্ত আলোচনাৰপৰা আমি এটা সিদ্ধান্তত উপনীত হব পাৰোঁ যে, প্ৰাচীন অসমীয়া প্ৰেমৰ কবিতাক মুঠতে তিনিটা ভাগত ভগাব পাৰিঃ

(১) সংস্কৃতৰ প্ৰভাৱ পৰা কবিতা বা কাব্য আৰু গীত—যেনে, পদ-কাব্যসমূহ, গীতি-কাব্যসমূহ আৰু বৰগীত আদি (ৰামায়ণ, মহা-ভাৰত, পুৰাণাদিৰ আধাৰত ৰচিত)।

(২) ভাৰতীয় অন্য ভাষাৰ (সংস্কৃতৰ বাদে) প্ৰভাৱ পৰা ঃ যেনে-- বাৰমাহী গীতবোৰ, ছুফী-প্ৰেমৰ কাহিনী-কাব্যসমূহ।

(৩) সম্পূৰ্ণ থলুৱা সৃষ্টি ঃ যেনে--বিহুগীত, জনাগাভৰুৰ গীত, নাহৰৰ গীত, পদুম কুঁৱৰীৰ গীত, বৰফুকনৰ গীত আৰু বেউলা-কাহিনী-যুক্ত গীতি-কাব্য আৰু সুকনান্নী আদি গীত।....

এইবোৰৰ বিপৰীতে আধুনিক প্ৰেমৰ কবিতাত পাশ্চাত্যৰ প্ৰবল প্ৰভাৱ লক্ষ্য কৰা যায়। (অৱশ্যে প্ৰাচীন ভাৰতীয় বা থলুৱা প্ৰভাৱৰ-পৰাও আধুনিক প্ৰেম-কবিতা সম্পূৰ্ণ মুক্ত হব পৰা নাই।)

প্ৰেম আৰু সৌন্দৰ্য্যৰ ধাৰণাত, ভাষা, ৰচনা শৈলী আৰু আঙ্গিক আদিৰ ক্ষেত্ৰত আধুনিক অসমীয়া প্ৰেমৰ কবিতা একেবাৰে অভিনৱ। অন্তৰঙ্গ আৰু বহিৰঙ্গ দুয়োটা বিচাৰতে দেখা যায় যে আধুনিক প্ৰেম-কবিতা প্ৰাচীন (প্ৰেমৰ) কবিতাতকৈ বেছি বৈচিত্ৰ্যপূৰ্ণ আৰু ব্যাপক।

২০ Dr. V. Raghavan—Love in the Plays and Poems of Kalidasa.

# অনন্ত কন্দলী আৰু অসমীয়া ৰামায়ণ সাহিত্য

—সদানন্দ বেজবৰুৱা

ভাগৱতী বৈষ্ণৱ ধৰ্ম্মৰ দ্বাৰা অনুপ্ৰাণিত হোৱা কবি অনন্ত কন্দলীয়ে তেওঁৰ ৰচিত সাহিত্যৰাজিৰ দ্বাৰা অসমীয়া সাহিত্য জগতত এখনি বিশিষ্ট আসন অধিকাৰ কৰিছে। তথাপি, অপ্ৰমাদী কবি মাধৱ কন্দলী আৰু মহাপুৰুষ শঙ্কৰদেৱৰ লিখনিৰ দ্বাৰা এওঁ প্ৰভাৱান্বিত হৈছিল বুলি কলেও অত্যুক্তি কৰা নহয়। অৱশ্যে, কোনো কোনো ক্ষেত্ৰত স্বকীয় সাহিত্যিক বৈশিষ্ট্যৰ মাপ কাঠিৰে জনসাধাৰণৰ মন আকৃষ্ট কৰাত কৃতকাৰ্য্যতা লাভ কৰিছিল।

কবিজনাৰ পৰিচয়ৰ বাবে কবিয়ে নিজে লিখি থৈ যোৱা ভাগৱতৰ ৬ষ্ঠ আৰু দশম (মধ্য আৰু শেষ) স্কন্ধলৈ আঙুলিয়াব লাগিব। সেই মতে, কামৰূপৰ হাজো নামেৰে অনুপম গাঁৱত পণ্ডিত ৰত্ন পাঠকৰ হৰিভাৰতী নামে এজন পুত্ৰ ওপজে। ৰত্ন পাঠক এজন কৃষ্ণৰ ভকত আৰু ভাগৱতীৰ পণ্ডিত লোক আছিল। ভাগৱত শাস্ত্ৰত বুৎপত্তি লাভ কৰা ৰত্ন পাঠক হাজোৰ মাধৱ দেৱালয়ৰো পাঠক। সময়ত হৰি-ভাৰতী প্ৰখ্যাত হ'লগৈ 'চন্দ্ৰ ভাৰতী' উপাধিৰে। আকৌ, তৰ্ক শাস্ত্ৰত পাণ্ডিত্য লাভ কৰি নাম পালে অনন্ত কন্দলী। শেষলৈ তেওঁ হৰিভাৰতী, অনন্ত কন্দলী, ভাগৱত আচাৰ্য্য আৰু চন্দ্ৰভাৰতী নামেৰে জনাজাত হ'ল।

কবিয়ে পৰিচয় দিছে--

"তৰ্কত লভিলা নাম অনন্ত কন্দলী।  
ভাগৱতে আচাৰ্য্য পদবী ভৈল বলী॥  
অনন্ত কন্দলী নাম বোলে আৰ্য্যজনে।  
তেহো বিৰচিল পদ কৃষ্ণৰ চৰণে॥"



পিতৃ অনুসৰণকাৰী কবি মাথোন ভাগৱত শাস্ত্ৰৰ প্ৰতিহে আকৃষ্ট হৈছিল। সেই সম্পৰ্কে কবিৰ নিজা উক্তিত এনেদৰে আছে--

"নচালিলোঁ কাব্যকোষ কাতো নাহি পৰিতোষ  
তৰ্কত কৰ্কশ ভৈল মতি।  
একে ভাগৱত শাস্ত্ৰ চিত্তক তোষিলে মোৰ  
তাতেসে দ্ৰৱিল মোৰ ৰতি॥"

অসমৰ বৈষ্ণৱ ধৰ্ম্মৰ মূল ভাগৱত আৰু অনন্ত কন্দলীয়েও উত্তৰাধিকাৰী-সূত্ৰে ভাগৱত শাস্ত্ৰৰ প্ৰতি দ্ৰৱিত হোৱাৰ দ্বাৰাই শঙ্কৰদেৱৰ প্ৰিয় শিষ্যত্ব লাভ কৰাৰ পথ উজু কৰি দিয়ে। ভাগৱত ব্যাখ্যা কৰি 'ভাগৱত আচাৰ্য্য' উপাধি পোৱাটোৱেই কবিৰ ভাগৱতৰ প্ৰতি প্ৰগাঢ় অনুৰাগৰ কথা সোঁৱৰাই দিছে। ইয়াৰ জৰিয়তে মধুস্বাদ গ্ৰহণ কৰি জনসাধাৰণৰ অন্তৰত ভাগৱতী ধৰ্ম্মৰ প্ৰতি স্পৃহা জগাই তুলিবৰ অভিপ্ৰায়ে উদাৰপন্থী অনন্ত কন্দলীয়ে সংস্কৃত শ্লোক ৰচনাৰ পৰাও বিৰত থাকি 'স্ত্ৰী-শূদ্ৰ'ই বুজি মনত আনন্দ লভিব পৰাকৈ 'পদ বন্ধ'ত লিখিবলৈ ধৰে--

'শ্লোক সংস্কৃতে আদি লিখিবাক ভাল জানি  
তথাপি কৰিবো পদবন্ধ।  
স্ত্ৰী শূদ্ৰ আদি যত জানোক পৰম তত্ব  
শ্ৰৱণত মিলয় আনন্দ॥ (মধ্য দশম)

শঙ্কৰদেৱ কামৰূপত থকা কালডোখৰৰ ভিতৰতে হাজোৰ পৰা গৈ অনন্ত কন্দলীয়ে মহাপুৰুষত শৰণ লৈ শিষ্যত্ব প্ৰাৰ্থনা কৰাটোৱেই সম্ভৱ; কিন্তু কথা গুৰু চৰিতৰ মতে বৰদোৱাত থকা কালডোখৰত অনন্ত কন্দলীয়ে মহাপুৰুষক লগ ধৰি শৰণ লোৱা কথাটো সিমান বিশ্বাসযোগ্য নহয়। তেতিয়া হলে অনন্ত কন্দলীয়ে মহাপুৰুষৰ অকল ভাগৱত ৰচনাৰ কথাকেই উল্লেখ নকৰি অন্যান্য গ্ৰন্থৰো আভাস দিলেহেঁতেন। যিয়েই নহওক, অনন্ত কন্দলীৰ পাণ্ডিত্যৰ ওপৰত গভীৰ আস্থা আৰু প্ৰিয় শিষ্যৰ প্ৰতি স্নেহ থকা হেতুকেই ভাগৱতৰ নিচিনা গধুৰ তত্ত্বমূলক কথা অনুবাদ কৰিবলৈ অনুমতি দিছিল। এই কথাখিনিক কোনো চৰিত পুথিৰ মতে 'অনন্ত কন্দলীৰ উচ্ছিষ্ট ভোজন' হিচাপে দেখুৱালেও মহাপুৰুষে যে উপযুক্ত ব্যক্তিক এই দুৰূহ কাম সম্পাদন কৰিবলৈ দিছিল তাত কোনো সন্দেহ নাই।

ভাগৱতৰ মধুপান কৰিয়েই ক্ষান্ত নাথাকি অনন্ত কন্দলীয়ে তেওঁ ৰচনা কৰা আন আন গ্ৰন্থবোৰতো পাৰ্য্যমানে ভাগৱতৰ কথা সুমুৱাই দিছিল। এওঁ অনুবাদ কৰা গ্ৰন্থবোৰৰ ভিতৰত এখন হ'ল 'ৰামায়ণ'। অনন্ত কন্দলীৰ ৰচনাৰ প্ৰায় দেৰশ বছৰৰ আগতে প্ৰাক্-শঙ্কৰী যুগৰ 'অপ্ৰমাদী কবি' মাধৱ কন্দলীয়ে বাল্মিকীৰ 'সপ্তকাণ্ড ৰামায়ণ' অনুবাদ কৰিছিল। শঙ্কৰদেৱৰো নমস্য এনে এজন শ্ৰেষ্ঠ কবিৰ ৰাময়ণৰ অস্তিত্ব থকা সত্বেও অনন্ত কন্দলীয়ে দুঃসাহ কৰি ৰামায়ণ অনুবাদ কৰা কথাই সন্দেহৰ অৱকাশ ৰাখে। এই সন্দেহ নিৰসন কৰিবলৈ কবিয়ে এনেদৰে ব্যাখ্যা কৰিছে--

"মাধৱ কন্দলী বিৰচিলা ৰামায়ণ,
তাক শুনি আমাৰ আকুল কৰে মন ॥
ৰামৰ সামান্য সন্ত কথা যথাৱত;
ভজনীয় গুণ যত নভৈল বেকত ॥"

ভাগৱতী ভক্তি-ধৰ্ম্মৰ প্ৰাধান্য বিস্তাৰ কৰিবলৈ অনন্ত কন্দলীয়ে ৰামায়ণৰ সাত কাণ্ড ৰচনা কৰিলেও বৰ্ত্তমানে তেওঁৰ পাঁচ কাণ্ড ৰামায়ণহে উদ্ধাৰ হৈছে। ভাগৱতৰ বাহিৰে অন্য বস্তুৰ প্ৰতি আকৃষ্ট নোহোৱা কবিয়ে তেওঁ ৰচনা কৰা ৰামায়ণখনো যে ভাগৱতৰ ভিতৰুৱা তাকে কব খুজিছে—

"ৰামায়ণ কথা পদ বিৰচিলা
ভাগৱত মিশ্ৰ কৰি,
হৰি কথা বিনে দাৰুণ কলিত
তৰিবে কেহো নপাৰি ॥" ৯১৭, অযোধ্যাকাণ্ড,
বুৰঞ্জী আৰু পুৰাতত্ব বিভাগ (সাঁচিপাত--৬৭০)

"শুনা নৰনাৰী এক মন কৰি
ৰামায়ণ পূণ্য কথা,
মহাভাগৱত মিশ্ৰ কিছু আছে
দুগ্ধতেসে মধু জায়া ॥" —৭৯, অযোধ্যাকাণ্ড, বুঃ
পুঃ বিঃ (সাঁচিপাত ৬৭০)



মাধৱ কন্দলীৰ নিচিনাকৈ কাব্যৰ পৰিস্ফুৰণ ঘটোৱাতকৈ ভক্তি-ধৰ্ম্মৰ প্ৰতি আকৃষ্ট কৰিবলৈ ওলোৱা কথাটোৱে সেই সময়ত গ্ৰন্থৰ সহায়ত ধৰ্ম্ম প্ৰচাৰ কৰাৰ ইঙ্গিত দিয়ে। মহাপুৰুষ শঙ্কৰদেৱেও সেই একে পদ্ধতি অৱলম্বন কৰিছিল। এনেকৈ মাধৱ কন্দলীৰ ৰামায়ণৰ লগত প্ৰতিযোগিতা কৰিবলৈ ওলোৱা বুলি ভাবি মাধৱ কন্দলীয়ে সপোনত শঙ্কৰদেৱক দেখা দি তেওঁৰ ৰামায়ণখন ৰাখিবলৈ অনুবোধ কৰে বুলি কথা গুৰু চৰিতত উল্লেখ আছে। ইতিমধ্যে প্ৰাকৃতিক নাইবা ৰাজ-নৈতিক দুৰ্য্যোগত হেৰাই যোৱা মাধৱ কন্দলীৰ আদি আৰু উত্তৰকাণ্ড মাধৱদেৱ আৰু শঙ্কৰদেৱে সেই অনুক্ৰমে ৰচনা কৰি তাত 'ভক্তিৰ আচুফুল' গাথি বৈষ্ণৱসকলৰ বাবে ৰামায়ণখন গ্ৰহণীয় কৰি তোলে। অনন্ত কন্দলীৰ ৰামায়ণো পাঁচ কাণ্ডৰহে। এই সম্পৰ্কে কোনো কোনো প্ৰাচ্য আৰু পাশ্চাত্যৰ পণ্ডিতে কয় যে, আদিতে বাল্মিকী ৰামায়ণ পাঁচ কাণ্ডৰহে আছিল। তেওঁলোকৰ মতে, মূলৰ আদি আৰু উত্তৰাকাণ্ডৰ ভাষা আন পাঁচ কাণ্ডতকৈ নিকৃষ্ট। গতিকে এই দুই কাণ্ড প্ৰক্ষিপ্ত।

অনন্ত কন্দলীয়ে তেওঁৰ ৰামায়ণৰ জৰিয়তে পৰমব্ৰহ্ম ৰাম আৰু কৃষ্ণক একেজন ব্যক্তি বুলি দেখুৱাবলৈ প্ৰয়াস পাইছে। অযোধ্যাকাণ্ডত কবিয়ে এইদৰে ব্যক্ত কৰিছে--

"বিষয় ৰসত চিত্ত ভৈলা হত
কৃষ্ণক লাগি নযাই।
কৃষ্ণ কথা বিনে মনক দমিবে
নাঁহিকে আন উপায় ॥
হেন জানি আৰু ৰামৰ কথাক
শুনিয়ো যতন কৰি।
অনন্ত কন্দলী কহে গল মেলি
ডাকি বোলা হৰি হৰি ॥" ৭৯৩, অযোধ্যাকাণ্ড,
বুঃ পুঃ বিঃ (সাঁচিপাত ৬৭০)

কবিৰ মতে ৰাম, হৰি আৰু কৃষ্ণ এক। বৈষ্ণৱ ধৰ্ম্মত 'শ্ৰৱণ'ৰ জৰিয়তে 'মুকুতি' লাভৰ পথ সুগম হয়। লোক-সমাজৰ মন ধৰ্ম্ম-মুখী কৰিবলৈ অনন্ত কন্দলী যিমান সচেষ্ট হৈছে সেই অনুপাতে মাধৱ কন্দলীৰ চেষ্টা

নিষ্প্ৰভ। কাৰণ, মাধৱ কন্দলীৰ প্ৰকৃত উদ্দেশ্য আছিল 'মধুমিশ্ৰ' কৰি 'কাব্যৰস' পান কৰোৱা আৰু অনন্ত কন্দলীৰ 'সৰ্ব্বজন বোধে' শ্লোকৰ অৰ্থক সুগম কৰাৰ। 'পণ্ডিতসকলৰ কাঠিণ্যৰ' বাবে তেওঁ এই দুৰূহ কাম কৰিবলৈ আগ বাঢ়ি অযোধ্যাকাণ্ডত মুক্তকন্ঠে ঘোষণা কৰিছে--

"শ্লোকৰ অৰ্থক প্ৰকৃতে নুবুজে
পণ্ডিতে নকয়ে যাচি।
এতেকেসে ৰাম কথা নিবন্ধিলো
ভকতিৰ তত্ত্ব বাছি ॥" ৭৯২ অযোধ্যাকাণ্ড,
বুঃ পুঃ বিঃ (সাঁচিপাত ৬৭০)

সেই সময়ৰ পণ্ডিত সমাজক এইদৰে গৰিহণা দিয়া কথাই অনন্ত কন্দলীৰ সাহ আৰু উদাৰতা স্পষ্টভাৱে প্ৰকাশ কৰিছে। এজন বিদগ্ধ সংস্কৃতজ্ঞ হৈয়ো এনেদৰে জনসাধাৰণৰ বোধগম্যৰ বাবে প্ৰচেষ্টা কৰাটো সঁচাকৈয়ে প্ৰশংসনীয়। অৱশ্যে, ইয়াত তেওঁৰ উদ্দেশ্য নথকা নহয়; উদ্দেশ্য--ভক্তি--ধৰ্মক জনসাধাৰণৰ হৃদয়ঙ্গম কৰোৱাটো। 'চন্দ্ৰ ভাৰতী' উপাধিপ্ৰাপ্ত কৱিৰ উত্তৰ গুৱাহাটীৰ মণিকৰ্ণেশ্বৰত এটি মণ্ডপ আছিল বুলি এচটা শিলত লিখা আছে--

"শীতে তৰলী তাপেন গ্ৰীষ্মে লৌহিত্য বায়ুনা
সুখদোঽখিল লোকানাং মণ্ডপঃ চন্দ্ৰ ভাৰতেঃ।"

অৰ্থাৎ, শীতকালত বেলিৰ তাপ আৰু গ্ৰীষ্মত লুইতৰ বায়ুৰ দ্বাৰা অখিললোকক সুখ দিয়া এয়ে চন্দ্ৰ ভাৰতীৰ মণ্ডপ। কহিত আছে যে, ১৫৫১ খৃষ্টাব্দত কোচৰজা নৰনাৰায়ণে কামৰূপৰ পণ্ডিতসমাজক লৈ উমানন্দত মহাভাৰত পাঠ কৰিছিল আৰু 'চন্দ্ৰ ভাৰতী' কৱিক সম্বৰ্দ্ধনা জনাই এই শিল চটাত এনেদৰে খোদাই কৰিছিল। সেই বাবেই, পণ্ডিত হেম চন্দ্ৰ গোস্বামীয়ে অনন্ত কন্দলীক ১৬ শতাব্দীৰ কবি বুলি সিদ্ধান্ত কৰিছে। তেওঁৰ ৰচিত ভাগৱতৰ "কৃষ্ণ স্মৰি মৰি স্থিত ভৈল বৈকুন্ঠত" বাক্যৰ দ্বাৰা শঙ্কৰদেৱৰ মৃত্যুৰ পিচলৈকো কবি জীয়াই থকাৰ কথা প্ৰমাণিত হয়। এই ভাগৱততে মহাপুৰুষ শঙ্কৰদেৱৰ প্ৰতি থকা কবিৰ আন্তৰিক শ্ৰদ্ধা-ভক্তি অৰ্পিত হৈছে।



অনন্ত কন্দলীৰ ৰামায়ণক মাধৱ কন্দলী ৰামায়ণৰ "বৈষ্ণৱ সংস্কৰণ" বুলি কোৱা হয়। ভাগৱত-মিশ্ৰিত ৰামায়ণৰ অংশবোৰৰ বাহিৰে অপ্ৰমাদী কবিৰ প্ৰায়বোৰ কথাই একেদৰে প্ৰকাশ পাইছে। নিজ উদ্দেশ্য প্ৰচাৰ কৰাৰ অৰ্থে কবিয়ে মাধৱ কন্দলীৰ দুই এটা শব্দ নাইবা পদ বা ছন্দৰ পৰিৱৰ্ত্তন দেখুৱাই কোনো কোনো ঠাইত বঢ়া-টুটা কৰিও ৰামায়ণৰ অঙ্গৰ সৌষ্ঠৱ একেদৰে ৰখাত কৃতকাৰ্য্য হৈছে।

বঢ়া-টুটা কৰাটো কবিসকলৰ এটা প্ৰচলিত ৰীতি। আকৌ, শব্দাৱলী নাইবা শাৰীৰ মিল থকাটোৰ প্ৰধান কাৰণ হ'ল কবি প্ৰসিদ্ধি নাইবা একে মূলৰ অনুবাদ। ই কেতিয়াও দোষৰ কথা নহয়। অনন্ত কন্দলীয়ে মহাপৰুষ আৰু মাধৱ কন্দলীৰ ৰচনাৰ ৰীতি অনুসৰণ কৰাটো অতি স্বাভাৱিক। মাধৱ কন্দলীৰ ৰচনাই অকল অনন্ত কন্দলীকেই নহয়, শঙ্কৰদেৱ প্ৰমুখ্যে আন আন বৈষ্ণৱ কবিসকলকো কম বেছি পৰিমাণে প্ৰভাৱান্বিত কৰিছে--ইয়াত কোনো সন্দেহ নাই। তেওঁলোকৰ ৰচনাৰ গাঁঠনিত ইয়াৰ প্ৰমাণ পৰিলক্ষিত হয়। সেইবুলি, কবিসকলৰ স্বকীয় বৈশিষ্ট্যৰ আঁত হেৰাই যোৱা নাই।

এইখিনিতে অনন্ত কন্দলীৰ লগত মাধৱ কন্দলী ৰামায়ণৰ তুলনামূলকভাৱে সাদৃশ্যৰ নিদৰ্শন তলত দাঙি ধৰা হ'ল। কুজী মন্থৰাৰ মন্ত্ৰণাত ৰাণী কৈকেয়ীৰ মন লাহে লাহে বিষাক্ত হোৱাৰ পৰিৱেশ বৰ্ণনাত মাধৱ কন্দলীৰ পোনপটীয়া প্ৰভাৱ এনেদৰে পৰিছে।

মাধৱ কন্দলী

(১) আছাৰিয়া পেলাইলেক কৈকেয়ীৰ দান। ১৫৭৭, অযোধ্যাকাণ্ড।
(২) ভ্ৰাতৃক দেখিবে ৰামে পুত্ৰৰ সমান। ১৫৮১, অযোধ্যা।
(৩) অমৃত কুণ্ডত কুজী তই ঢাল বিষ। ১৫৮২, অযোধ্যা।
(৪) গুণৰ মন্দিৰ ৰাম বাপ শুদ্ধমতি।
কৌশল্যাতোধিক মোত কৰয় ভকতি ॥ ১৫৮৩, অযোধ্যা।
(৫) হেন শুনি কৈকেয়ীৰ বিহৱিল মন।
বোলন্ত মন্থৰা তোৰ সাফল জীৱন ॥ ১৫৮৯, অযোধ্যা।

(৬) পাপিষ্ঠি কুবুজী মোৰ ভেদিলি হৃদয় ।
জানিলি কথাক কহি অনেক সংশয় ॥ ১৬০৩, অযোধ্যা ।

অনন্ত কন্দলী

(১) আচাৰি পেলাইলা সুবৰ্ণৰ হেমহাৰ ॥ ২২৭, অযোধ্যাকাণ্ড, বুঃ পুঃ বি, সাঁচি ৬৭০
(২) ভাতৃসকলক পুত্ৰ হাতে পালিবন্ত । ১৩২, ” ”
(৩) অমৃত কুণ্ডত কুজী কেনে ঢালা বিষ । ১৩৩, ” ”
(৪) ৰামৰ সমান আন নাহি শুদ্ধমতি ।
কৌসল্যাত কৰি মোত কৰয় ভকতি ॥ ১৩৪, ” ”
(৫) দাৰুণি কুজী বোলে বিহ্বলা মন ।
বোলে ধন্য কুজী তোৰ সাফল জীৱন ॥ ১৪০, ” ”
(৬) কৈকেয়ী বোলয় পাপিষ্ঠিনী কুজী
ভেদিলি মোৰ হৃদয়,
মন্দ কথা কহি হিয়াত পাষিণী
লগাইলি মোৰ সংশয় ॥ ২৫২, ” ”

কৈকেয়ীৰ উপস্থিতিত বিমৰ্ষ হৈ থকা দশৰথক দেখি ৰজাৰ 'অসন্তোষ'ৰ কথাৰ একো উত্তৰাদিহ নাপাই অনন্ত কন্দলীৰ ৰামে, ইন্দ্ৰই কিবা অনিষ্ট কৰিছে বুলি ভাবি তৎক্ষণাত তাৰ প্ৰতিকাৰ কৰিবলৈ আগবাঢ়ে। মাধৱ কন্দলীৰ দৰে ইয়াত বেছি আত্মশ্লাঘা দেখুৱা নাই। অনন্ত কন্দলীয়ে অধ্যায়ৰ শেহত ৰাম-নামৰ মাহাত্ম্যৰ লগত কৃষ্ণ-ভকতিৰ পথ মুক্ত কৰি দেখুৱাইছে।

অৰণ্যকাণ্ডৰ আৰম্ভনিত অনন্ত কন্দলীয়ে স্পষ্ট ভাষাত স্বীকাৰ কৰিছে যে তেওঁৰ ৰচিত ৰামায়ণ 'সাৰ' মাত্ৰ আৰু সিয়ো ভাগৱতৰ লগত মিশ্ৰিত হোৱা। তথাপিও, অৰণ্যকাণ্ডত, সোণৰ হৰিণৰ চিকাৰৰ



দৃশ্যৰ চিত্ৰণত মাধৱ কন্দলীৰ পোনপটীয়া প্ৰভাৱৰ পৰা মুক্ত হব পৰা নাই। বাহুল্যৰ ভয়ত মাথোন এটি নিদৰ্শন দাঙি ধৰা হ'ল।

মাধৱ কন্দলী

(১) শুনিলন্ত সীতায়ে ৰামৰ থানে ৰাৱ ।
স্বামীৰ মৰণ শুনি কম্পে হাত পাৱ ॥ ৩০৯৬, অৰণ্যকাণ্ড

অনন্ত কন্দলী

(১) সীতায়ে শুনিলে যেন ৰামে দিলা ৰাৱ ।
স্বামীৰসে মৰে বুলি কম্পি গৈল গাৱ ॥
(অৰণ্যকাণ্ড, গুৱাহাটী বিশ্ববিদ্যালয়, সাঁচিপাত বিভাগ)

কিষ্কিন্ধ্যাকাণ্ডত, দূৰৰ পৰা শৰ নিক্ষেপ কৰি বালীৰজাক ৰামে বধ কৰাত বালীৰ পত্নী তাৰাৰ যি শোক-বহ্নি জ্বলি উঠিছে তাৰেই পৰিণতি দেখা যায় ৰামৰ প্ৰতি তাৰাৰ অভিশাপত। দুয়োজন কবি এই শোক দৃশ্য বৰ্ণনাত সফল হৈছে। অনন্ত কন্দলীয়ে তাৰাৰ মুখেদি বিনয় বচনৰ জৰিয়তে 'ৰাম প্ৰভু' শব্দ উচ্চাৰণ কৰাই শাপ দিয়া দেখুৱাইছে। এনেকুৱা উক্তি মাধৱ কন্দলীৰ ৰচনাত পাবলৈ নাই। দুয়োজন কবিৰ মিল আৰু অৰ্থৰ পাৰ্থক্য দিয়া হ'ল। অনন্ত কন্দলীৰ তাৰাই ৰামত ঈশ্বৰত্ব আৰোপ কৰি ভৱিতব্যৰ ইঙ্গিত দিছে।

মাধৱ কন্দলী

(১) তাৰা বোলে চাহা ৰাম পৰম সাত্ত্বিক ।
বিমুখ সমৰে স্বামী মাৰিলাহা কিক ॥ ৩৬৬৪, কিষ্কিন্ধ্যাকাণ্ড

(২) তোমাক দহিতে পাৰো পতিব্ৰতা শাপে। ৩৬৬৪. „
(৩) বাহুৰ প্ৰতাপে তুমি সীতাক লভিবা।
অগণিত পৰীক্ষিয়া অযোধ্যাক নিবা॥
তয়ু জায়া সীতাদেবী হন্ত মহাশান্তি।
তোমাক বিছুই অল্পকালে এৰিবন্তি॥ ৩৬৭৬. „

অনন্ত কন্দলী ঃ কিষ্কিন্ধ্যা কাণ্ড, গুৱাহাটী বিশ্ববিদ্যালয়ৰ সংগৃহিত সাঁচিপাত—

(১) তাৰা বোলে প্ৰভু ৰাম কৰিলাহা কিক।
নিদাৰুণ ব্যাধে যেন বধিলা স্বামীক॥ ২৯১
(২) তোমাক দহিবে পাৰো পতিব্ৰতা শাপে। ২৯২.
(৩) ৰাৱণক বধি তুমি সীতাক লভিবা।
অগ্নি পৰীক্ষা কৰি অযোধ্যাক নিবা।
তোমাৰ ৰমণী সীতা হন্ত মহাশান্তি।
কতো কাল থাকিয়া তোমাক তেজিবন্তি॥ ২৯৪-৫ „

তাৰাই শ্ৰীৰামচন্দ্ৰক শাও দি আনসকললৈ সতৰ্ক বাণী প্ৰয়োগ কৰা কথা মাধৱ কন্দলীত নাই; মাথোন, অপ্ৰমাদী কবিয়ে শ্ৰীৰামচন্দ্ৰক ভবিষ্যতে এনেকুৱা পাপ কাম নকৰিবলৈ সঁকিয়াই দিয়ে।

"তভো আনজনে নকৰয় হেন পাপ।
তোমাক দিবোহো গোসাই অনুৰূপ শাপ॥" ২৩৩,
কিষ্কিন্ধ্যাকাণ্ড, অনন্ত কন্দলী, গুৱাঃ বিশ্বঃ সাঁচিঃ

মাধৱ কন্দলীৰ তাৰাৰ মুখত প্ৰকাশ পায়--

"যেন আন বেলা নকৰাহা হেন পাপ।
সীমা দণ্ড থৈয়া অনুৰূপে দিওঁ শাপ॥ ২৬৬৫, কিষ্কিন্ধ্যাকাণ্ড।

তাৰাৰ অভিশাপৰ পিছত কবিয়ে এনেদৰে আশঙ্কা প্ৰকাশ কৰিছে যে সতী নাৰীৰ যদি এনেকুৱা বিপদ হয় তেন্তে অসতী নাৰীৰ বা কি গতি হব!



অনন্ত কন্দলীৰ কি প্ৰগাঢ় ভক্তি! তেওঁৰ মানত কৃষ্ণ আৰু ৰাম এক। য'তেই সুবিধা পাইছে তাতেই ৰাম-কৃষ্ণৰ অভেদত্ব দেখুৱাবলৈ অহোপুৰুষাৰ্থ কৰিছে। আনকি, ৰামে সীতাৰ প্ৰতি দেখুওৱা বিৰহতো ভকতৰ প্ৰতি স্নেহৰ কথাহে ব্যক্ত হৈছে। প্ৰত্যেকটো কাণ্ডতে ভক্তিৰ বাবে এনেকুৱা শৃঙ্খলাবদ্ধ যুক্তিৰ অৱতাৰণা কৰা কথা অন্য ৰামায়ণত পাবলৈ নাই। কৃষ্ণ-ৰামৰ অভেদত্ব সম্পৰ্কে কিষ্কিন্ধ্যাকাণ্ডত এইদৰে পোৱা গৈছে--

"বিষয় সুখ যতন কৰিয়ো কিছু শ্বাস।
কৃষ্ণে নৰাখিলে একেতিলে হইবা নাশ॥
হেন জানি শুনা সৱে ভকতিৰ পথ।
শুনা ৰাম কথা পূৰ্ণ হৌক মনোৰথ॥
অনন্ত কন্দলী কহে এহি মূল কাম।
খণ্ডো কথা পদ ডাকি বোলা ৰাম ৰাম॥ ৬৫--৭৫
কিষ্কিন্ধ্যা, গুৱাঃ বিশ্বঃসাঁচিপাত।

কবিয়ে 'ভক্তিৰ ৰামায়ণ' ৰচনা কৰি সকলোকে ভগৱৎমুখী কৰাৰ সচেষ্ট প্ৰচেষ্টাৰ বাবে শঙ্কৰদেৱৰ প্ৰিয় শিষ্যৰ উচিত কৰ্ত্তব্যকে কৰিছে বুলি কলে ভুল কৰা নহয়। বিভিন্ন ছন্দ আৰু অলঙ্কাৰৰ প্ৰয়োগ থকা অনন্ত কন্দলীৰ ৰামায়ণখন বৈষ্ণৱ যুগৰ আদৰ্শ গ্ৰন্থ হিচাপে এতিয়াও সত্ৰ সমাজত সমাদৰ লাভ কৰি আছে।

অসমীয়া ৰামায়ণ সাহিত্য অকল অনন্ত কন্দলীতেই শেষ হোৱা নাই। তথাপি, সেই কেইজন কবি অনন্ত কন্দলীতকৈ বহুত নিষ্প্ৰভ। দুৰ্গাবৰ কায়স্থৰ 'গীতি-ৰামায়ণ'ৰ ৰাগ-ৰাগিনীযুক্ত গীতসমূহৰ বাদে বাকীবোৰ পদৰ মাধৱ কন্দলীৰ পদৰ লগত বহু সাদৃশ্য লক্ষ্য কৰা যায়। ওঠৰ শতিকাত ৰঘুনাথ মহন্তই যি 'কথা-ৰামায়ণ' ৰচনা কৰিছে তাতো মাধৱ কন্দলীৰ প্ৰভাৱেই বেছি; দুই এঠাইত কৃষ্ণ-ৰামৰ অভেদত্ব দেখুৱাবলৈ গৈ অনন্ত কন্দলীক অনুসৰণ কৰা যেন লাগে। যিকি নহওক মাধৱ কন্দলীৰ দৰে লৌকিক বৰ্ণনা, নৈসৰ্গিক বৰ্ণনা, অলঙ্কাৰ আদি প্ৰয়োগত বিশেষ কৃতিত্ব দেখুৱাব নোৱাৰিলেও, অনন্ত কন্দলীয়ে ভক্তিৰ পিনেহে বেছি আকৃষ্ট হৈছে আৰু তাতেই যেন পৰিতৃপ্তি লাভ কৰিছে।

# ট্ৰেজেদি--এটি আলোচনা

---শৈলেন ভৰালী

সাধাৰণতে এৰিষ্টটলৰ সংজ্ঞাৰে ট্ৰেজেদিৰ আলোচনা আৰম্ভ কৰা হয়। এৰিষ্টটলৰ মতে ট্ৰেজেদি হ'ল ভয় আৰু সহানুভূতি উদ্ৰেক কৰি তেনেধৰণৰ মাত্ৰাধিক্য অনুভূতিবোৰৰ উপশম ঘটোৱা, অভিনয়ৰ উপযোগী, সুললিত সংলাপযুক্ত, কিছুপৰিমাণে ব্যাপক, গহীন, স্বয়ং সম্পূৰ্ণ কাৰ্য্যৰ অনুকৰণ নাইবা উপস্থাপন। সংজ্ঞাটো সুক্ষ্মভাৱে বিশ্লেষণ কৰিলে দেখা যায় যে ইয়াৰ প্ৰতিটো অংশই বিতৰ্কমূলক আৰু সেয়েহে বিভিন্ন সমালোচকে ইয়াক বিভিন্ন ধৰণে ব্যাখ্যা কৰা দেখা গৈছে। সময়ৰ গতিত যদিও ট্ৰেজেদি সম্বন্ধে এৰিষ্টটলে দিয়া ধাৰণাৰ যথেষ্ঠ পৰিবৰ্তন হৈছে, তথাপিও বহুকাল পূৰ্ব্বে দিয়া এৰিষ্টটলৰ এই সংজ্ঞাক কোনেও সম্পূৰ্ণভাৱে আওকাণ কৰিব পৰা নাই আৰু কিছু পৰিবৰ্ত্তিত ৰূপত হলেও ই এতিয়ালৈকে প্ৰভুত্ব চলাই আছে আৰু ট্ৰেজেদিৰ ভেটি হিচাবে স্বীকৃতি পাই আছে। সেই বিতৰ্কমূলক প্ৰশ্নবোৰৰ অৱতাৰণা নকৰি আলোচনাৰ সুবিধাৰ্থে আমি ট্ৰেজেদিক মানুহৰ দুখ বিপৰ্য্যয়ৰ কাহিনী কোৱাৰ এটি কলাসন্মত কৌশল বুলি কব পাৰো। মানুহৰ জীৱন-নাটত দুখৰ ভূমিকাই প্ৰৱল আৰু জীৱনৰ এই বিয়োগান্তক নাটখনিত সুখ 'মাজে সময়ে ক্ষন্তেকৰ বাবে দেখিবলৈ পোৱা লঘু দৃশ্য সদৃশ'। গতিকে মানৱ জীৱনৰ দুখাত্মক ছবি অঙ্কন কৰি ট্ৰেজিক নাট্যকাৰে জীৱনৰ হুবহু ৰূপ আমাৰ আগত দাঙি ধৰে আৰু সেই ফালৰ পৰা বাস্তৱ চিত্ৰ প্ৰদৰ্শন কৰাই নাট্যকাৰৰ লক্ষ্য। কিন্তু আনহাতে ট্ৰেজেদি এক প্ৰকাৰ কলাত্মক সৃষ্টি আৰু কলা সাহিত্যৰ আন সকলো সৃষ্টিৰ নিচিনাকৈ ইয়াৰো প্ৰধান



উদ্দেশ্য হ'ল আনন্দ প্ৰদান কৰা। সেই বাবে ট্ৰেজিক নাট্যকাৰে দুটা বিপৰীত ধৰ্ম্মী বস্তুৰ মাজত একপ্ৰকাৰৰ সম্বন্ধ ঘটাবলগীয়া হয়--এহাতে দুখ বিপৰ্য্যয়ৰ চিত্ৰৰ দ্বাৰা গভীৰতম বেদনাৰ উদ্ৰেক আৰু আনহাতে দুখ বেদনাৰ মাজেৰেই ৰুচি সন্মত আনন্দৰ সঞ্চাৰ।[১] এই দুটাৰ ভাৰসাম্য ৰক্ষা কৰা তেনেই উজু কাম নহয়। নাট্যকাৰে সেই জটিল দায়িত্বপূৰ্ণ কাম সমাধা কৰে কিছুমান কলাসুলভ কৌশলৰ অৱলম্বনত। গতিকে তেওঁৰ সাৰ্থকতা নিৰ্ভৰ কৰে ঘাইকৈ এই কৌশলসমূহৰ অন্তৰ্ভুক্ত ট্ৰেজিক ৰস উপশমৰ ব্যৱস্থাবোৰ পৈণতভাৱে প্ৰয়োগ কৰিব পৰাৰ ওপৰত আৰু লগতে কিছুপৰিমানে মহত্ব আৰু বীৰত্বৰ ভাৱ আৰোপ কৰিব পৰাৰ ওপৰত।

ট্ৰেজেদিক সুখাত্মক অৱস্থাৰ পৰা দুখাত্মক অৱস্থালৈ পতিত হোৱা লোকৰ কাহিনী বুলি কোৱা হয় যদিও ট্ৰেজেদিৰ পৰিণতি যে সদায় শোকাবহ হব লাগিব সেই বিষয়ে সমালোচকসকলৰ মাজত মতানৈক্য আছে। গ্ৰীক নাট্যকাৰসকলে তেনেভাব পোষণ কৰা নাছিল। কিন্তু তথাপিও গ্ৰীক ট্ৰেজেদিৰ সামৰণি পৰিছিল দুখাত্মক ভাৱেই। ছেক্স্পীয়েৰৰ ট্ৰেজেদিত নায়কৰ মৃত্যু এৰাব নোৱাৰা অঙ্গ স্বৰূপ। ছেক্স্পীয়েৰীয় প্ৰসিদ্ধিমতে নায়ক জীৱিত হৈ থকা এখন ট্ৰেজেদি প্ৰকৃত ট্ৰেজেদিৰ শ্ৰেণীত নপৰেই যেন লাগে।[২] কিন্তু আধুনিক যুগত ট্ৰেজেদি সম্বন্ধীয় ধাৰণাৰ যথেষ্ঠ পৰিৱৰ্ত্তন হৈছে। দুখাত্মক পৰিণতিৰে পৰিসমাপ্তি নঘটোৱা ট্ৰেজেদিও এই যুগত ৰচিত হৈছে। নাট্যকাৰ আৰু সমালোচক সকলে এতিয়া ভাবে যে নাটখনৰ শেষৰ দৃশ্যটোৰ ৰূপায়ণৰ ওপৰত ট্ৰেজেদি এখনৰ সাৰ্থকতা নিৰ্ভৰ নকৰে; গোটেই নাটখন চাই দৰ্শকৰ মনত ৰৈ যোৱা মূল সুৰটোহে ইয়াৰ বাবে মন কৰিব লগীয়া। নাটখনৰ থূলমূল আবেদনৰ পৰাহে ই প্ৰকৃততে ট্ৰেজেদি নে কমেদি বিচাৰ কৰি চাব পাৰি আৰু যদি নাটখনে দৰ্শকৰ মনত এটি অন্ধকাৰাচ্ছন্ন

১ P. K. Guha ., Tragic Relief, P. 5

২ A. C. Bradley, Shakespearean Tragedy, P. 3

বিষাদ ঘন পৰিৱেশৰ প্ৰভাৱ এৰি থৈ যায় তেতিয়াহলে তাক ট্ৰেজেডি আখ্যা দিব পৰা যায়।'[৩]

ট্ৰেজেডিৰ নায়ক অসাধাৰণ ব্যক্তিত্ব সম্পন্ন হোৱা উচিত বুলি এৰিষ্টটলৰ সময়ৰ পৰা বিবেচনা কৰি অহা হৈছে। কিন্তু সেই বুলি মানুহৰ পৰা অতিমানৱৰ শাৰীলৈ উঠা এজনো যে ইয়াৰ নায়ক হব নোৱাৰে সেই কথা এৰিষ্টটলে স্পষ্টভাৱে কৈ গৈছে। মহৎ গুণৰ অধিকাৰী হলেও মানুহৰ দোষ বা খুঁতৰ পৰা তেওঁ মুক্ত নহয়। নায়কৰ চৰিত্ৰ এনেভাৱে ৰূপায়ণ কৰাৰ উদ্দেশ্য হ'ল দৰ্শকৰ মনত নায়ক সম্বন্ধে দ্ব্যৰ্থক ভাবৰ সৃষ্টি কৰা। এহাতে সাধাৰণ মানুহৰ স্তৰৰ পৰা তেওঁক ওপৰলৈ তুলি দিয়া হয় যাতে নায়কৰ জীৱনত দেখা দিয়া বিপদ-বিঘিনিয়ে তেওঁলোকৰ জীৱনক চুব নোৱাৰে বুলি দৰ্শকে অনুভৱ কৰাৰ সুযোগ পায়। আনহাতে নায়কৰ কাৰ্য্য কলাপ, আচাৰ-ব্যৱহাৰত যাতে দৰ্শকে মানবীয় আৱেদন বিচাৰি পায় সেই উদ্দেশ্যে তেওঁলোকৰ সৈতে মিল থকা দুই এটা বৈশিষ্ট্য নায়ক চৰিত্ৰত পৰিস্ফুট কৰা হয়। গতিকে ট্ৰেজিক নাট্যকাৰে দুতলীয়া উদ্দেশ্য সাধন কৰে নায়কক অসাধাৰণ শক্তিৰ অধিকাৰী কৰি আৰু লগে লগে সাধাৰণ মানুহৰ দুৰ্ব্বলতা নায়ক চৰিত্ৰত আৰোপ কৰি। এৰিষ্টটলৰ সময়ৰ ক্লাচিকেল ট্ৰেজেডিৰ পৰা ছেক্সপীয়েৰৰ ৰোমান্টিক ট্ৰেজেডিলৈকে চালে দেখা যায় যে ট্ৰেজেডিৰ নায়ক ৰজা অথবা ৰাজপৰিয়ালৰ কোনোবা লোক নাইবা পৌৰাণিক আখ্যানৰ অন্তৰ্ভুক্ত কোনো বীৰ। বৰ্তমান যুগত ৰজাঘৰীয়াৰ অৰ্থ যেতিয়া প্ৰায় নাইকিয়া হৈ গৈছে আৰু পৌৰাণিক কাহিনীও বহু পৰিমাণে অচল হৈ পৰিছে নায়কৰ অসাধাৰণত্ব আন প্ৰকাৰে বোজাই ৰখাৰ চেষ্টা কৰা হয়। সাধাৰণ মানুহৰ মাজৰ পৰাই নায়কক লোৱা হয় যদিও কোনো এটা গোষ্ঠীৰ প্ৰতিনিধি

৩ "If there is an unhappy ending, we may call it a tragedy, but if the play is a serious attempt to represent life, it makes no great difference whether or not good fortune intervenes in the last Scene" -Lucas., Tragedy P. 33



নাইবা কোনো এটি ভাব বা আদৰ্শৰ প্ৰতীক ৰূপে অঙ্কন কৰি এতিয়াও নায়কক সাধাৰণ স্তৰৰ পৰা কিছু উৰ্দ্ধলৈ তুলি দিয়াৰ ব্যৱস্থা কৰা দেখা যায়। সেইবাবে আধুনিক ট্ৰেজেডিত নায়কৰ গুৰুত্ব মানুহ হিচাবে নহয় বিশেষ শক্তি বা ভাবাদৰ্শৰ প্ৰতীক হিচাবেহে বিচাৰ কৰা হয়। ইয়ে আকৌ নাট্যকাৰক আন এটা ক্ষেত্ৰতো পৰোক্ষভাবে সহায় কৰে। ট্ৰেজেডিত আধুনিক নাট্যকাৰে বিশ্বজনীয়তা ফুটাই তুলিবলৈ যিবোৰ উপায় অৱলম্বন কৰে, তাৰ ভিতৰত ইয়াকো এটা বুলি কব পাৰি। বিশ্বজনীন আৱেদন নাথাকিলে নিখুঁত ভাবে ৰচনা কৰা এখন ট্ৰেজেডিও কলাৰ উচ্চ পৰ্য্যায়ৰ সৃষ্টিৰ কৃতিত্ব দাবী কৰিব নোৱাৰে।[৪] নায়ক নায়িকাৰ দুখ কষ্ট যে তেওঁলোকৰ তাতেই সীমিত নহয় ট্ৰেজেডি এখনৰ অভিনয়ে দৰ্শকৰ মনলৈ সেই ভাবটো আনিব পাৰিব লাগিব। মুঠতে নাটকৰ কাহিনীয়ে এজন পুৰুষ, এগৰাকী নাৰী আৰু এখন ঠাইৰ সীমাৰেখা অতিক্ৰম কৰি আমাক এখন বহল জগতত প্ৰৱেশ কৰাৰ সুবিধা দিব লাগে। উপকাহিনী সংযোগ কৰি আৰু অতিপ্ৰাকৃত উপাদানৰ সহায় লৈ বিশ্বজনীন ভাব ফুটাই তোলাৰ অভিপ্ৰায় আছিল আগৰ নাট্যকাৰ সকলৰ। এই দুইটাৰ সংযোজনাই অকল বিশ্বজনীন আৱেদন বুলিয়েই নহয়, ট্ৰেজিক ৰসৰ উপশমৰ ক্ষেত্ৰতো বহু পৰিমাণে সহায় কৰে। আধুনিক যুগৰ দুই এখন বিখ্যাত ট্ৰেজেডিতো অতিপ্ৰাকৃত উপাদানে বিশিষ্ট ভূমিকা গ্ৰহণ কৰা দেখা গৈছে (উদাহৰণ স্বৰূপে, ৰাইডাৰচ্ টু দি চি)। অৱশ্যে এইবোৰৰ প্ৰয়োগ সমাজ সাপেক্ষ আৰু সেইবাবে সামাজিক দৃষ্টিকোণলৈ লক্ষ্য ৰাখিহে নাট্যকাৰে অতিপ্ৰাকৃত উপাদানৰ স্থান নিৰূপণ কৰিব পাৰে। দৰ্শকৰ মানসিক প্ৰস্তুতিৰ কথা চিন্তা নকৰাকৈ কেৱল নাটকীয় প্ৰসিদ্ধি হিচাপেই যদি এনে ধৰণৰ ব্যৱস্থা হাতত লোৱা হয় তেতিয়াহলে তাৰ ফল সম্পূৰ্ণ ওলোটাহে হব।

৪ "It is a spirit of universality that marks out every great drama no matter when or where that drama was produced."—Nicoll., Theory of Drama, P. 100.

বিশ্বজনীনতাৰ বাবে আধুনিক নাট্যকাৰসকলে কিন্তু প্ৰতীকবাদলৈহে বিশেষভাবে চকু দিয়া দেখা গৈছে। কিছু কিছু বিষয়ত আধুনিক সাহিত্যই ক্লাচিকেল সাহিত্যলৈ প্ৰত্যাবৰ্তন কৰা কথাষাৰ ট্ৰেজেদিৰ ক্ষেত্ৰতো প্ৰযোজ্য। ক্লাচিকেল ট্ৰেজেদিৰ উৎকটতা নাই যদিও উপকাহিনী উঠাই দিয়া নাইবা চৰিত্ৰ আৰু সংলাপত যথেষ্ঠ সংযমতা দেখুৱা আদিলৈ চাই আধুনিক ট্ৰেজিক নাট্যকাৰসকল ক্লাচিকেল ট্ৰেজেদিৰ লক্ষণসমূহৰ প্ৰতি অধিক আকৃষ্ট যেন লাগে। কিন্তু আন কিছুমান বিষয়ত আকৌ তেওঁলোক ক্লাচিকেল ট্ৰেজেদিৰ পৰা বহুপৰিমাণে আঁতৰি আহিছে। ক্লাচিকেল ট্ৰেজেদিত নাটকীয় সংঘাতে কেৱল বাহ্যিক সংঘাতকহে বুজাইছিল। ৰোমান্টিক ট্ৰেজেদিয়ে অন্তৰ্দ্বন্দ্বৰ ওপৰত গুৰুত্ব দিলে ; ছেক্সপীয়েৰীয় ট্ৰেজেদিত বাহ্যিক সংঘাত আছে যদিও অন্তৰ্দ্বন্দ্বৰ দ্বাৰাহে নায়কবোৰ জৰ্জৰিত। আন নহলেও আন্তৰিক সংঘাতে এহাতে দুখ-কষ্টৰ পীড়া বেছি তীব্ৰ কৰি তোলে আৰু আনহাতে মানুহৰ অন্তৰ্জগতত প্ৰৱেশ কৰাৰ সুবিধা আমাক দিয়ে। এই ক্ষেত্ৰত ৰোমান্তিক ট্ৰেজেদিতকৈও আধুনিক ট্ৰেজেদি এখোপ বেছি অগ্ৰসৰ হৈছে। মনোবিজ্ঞান নাইবা অৱচেতন মনৰ নতুন নতুন তথ্য উদঘাটনৰ ফলত ট্ৰেজেদিৰ অন্তৰ্মুখিতা বৃদ্ধি পাইছে আৰু তাৰ প্ৰত্যক্ষ প্ৰমাণ পোৱা গৈছে মেটাৰলিঙ্ক আৰু তেওঁৰ পাছৰ নাট্যকাৰ সকলৰ নাটত।

এৰিষ্টটলৰ মতে ট্ৰেজেদিৰ উদ্দেশ্য 'ভয় আৰু পুতৌ' (সহানুভূতি?) উদ্ৰেক কৰা আৰু তাৰ সহায়েৰে মাত্ৰাধিক্য অনুভূতিবোৰৰ উপশম ঘটোৱা। আমি আগেয়ে উল্লেখ কৰিছো যে উচ্চ পৰ্য্যায়ৰ লোকৰহে দুখ বিপৰ্যয়ৰ কথা ট্ৰেজেদিৰ অন্তৰ্ভুক্ত। কিন্তু পুতৌ বা সহানুভূতিৰ প্ৰশ্নটো আমাতকৈ নিম্ন শ্ৰেণীৰ লোকৰ ক্ষেত্ৰতহে সম্ভৱ। পুতৌ বা সহানুভূতিৰ সৈতে জড়িত থকা ৰসটো হ'ল করুণ ৰস ; কিন্তু ট্ৰেজিক আৰু করুণ অভিন্ন বুলি কব নোৱাৰি আৰু ট্ৰেজেদিৰ লক্ষ্য করুণ ৰস নহয়, ট্ৰেজিক ৰস সৃষ্টি কৰাহে। উচ্চ মৰ্য্যাদাসম্পন্ন লোক এজনক বিপদগ্ৰস্ত অৱস্থাত দেখিলে আমাৰ মনত ভয় নাইবা আশ্চৰ্য্যৰ ভাবৰ সঞ্চাৰ হব পাৰে, কিন্তু পুতৌৰ কথা মনলৈ আহিলে এই ভাবৰ সঞ্চাৰ নহয়।



ট্ৰেজেদিৰ আলোচনা পূৰ্ণাঙ্গ কৰিবলৈ হলে ইয়াৰ ভাষা সম্পৰ্কেও দুষাৰ কোৱা দৰকাৰ। কবিতাৰ ভাষা যেনেদৰে অবিকল সাধাৰণ মানুহৰ কথিত ভাষা নহয় ঠিক তেনেদৰে ট্ৰেজেদিতো সাধাৰণ মানুহৰ ভাষা কিছু উন্নত কৰিহে প্ৰয়োগ কৰিব পাৰি। ট্ৰেজেদি যিহেতুকে মানুহৰ আৱেগ অনুভূতিক লৈয়ে ৰচিত আৰু গদ্যাই আৱেগ অনুভূতিক ভালদৰে প্ৰকাশ কৰিব নোৱাৰে, পদ্যাই ট্ৰেজেদিৰ উপযুক্ত মাধ্যম বুলি বিবেচনা কৰি অহা হৈছে। কিন্তু পদ্য সংলাপ ব্যৱহাৰ কৰিবলৈ গৈ ভাষাক যাতে সাধাৰণ মানুহৰ ভাষাৰ পৰা বহুদূৰলৈ ঠেলি পঠোৱা নহয় আৰু অবাস্তৱতাৰ ছাঁ পৰিবলৈ দিয়া নহয় তাৰ প্ৰতি নাট্যকাৰ সচেষ্ট হব লাগে। এইটো কাৰণেই কিছুদিনৰ আগলৈকে নাট্যকাৰ সকলে অমিত্ৰাক্ষৰ ছন্দকেই ট্ৰেজেদিৰ মাধ্যম স্বৰূপে লৈছিল। নাটখনত কাব্যিক আবেদন এটি নাথাকিলে ট্ৰেজেদিৰ আৱেগময় পৰিবেশটো গঢ় লৈ নুঠে। তাৰোপৰি কাব্যিক পৰিবেশে আমাক অন্য এক স্তৰলৈ লৈ যায় আৰু তেনেভাবে বেদনাৰ তীব্ৰতাৰ সময়ত ট্ৰেজিক উপশমৰ কাম কৰে।[৫] সেয়েহে ট্ৰেজেদিৰ আৰম্ভণিৰে পৰা এতিয়ালৈকে সকলো উচ্চ পৰ্য্যায়ৰ নাটতেই কাব্যিক সোঁত এটি প্ৰবাহিত হৈ থকা দেখা গৈছে। গ্ৰীক ট্ৰেজেদিত এইটো ৰক্ষা কৰা হৈছিল 'কোৰাচ'ৰ সহায়েৰে। গীতিধৰ্ম্মী উপাদানে ছেক্সপীয়েৰৰ নাটকক সুকীয়া আসনত প্ৰতিষ্ঠিত কৰিছে। ছেক্সপীয়েৰৰ দুই এখন নাটত (উদাহৰণ স্বৰূপে-- ৰোমিও এণ্ড জুলিয়েট) এই উপাদানৰ ইমান প্ৰাচুৰ্য্য যে তাক বিশুদ্ধ কবিতাই বুলিব পৰা যায়। অৱশ্যে এনে ধৰণৰ অতিমাত্ৰা গীতিধৰ্ম্মীতাই ঠায়ে ঠায়ে নাটকীয় ফালটোত বাধাৰ সৃষ্টি কৰে।[৬] গদ্য মানুহৰ দৈনন্দিন কথা-বতৰাৰ স্বাভাৱিক মধ্যম হোৱা হেতুকে কুৰি শতিকাৰ আদিভাগত সম্পূৰ্ণ গদ্য-

---

৫ "The basic principle of tragic relief is the creation of a glowing poetic atmosphere to illumine the gloomy world of dark deeds and events in a tragedy"—P. K. Guha ., Tragic Relief, P. 194.

৬ Nicoll, Theory of Drama, P. 140.

ধৰ্ম্মী সংলাপেৰে ট্ৰেজেদি লেখাৰ চেষ্টা চলোৱা হৈছিল। কিন্তু কাব্যিক আৱেদন নথকা বাবে সেইবোৰক বৰ সাৰ্থক ট্ৰেজেদি হিচাবে অভিহিত কৰিব পৰা নগ'ল। গ্যালচ্‌ওৱাৰ্দিৰ কথা এই প্ৰসঙ্গত উল্লেখ কৰিব পাৰি। গ্যালচ্‌ওৱাৰ্দিৰ 'ষ্ট্ৰাইফ', 'জাষ্টিচ' আদি ট্ৰেজেদিসমূহ সাধাৰণ গদ্যত লেখা কাৰণেই আৰু তাৰ ফলত ট্ৰেজেদিৰ আৱেগ প্ৰধান ফালটো ফুটি নুঠা হেতুকেই উচ্চ পৰ্য্যায়ৰ আকৰ্ষণীয় ৰচনাৰূপে স্বীকৃতি লাভ কৰিব নোৱাৰিলে।[৭] আধুনিক লেখকসকলে সেইবাবে গদ্য আৰু পদ্য উভয়ৰে ধৰ্ম্ম বোজাই ৰাখিব পৰা একপ্ৰকাৰ সুকীয়া মাধ্যম এটিৰ পৰীক্ষা চলাইছে। এইটোক কাব্যিক গদ্য বুলি কোৱা হৈছে। গদ্য ট্ৰেজেদিৰ বাবে অনুপযোগী বুলি বিবেচিত হোৱা হেতুকে, প্ৰকৃত পদ্য নাটৰ বিৰুদ্ধধৰ্ম্মী কাৰণে আৰু অমিত্ৰাক্ষৰ ছন্দৰ দিন উকলিল বাবেই এনে ধৰণৰ ভাষা এটিৰ অনুসন্ধানত লাগিবলৈ নাট্যকাৰসকল বাধ্য হ'ল। আন সুবিধা থাকিলেও অমিত্ৰাক্ষৰ ছন্দত কিছু কৃত্ৰিমতা থকা কথাটো অস্বীকাৰ কৰিব নোৱাৰি। যিয়েই নহওক, ট্ৰেজেদিত যে কাব্যিক বাতাৱৰণ এটি অত্যাৱশ্যকীয় সেইটো সকলোৱে উপলব্ধি কৰিছে আৰু সেইবাবে ভাষাত নহলেও অন্ততঃ ভাব আৰু আদৰ্শৰ যোগেৰে সেই বাতাৱৰণ সৃষ্টি কৰাৰ প্ৰয়াস কৰিছে।

আলোচনা শেষ কৰাৰ পূৰ্ব্বে ট্ৰেজেদিৰ ভবিষ্যৎ সম্বন্ধে এচাম সমালোচকসকলক সন্দিহান কৰি তোলা এটা কথালৈ আঙুলিয়াব খুজিছো। তেওঁলোকৰ মতে গ্ৰীক নাইবা ছেক্সপীয়েৰীয় ট্ৰেজেদিৰ সৈতে ফেৰ মাৰিব পৰা কোনো উল্লেখযোগ্য ট্ৰেজেদি আধুনিক কালত ৰচিত হোৱা নাই। আনকি ট্ৰেজেদিৰ মৃত্যু হোৱা বুলি আৰু ই আগৰ স্থান অধিকাৰ কৰাৰ কোনো আশা নাই বুলিও দুই এজন সমালোচকে মন্তব্য কৰিছে।[৮] এইটোৰ সপক্ষে তেওঁলোকে ঘাইকৈ দুটা যুক্তি আগ-

৭ "Tragedy bases itself upon emotion ., Ordinary Prose dialogue inevitably fails when it essays to explore the passions, the failure finds clear demonstration in Galsworthy's play through his employment of one particular device"-Nicoll ., British Drama, P. 257.

৮ George Steiner ., The death of Tragedy.



বঢ়াইছে। এটা হ'ল, বিজ্ঞানৰ প্ৰসাৰতাৰ লগে লগে বিশ্বপ্ৰকৃতিৰ নিয়মৰ সৈতে মানুহৰ সম্বন্ধ বিচ্ছিন্ন হৈ গৈছে। বিজ্ঞানৰ অভাৱনীয় উন্নতিয়ে মানুহৰ দৃষ্টিভঙ্গীৰ পৰিৱৰ্ত্তন ঘটাইছে আৰু ট্ৰেজেদিয়ে এতিয়া মানুহক দেৱতাসদৃশ বীৰৰূপে প্ৰতিপন্ন কৰিব নোৱাৰে।[৯] আনটো হ'ল, ঈশ্বৰৰ অস্তিত্বত মানুহৰ আস্থাহীনতা। কলাৰ এইবিধ সৃষ্টি বাবে ঈশ্বৰৰ অস্তিত্বতৰ বিশ্বাস ৰখাটো আৱশ্যকীয় বুলি এইসকল সমালোচকে ভাবে। কিন্তু বিজ্ঞানে এই ভাবৰ মূলত কুঠাৰাঘাত কৰিছে আৰু সেইবাবে ট্ৰেজেদিও লোপ পালে। তাৰোপৰি বৰ্তমানৰ উঠি অহা শক্তিশালী আন্দোলনবোৰ (উদাহৰণ স্বৰূপে—মাৰ্ক্সবাদী আন্দোলন) ঘোৰ আশাবাদৰ ওপৰত প্ৰতিষ্ঠিত আৰু সেইবোৰ ট্ৰেজিক নাটৰ চাহিদা পূৰণ কৰিব নোৱাৰে বুলি এওঁলোকে কব খোজে। অৱশ্যে সাম্প্ৰতিক সমালোচকসকলে এই যুক্তিবোৰ খণ্ডন কৰিছে। এই সকলৰ মতে আধুনিক যুগে নতুন ট্ৰেজিক দৃষ্টিভঙ্গীৰ জন্ম দিছে। গ্ৰীক নাইবা ছেক্সপীয়েৰীয় ট্ৰেজিক কলা কৌশল বৰ্তমান মঞ্চৰ কাৰণে উপযোগী নহয়। বিজ্ঞানে ট্ৰেজিক দৃষ্টিভঙ্গীৰ মাত নিঃশেষ কৰি দিয়া নাই ; ই মাথোন নতুন ভাষা এটি কৰলৈহে আমাক বাধ্য কৰাইছে।[১০] সমালোচক গ্লিকচ্‌বাৰ্গৰ ভাষাৰে কবলৈ গলে ,"বৈজ্ঞানিক দৃষ্টিভঙ্গীয়ে যদিও পুৰণি গ্ৰীক আহিৰ ট্ৰেজেদি অসম্ভৱ কৰি তুলিছে, ট্ৰেজিক শক্তি এতিয়াও বিদ্যমান আৰু সেইটো আমি গভীৰ ভাবেই অনুভৱ কৰোঁ।..যি আদৰ্শৰ ভেটিত অতীতৰ ট্ৰেজিক নাট ৰচনা কৰা হৈছিল সেই আদৰ্শ এতিয়া ছিটিকি গৈছে। ট্ৰেজিক বীৰত্বৰ কেন্দ্ৰবিন্দু পৌৰাণিক সীমাৰেখাৰ পৰা সমাজ আৰু বুৰঞ্জীৰ সীমাৰেখালৈ পৰিবৰ্ত্তিত হৈছে।..আমাৰ যুগত নতুন ধৰণৰ ট্ৰেজেদি কেৱল সম্ভৱেই নহয়, ফ'ক্‌নাৰ মালৰক্স, অ'নেইল, ছাৰ্টে আৰু ক্যামুৰ নিচিনা লেখকে ৰচনাও কৰিছে ।" [১১]

৯ "Tragedy can no longer portray man as a Godlike protagonist in the cosmic order of things."—Glicksberg, Tragic Vision in twentieth century Literature, P. 77

১০ Glicksberge-Tragic vision in twentieth century Literature, P. XII to XIII.

১১ Glicksberg ,Tragic vision in twentieth Century Literature, P. 77, 78, 80.

# আহোমৰাজ স্বৰ্গদেৱ ৰুদ্ৰসিংহ

—সুনীতিকুমাৰ চট্টোপাধ্যায়

আমাৰ প্ৰাদেশিক ইতিহাস, সমগ্ৰ উত্তৰ-পূব আৰু পূব ভাৰতৰ অংশস্বৰূপ বঙ্গদেশৰ ইতিহাস এতিয়াও আমাৰ অজ্ঞাততে আছে। বঙালী, অৰ্থাৎ বঙ্গভাষী আৰু অসমীয়া আৰু উড়িয়া ভাষা-ভাষীলোকৰ উৎপত্তি আৰু বিকাশ সম্বন্ধে স্থিৰ সিদ্ধান্ত কৰিবলৈ যি উপাদান আমাৰ আছে তাৰেপৰা কিছু অনুমান মাথোন কৰিব পৰা যায়। খৃষ্টপূৰ্ব্ব কেবাশ বছৰ আগৰেপৰা এই পূব ভাৰত অঞ্চলত আৰ্য্য-প্ৰাকৃত ভাষাৰ স্থাপন আৰু প্ৰসাৰৰ লগে লগে ভবিষ্যতৰ বঙলা-অসমীয়া উড়িয়া ভাষাভাষী লোকৰ উদ্ভৱ সম্ভৱপৰ হ'ল। আদিম নিষাদ বা Austric অৰ্থাৎ 'দাক্ষিণ' ভাষী জাতি আৰু দ্ৰাবিড় ভাষী জাতিৰ মাজলৈ আহিল আৰ্য্যভাষী জাতি। পূব ভাৰত, হিমালয়ৰ দক্ষিণ পাদদেশ, উত্তৰবঙ্গ, পূৰ্ব্ববঙ্গ আৰু অসমত বসতি হ'ল 'কিৰাত' বা মঙ্গোলীয়সকলৰ, সম্ভৱতঃ উত্তৰ আৰু পূব বঙ্গৰ খনদিয়েক জিলা আৰু ব্ৰহ্মপুত্ৰ উপত্যকাত সেই অঞ্চলৰ মিশ্ৰিত দাক্ষিণ বা নিষাদ তথা দ্ৰাবিড় ভাষীসকলক খেদি পঠাই নাইবা সিবিলাকক নিজৰ মাজত বিলীন কৰি লৈ মঙ্গোলীয় জাতিৰ নানা শাখা ব্ৰহ্মপুত্ৰ উপত্যকা, নগা, মিকিৰ, খাছীয়া-জয়ন্তীয়া আৰু গাৰোপাহাৰত, মণিপুৰ, কাচাৰ আৰু সুৰমা উপত্যকাৰ শ্ৰীহট্ট জিলাত, ত্ৰিপুৰা আৰু কুমিল্লা, মৈমনসিংহ, বগুড়া আৰু ৰংপুৰ, দিনাজপুৰ, কোচবিহাৰ আৰু জলপাইগুৰিত বসতি কৰে। এই মঙ্গোলীয় লোকসকলৰ বেছিভাগেই সম্প্ৰতি বঙালী আৰু অসমীয়া জাতিৰ অঙ্গীভূত হৈছে আৰু হব ধৰিছে।



কিৰাত বা মঙ্গোলীয় মানুহৰ ভাৰতলৈ আগমন সম্ভৱতঃ আৰ্য্য-সকলৰ আগতে হৈছিল। শুক্ল যজুৰ্ব্বেদ (৩০।১৬)ত পৰ্ব্বত-গুহাবাসী কিৰাতসকলৰ প্ৰথম উল্লেখ পোৱা যায়; বোধহয় খৃষ্টপূৰ্ব্ব ১০০০ বছৰৰ আগতেই ইবিলাকৰ কিছুমান গোত্ৰ বা গোষ্ঠীয়ে পূৰ্ব্ব-হিমাচলৰ সানুদেশত প্ৰথমতে বসতি কৰিবলৈ লয়হি। মহাভাৰত আৰু মনু-সংহিতাত পৰ্ব্বতবাসী কিৰাতসকলৰ কথা আছে। গ্ৰীক লেখকসকলেও খৃষ্টজন্মৰ ওচৰা ওচৰি সময়ত kirrbadoi নামে উল্লেখ কৰি কৈছে যে কিৰাতসকল উত্তৰ-পূব ভাৰতৰ পৰ্ব্বতাঞ্চলত বাস কৰিছিল।

ভাৰতীয় সভ্যতালৈ আৰ্য্য, দ্ৰাবিড় আৰু নিষাদ বা দাক্ষিণ জাতি-ত্ৰয়ৰপৰা অহা উপাদানৰ বিষয়ে বিচাৰ, আলোচনা আৰু সিদ্ধান্ত হৈছে; কিন্তু কিৰাত বা মঙ্গোল জাতিৰদ্বাৰা পূব ভাৰতৰ ভাৰতীয় সভ্যতা কি-ভাৱে প্ৰভাৱিত হৈছে, কি বিশিষ্টতা লাভ কৰিছে সেই বিচাৰ বা আলো-চনা এতিয়াও হোৱা নাই—সিদ্ধান্তত উপনীত হোৱাটো দূৰৰ কথা। উত্তৰ-পূব আৰু পূব ভাৰতত হিন্দু সংস্কৃতিৰ কি অভিনৱ আৰু স্বতন্ত্ৰ বিকাশ ঘটিছিল সেই সম্বন্ধে আমি বিশেষকৈ শিক্ষিত অসমীয়াসকল এতিয়াও সচেতন হোৱা নাই। অসমৰ আৰু উত্তৰ-পূব বঙ্গৰ হিন্দু তান্ত্ৰিক বা শাক্ত ধৰ্ম্মৰ, বৈষ্ণৱ ধৰ্ম্মৰ আৰু গ্ৰাম্য লোকধৰ্ম্মৰ আৰু লোকবিশ্বাসৰ যি বিকাশ দেখা যায়, এই প্ৰদেশৰ হিন্দু আৰু মুছলমান তীৰ্থসমূহৰ পটভূমিত যি অধুনালুপ্ত প্ৰাগ্-হিন্দুধৰ্ম্ম-জগতৰ ইঙ্গিত আমাৰ চকুত পৰে, সেইবোৰ বিষয় এতিয়াও গৱেষণাৰ ক্ষেত্ৰ হৈ উঠা নাই। এই অঞ্চললৈ নৱাগত আৰু বৰ্ত্তমান কালৰ স্থানীয় অধিবাসীসকলৰ বুকুত জাহ যোৱা ভোট-চীনভাষী আহোম, কুকি, নগা আৰু মন-খ্মেৰভাষী খাছীয়াসকলৰ বৈশিষ্ট্য—তেওঁলোকৰ আধ্যাত্মিক আৰু মানসিক প্ৰকৃতি বা ধৰ্ম্মপ্ৰৱণতা—স্থানীয়, অৰ্থাৎ অসম আৰু উত্তৰ-পূব বঙ্গৰ জনসাধাৰণৰ জীৱন আৰু ইতিহাসত যে প্ৰতিফলিত হব তাত সন্দেহ নাই। ভোট-চীন আৰু মন-খ্মেৰভাষী এই মঙ্গোলজাতীয় মানুহৰ চৰিত্ৰত যিবোৰ বিশিষ্ট গুণ আছে, সাধাৰণভাৱে সেইবোৰ গুণৰ নিৰ্দ্ধাৰণ বা নিৰ্ণয় কৰাটো কঠিন কাম, অৱশ্যে সাহস আৰু স্বাধীনতা প্ৰিয়তা, আত্মনিৰ্ভৰ-শীলতা আৰু কৰ্ম্মপ্ৰাণতা আৰু তাৰে লগতে উদ্ভাৱনী কল্পনা আৰু

চিত্তপ্ৰফুল্লতা--এটা সদানন্দ ভাব—এওঁলোকৰ গোটাদিয়েক লক্ষণীয় সদগুণ আৰু সৰল বিশ্বাস প্ৰৱণতা (ভাবুকতা বা ভাবপ্ৰৱণতা নহয়), পশু আৰু মানুহ উভয় সম্পৰ্কে নিঠুৰতা (কোনো কোনো ক্ষেত্ৰত বৰ্ব্বৰ-সদৃশ নিঠুৰতা) ইবিলাকৰ এটা অৱগুণ যেন লাগে। মুঠতে, মঙ্গোল-জাতীয় মানুহ (চীনদেশৰ বাহিৰে) বেছিভাগেই কৃতকৰ্ম্মা, ভাবুক বা চিন্তাশীল নহয়। জগৎপ্ৰপঞ্চ সম্বন্ধে এওঁলোকৰ প্ৰণিধান উপকূৱা, গভীৰ নহয়, এওঁলোক তথ্যপ্ৰিয়, তত্ত্বজিজ্ঞাসু নহয়। সম্ভৱতঃ এতিয়াৰে-পৰা তিনি হেজাৰ বছৰ পূৰ্ব্বে যেতিয়া পূব-ভাৰতৰ ইতিহাসত এই মঙ্গোল জাতিৰ মানুহৰ আগমন হ'ল, (ভাৰতলৈ এওঁলোকৰ আগমন সম্ভৱতঃ আৰু আগতে হৈছিল) আৰু মিশ্ৰ হিন্দু বা ভাৰতীয় জাতিত পৰিণত হবলৈ আৰম্ভ কৰিলে, তেতিয়াৰেপৰাই এই বুৰঞ্জীত তেওঁ-লোকৰ ছাপ পৰিল। উত্তৰ-পূব বঙ্গ আৰু অসম সম্বন্ধে এটা কথা লক্ষ্য কৰিবলগীয়া, যে বিদেশাগত তুৰ্কী আৰু উত্তৰভাৰতীয় মুছলমান আক্ৰমণকাৰীসকলক এই অঞ্চলৰ মঙ্গোলজাতীয় লোকে যিমান বাধা দিছে, ভাৰতৰ আন বহু অঞ্চলৰ লোকে সিমানে, হয়তো তাতোকৈ বেছি বাধা দিছে ; কিন্তু আন অঞ্চলৰ লোকসকলে এই আক্ৰমণকাৰীহঁতক প্ৰতিৰোধ কৰিব পৰা নাই। দিল্লীৰপৰা বিজাপুৰ যিমান দূৰ, কোচ-বিহাৰ, গুৱাহাটী বা ত্ৰিপুৰা তাতকৈ বেছি দূৰত নহয় ; আৰু মুছলমান ৰাজশক্তিৰ কেন্দ্ৰ বঙ্গদেশৰ গৌড় আৰু ঢাকা নগৰৰপৰা এই প্ৰদেশসমূহ বৰ দূৰৈতো নহয়। ইয়াত অৱশ্যে উত্তৰ আৰু দক্ষিণ ভাৰতৰ পঞ্জাবী হিন্দু, ৰাজপুত আৰু অন্যান্য যুদ্ধপ্ৰিয় সম্প্ৰদায়সমূহ, মাৰাঠী, তেলেগু আৰু কানাড়ীসকলৰ শৌৰ্য্যৰ অমৰ্য্যাদা নাই। বঙ্গদেশৰ স্বাধীনতা অপহৰণ কৰিবলৈ যিসকল আহিছিল সিবিলাকক ব্যাহত কৰিবলৈ দেশৰ ভৌগোলিক অৱস্থান আৰু জলবায়ু এই দুটি ইন্ধনে নিঃসন্দেহে যথেষ্ট সহায় কৰিছিল। বিদেশী শত্ৰুবদ্বাৰা ৰুছদেশ আক্ৰমিত হওঁতে এজন ৰুছ সম্ৰাটে মন্তব্য কৰিছিল—ৰুছদেশৰ দুজনা অজেয় সেনাপতি আছে, সেনাপতি জানুৱাৰী আৰু সেনাপতি ফেব্ৰুৱাৰী, অৰ্থাৎ ৰুছ-দেশৰ ভীষণ শীত--অনুৰূপ মন্তব্য বঙ্গ আৰু অসম সম্বন্ধেও কৰিব পৰা যায়। আমাৰ এই পূৰ্ব্বাঞ্চলৰ দুজনা অজেয় সেনাপতি--আহাৰ আৰু



শাওণ, বাৰিষাৰ দুটা মাহে বহুবাৰ বিদেশী আক্ৰমণকাৰীসকলক ব্যৰ্থ কৰিছে। আকবৰ বাদছাহৰ কালতেই কোচবিহাৰৰ মহাৰাজ নৰ-নাৰায়ণ আৰু তেওঁৰ ভায়েক শুক্লধ্বজ বা চিলাৰায়ে পূব-ভাৰতত হিমা-লয়ৰ পাদদেশৰপৰা চট্টগ্ৰাম পৰ্য্যন্ত বিশাল স্বাধীন হিন্দুৰাজ্য প্ৰতিষ্ঠা কৰিছিল। সমগ্ৰ অসম কেতিয়াও তুৰ্কী বা ভাৰতীয় মুছলমানৰ হাতত পৰাজিত হোৱা নাই। শ্ৰীহট্ট বিজিত হলেও পাৰ্ব্বত্য ত্ৰিপুৰা চিৰ স্বাধীন আছিল ; অসম আৰু ত্ৰিপুৰাই প্ৰতিটো আক্ৰমণতে আত্মৰক্ষা কৰিছে ; কৌশল আৰু শৌৰ্য্যেৰে যুদ্ধ কৰি এই বিদেশীবোৰক খেদি পঠাইছে। ইয়াৰ উপৰি, মোগলৰ উত্তৰ বঙ্গ জয় আছিল নামত, সিবিলাকৰ অধিকাৰ আছিল পৰোক্ষ, তেওঁলোকে প্ৰায় স্বাধীন জমিদাৰৰ যোগেদি নিজৰ ক্ষমতা পৰিচালনা কৰিবলৈ চেষ্টা কৰিছিল। খৃষ্টীয় দশম শতকত তুৰ্কীসকলৰ আগমণৰ আগতে উত্তৰ বঙ্গত 'কম্বোজ' জাতিৰ ৰজাসকলে এসময়ত হিন্দুভাৱে অনুপ্ৰাণিত স্বাধীন ৰাজ্য স্থাপন কৰিছিল। বোধহয় এই 'কম্বোজ' জাতি 'কওচ' বা 'কোঁচ' অথবা 'কোচ'হে। এই কোচসকল ভোট-চীন জাতিৰ ভোট-ব্ৰহ্ম শাখাৰ অন্তৰ্গত বিৰাট বড় বা বড়ো ভাষী উপজাতিৰ অন্তৰ্ভুক্ত আছিল ; বৰ্ত্তমান ইবিলাক বঙ্গভাষী আৰু হিন্দু (অথবা মুছলমান) হৈ গৈছে। খৃষ্টীয় ১১৯৮ চনত বখ্‌তিয়াৰ খিলিজিৰ অধীনত তুৰ্কীসকলে প্ৰথম অসম আক্ৰমণ কৰে—উত্তৰ বঙ্গ আৰু অসমৰ ভোট-চীন বড়োজাতীয় কোচ আৰু মেচৰ সৈতে তুৰ্কীবোৰৰ সংঘৰ্ষ হয়। মুছলমান ঐতিহাসিকসকলে উল্লেখ কৰি গৈছে যে এই কোচ আৰু মেচবোৰ চেহেৰাত মঙ্গোল জাতিৰে আন শাখা তুৰ্কীবোৰৰ দৰেই আছিল। প্ৰথম আক্ৰমণত বখ্‌তিয়াৰৰ তুৰ্কীদল পৰাজিত আৰু বিপৰ্য্যস্ত অসমৰ হৈ কথমপি বিৰাট বাহিনীটোৰ মুষ্টিমেয় লোক লৈ উভতি যায়। এই ঘটনাৰ পিছত প্ৰায় দহ-বাৰবাৰ উত্তৰ বঙ্গ আৰু অসম বঙ্গদেশৰ মুছলমান চুলতানবদ্বাৰা আৰু পিছত মোগল সম্ৰাট জাহাঙ্গীৰ আৰু আওৰংজেৱৰ সৈন্যবাহিনীয়ো আক্ৰান্ত হয়। তুৰ্কী আৰু পিছলৈ বঙালী আৰু ৰাজপুত সৈন্যৰে মোগল মুছলমানসকল দুই এবাৰ অসমৰ ভিতৰলৈ সোমায় হয়, কিন্তু শেষত ১৬৮১ চনত অসমৰ আহোম ৰজা স্বৰ্গদেৱ গদাধৰ সিংহ (চু-পাৎ-ফা)ৰদ্বাৰা এই

বিদেশীহঁত বিতাৰিত হয় । ত্রিপুৰাৰ ইতিহাসত পোৱা যায় যে ত্রিপুৰাৰ ৰজাসকলে (বিশেষকৈ পঞ্চদশ শতিকাৰ আৰম্ভণীতে মহাৰাজ ধন্যমাণিকাই) এহাতে আৰাকানৰ মানবোৰৰ বিৰুদ্ধে আৰু আনহাতে বঙ্গদেশৰ মুছলমান চুলতান আৰু মোগল বাদচাহৰ বিৰুদ্ধে কৃতিত্বেৰে যুদ্ধ কৰিছিল । কবি সত্যেন্দ্রনাথৰ বঙালীসকলৰ প্রতি সগৰ্ব্ব উক্তি--"একহাতে মোৰা মগেৰে ৰুখেছি, মোগলেৰ অন্যহাতে"--ত্রিপুৰা সম্বন্ধে বিশেষভাৱে প্রযোজ্য । মহাৰাজ ধন্যমাণিক্যৰ কুকিজাতীয় সেনাপতি ৰায় চয়চাগে অদ্ভুত যুদ্ধ-কৌশল দেখুৱাই ত্রিপুৰা আক্রমণকাৰী বঙ্গৰ মুছলমান চুলতান হোছেন চাহৰ সেনাবাহিনীক পৰাজিত কৰি খেদি পঠায় । আকবৰৰ সময়ত ত্রিপুৰাৰ মহাৰাজা বিজয়মাণিক্যই (১৫৩৫-১৫৮৩) মুছলমান বঙালীৰ অধীনস্থ শ্রীহট্ট, খাছীয়াৰ জয়ন্তীয়া ৰাজ্য জয় কৰে আৰু বঙ্গৰ শেষ পাঠান চুলতানৰ লগতো এওঁ যুদ্ধ কৰে । গৃহবিবাদৰ ফলত ত্রিপুৰাৰ ৰজাসকল দুৰ্ব্বল হৈ পৰে, কিন্তু পাৰ্ব্বত্য ত্রিপুৰাই সদায় বিদেশীৰ কবলৰপৰা আত্মৰক্ষা কৰি আহিছে ।

১৪১৭ খৃষ্টাব্দত উত্তৰ বঙ্গৰ ৰজা বা জমিদাৰ কাঁস অৰ্থাৎ কংসই দেশখনৰ সুপ্রতিষ্ঠিত মুছলমান ৰাজবংশ উচ্ছেদ কৰি স্বাধীন হিন্দুৰাজ্য প্রতিষ্ঠা কৰি নিজৰ নামত হিন্দুমুদ্রা প্রচাৰ কৰে । তুৰ্কীসকলৰ জয়লাভৰ পিছত উত্তৰ ভাৰতৰ কোনো হিন্দু ৰজাই এনে কাম কৰিবলৈ সাহস কৰিব পৰা নাছিল । এওঁৰ নামত কিছুমান ৰূপৰ মুদ্রা পোৱা গৈছে । স্বাধীন হিন্দু ৰাজ্য স্থাপন কৰি নতুনকৈ লোৱা নাম মুদ্রাবোৰৰ এপিঠিত বঙলা আখৰেৰে লিখা আছে--"শ্রীশ্রীদনুজমৰ্দনদেৱস্য" আৰু আনটো পিঠিত "শ্রীচণ্ডীচৰণপৰায়ণস্য", তাৰিখ দিয়া হৈছে শকাব্দত আৰু টকাশালৰ নাম পাণ্ডুনগৰ বা পাণ্ডুৱা, সপ্তগ্রাম বা সাতগাঁ বা চট্টগ্রাম। টকাশালবোৰৰ নামৰপৰাই ধৰিব পাৰি যে সমগ্র বঙ্গদেশ জুৰি এওঁৰ ক্ষমতা বিস্তৃত হয় । এওঁৰ পিছত সম্ভৱতঃ পুতেক মহেন্দ্রদেৱ ৰজা হয় । মহেন্দ্রদেৱৰো অনুৰূপ ৰূপৰ মুদ্রা পোৱা গৈছে । তাৰ পিছত তেওঁৰে এইজন পুতেক নাইবা আন এজন পুতেকে মুছলমান হৈ জালালুদ্দিন নাম গ্রহণ কৰে আৰু নতুনকৈ পুনঃস্থাপিত হিন্দুৰাজ্যখনৰ অৱসান হয় । কিন্তু এটা কথা লক্ষ্য কৰিবলগীয়া যে বিদেশী ৰজাৰ শাসনৰ



পৰা মুক্তি লাভৰ প্রচেষ্টা উত্তৰ বঙ্গতেই সংঘটিত হৈছিল আৰু হয়তো স্বাধীনতাৰ এই যুদ্ধত উত্তৰ বঙ্গৰ দুৰ্দ্ধৰ্ষ আৰু শক্তিমান ভোট-চীন বংশসম্ভূত হিন্দু প্রজাসকলৰেই কৃতিত্ব আছিল অধিক । কোচ আৰু বড়োজাতীয় পৰাক্রমী পাইক বা পদাতিক সৈন্যসকলে বৰ্মাবৃত অশ্বাৰোহী তুৰ্কী মুছলমান সেনাক পৰাজিত কৰিছিল । দমুজমৰ্দনদেৱৰ সম্পূৰ্ণ আৰু সঠিক পৰিচয় পোৱা হোৱা নাই । কোনোৱে এওঁক বাৰেন্দ্র ব্রাহ্মণ আৰু কোনোৱে কায়স্থহে আছিল বুলি মত পোষণ কৰে । হয়তো এওঁ পৰৱৰ্ত্তী কালৰ কোচ ৰজাসকলৰ দৰে উত্তৰ বঙ্গৰ হিন্দু কোচবংশীয়হে আছিল । এই বিষয়ে আৰু অনুসন্ধানৰ আৱশ্যক ।

ভোট-চীন মঙ্গোল জাতীয় যিবোৰ উপজাতিয়ে পূব ভাৰতত (অসম আৰু বঙ্গত) বসতি কৰিবলৈ লয়, সেইবোৰৰ বেছিভাগেই আছিল বড়ো শ্রেণী বা গোষ্ঠী বা উপজাতিৰ । তুৰ্কীসকলৰ আক্রমণৰ আগতে খৃষ্টীয় দশম শতিকাত সম্ভৱতঃ এওঁলোকৰে অভিজাত সম্প্রদায়টোৱে হিন্দু ধৰ্ম্মৰ অনুপ্রেৰণাত উত্তৰ বঙ্গ (বাৰেন্দ্র ভূমিত)ত 'কম্বোজ' ৰাজ্য স্থাপন কৰিছিল । এই সম্প্রদায়ৰ ৰজাসকলেই খৃষ্টীয় বাৰ-তেৰ শতিকাত ব্রহ্মপুত্র উপত্যকাত ৰাজত্ব কৰিছিল আৰু সেই সময়তেই তুৰ্কীসকলক পৰাজয় কৰে । উত্তৰ বঙ্গৰ কোচ (নাৰায়ণী) ৰাজবংশ, ত্রিপুৰাৰ মাণিক্য ৰাজবংশ, কাচাৰৰ হিড়িম্বা ৰাজবংশ, পূব অসমৰ চুটিয়া ৰাজবংশ--এই সকলো ৰজাৰে প্রজা আৰু যোদ্ধাৰ বেছি ভাগ আছিল বড়ো উপজাতীয় লোক । ১২২৮ চনত ৰজা আৰু অভিজাত বংশৰ নেতৃত্বত ব্রহ্মদেশৰপৰা পাটকাই পৰ্ব্বত অতিক্রম কৰি অসম বা আহোম জাতিৰ লোক পূব অসমত সোমাই দেশৰ বড়ো আৰু আন মিশ্র দক্ষিণ আৰু দ্রাবিড় জাতীয় হিন্দু বা হিন্দুভাৱাপন্ন লোকসকলক জয় কৰে আৰু পূব অসমত আহোম ৰাজ্য স্থাপন কৰে । ক্রমে ক্রমে সমগ্র ব্রহ্মপুত্র উপত্যকাতে আহোম অধিকাৰ বিস্তৃত হয়--আহোম বা অহমসকলৰ নাম অনুসৰি সমগ্র ব্রহ্মপুত্র উপত্যকাৰ নাম হয় 'অসম' । এই আহোম সকল ভোট-চীনিসকলৰ দৈ ( Dai ), বা থাই ( Thai ) শাখাৰ । ইবিলাকৰ লগত ঘনিষ্ঠভাৱে সংযুক্ত জাতি হৈছে শ্যামদেশৰ থাই বা শ্যামী, ব্রহ্মদেশৰ শান (Sha) আৰু ইন্দোচীনৰ লাও ( Lao ) জাতি ।।

আহোমসকল বৰ সাহসী আৰু সৈনিক গুণযুক্ত জাতি আছিল আৰু তেওঁলোকৰ আক্ৰমণত অসম আৰু পূব ভাৰতৰ ক্ষাত্ৰশক্তিৰ বিশেষ প্ৰাবল্য ঘটে। তেওঁলোক নিজ দেশ উত্তৰ ব্ৰহ্ম আৰু শ্যাম দেশত হিন্দু সভ্যতাৰ সংস্পৰ্শত আহে, কম্বোডীয় বা খ্‌মেৰ আৰু শ্যামী জাতিৰ যোগেদি ভাৰতীয় লিপিবিদ্যাৰ সৈতে পৰিচিত হয় আৰু সম্ভৱতঃ অসমলৈ আহি ব্ৰাহ্মণসকলৰ সহায়তাত হিন্দু দেৱতাৰ সৈতে তেওঁলোকৰ আপোন দেৱতাসকলৰ এক সমীকৰণ কৰে--যেনে 'চাওফা' অৰ্থাৎ স্বৰ্গদেৱ বা ইন্দ্ৰ, 'জাচি-ফা' অৰ্থাৎ সৰস্বতী, 'লাউ-খ' অৰ্থাৎ বিশ্বকৰ্মা, 'লুঙ-চাই-নেং' অৰ্থাৎ বায়ু, 'খান্-ফাম্-ফা-ফা' অৰ্থাৎ আদ্যাশক্তি, 'খুন্-তুন্-ফা' অৰ্থাৎ চন্দ্ৰদেৱ, 'খন্-বান্‌ফা' অৰ্থাৎ সূৰ্য্যদেৱ ইত্যাদি। আহোম ৰজাসকল তেওঁলোকৰ হিন্দু প্ৰজাবোৰৰ আগত তেওঁলোক 'ইন্দ্ৰবংশী ৰজা' বুলি পৰিচিত হয়। কিন্তু তেওঁলোকৰ নিজস্ব লোকবিশ্বাস, নিজস্ব ধৰ্ম্মানুষ্ঠান, পূজা-পদ্ধতি, 'দেওধাই' নামৰ নিজা পুৰোহিত সম্প্ৰদায়, কাল-গণনাৰ নিজা পদ্ধতি, নিজৰ ভাষা আৰু বৰ্ণমালা কেবাশ বছৰ ধৰি--১২২৮ চনৰপৰা আনুমানিক ১৬৫০-১৭০০ চন পৰ্য্যন্ত বলবত ৰাখে। ইবিলাকৰ আচৰণ আৰু সামাজিক ৰীতি-নীতি হিন্দুধৰ্ম্ম গ্ৰহণৰ পিছতো কোনো কোনো বিষয়ত লক্ষণীয়ৰূপে অহিন্দুয়েই থাকি যায়। অষ্টাদশ শতাব্দীৰ শেষলৈকে ৰজাসকলৰ নামকৰণ আহোম ভাষাতেই হয়, যেনে 'চুকাফা, তেও-খম্-থি, চু-ডাঙ্-ফা, চু-গিম্-ফা' ইত্যাদি। ১৪৯৭ চনৰপৰা ৰজাসকলে একোটাকৈ অসমীয়া ভাষাৰ উপনাম গ্ৰহণ কৰে, যেনে 'খোৰা ৰজা, ভগা ৰজা, নৰীয়া ৰজা, ল'ৰা ৰজা' ইত্যাদি। তাৰ উপৰি আহোম ৰজা চু-তাম-লা (১৬৫০-১৬৬৩)-ই নাম গ্ৰহণৰ ক্ষেত্ৰত সংস্কৃতীয়া ৰীতি প্ৰৱৰ্তন কৰে আৰু তেওঁ নিজে 'জয়ধ্বজ সিংহ' নাম গ্ৰহণ কৰে। অসমত মোগল শাসন বিলোপকাৰী চু-পাৎ-ফা বা গদাধৰ সিংহই হিন্দুধৰ্ম্মৰ প্ৰতি বিশেষ অনুৰাগ দেখুৱায় বুলিও তেওঁ আছিল বৈষ্ণৱ ধৰ্ম্ম বিদ্বেষী। গদাধৰ সিংহৰ পুত্ৰ চু-খ্ৰুং-ফা বা ৰুদ্ৰ-সিংহই অসমত মোগল অধিকাৰৰ বিলোপ সাধন কৰাই নহয়, কৰতোৱা নদী পৰ্য্যন্ত সমগ্ৰ উত্তৰ বঙ্গ অসমৰ সীমান্ত বুলি দাবী কৰি বঙ্গৰ মোগল চুবেদাৰৰ বিৰুদ্ধে যুদ্ধ কৰিবলৈ ঢাকা অভিমুখে অভিযান চলায়, কিন্তু বাটতে তেওঁ স্বৰ্গী হয়।



আহোমসকলৰ পূৰ্ব্বে ষোড়শ শতিকাত কোচৰজা মল্লদেৱ নৰনাৰায়ণ সিংহ অসমত বিশেষভাৱে শক্তিশালী হয়। তেওঁ ভায়েকৰ সৈতে লগ লাগি আহোমসকলক পৰাজয় কৰে ; কাচাৰ আৰু জয়ন্তীয়া ৰাজ্য জয় কৰে ; আৰু আনকি, ত্ৰিপুৰাও জয় কৰে--অৱশ্যে এই কথাৰ ত্ৰিপুৰাৰ বুৰঞ্জীত উল্লেখ নাই। মহাৰাজ নৰনাৰায়ণ আৰু তেওঁৰ সহোদৰ শুক্লধ্বজ (চিলাৰায়)ৰ যত্নত ১৫৬৫ চনত কামাখ্যা দেৱীৰ বৰ্ত্তমান শিলৰ মন্দিৰ নিৰ্ম্মিত হয়। হিন্দুসংস্কৃতি আৰু সংস্কৃত বিদ্যা নিজৰ প্ৰজাসমূহৰ মাজত সুপ্ৰতিষ্ঠিত কৰিবলৈ কোচ ৰজাসকল বিশেষ যত্নবান আছিল, কিন্তু তেওঁলোকৰ কোনোজনেই সাংস্কৃতিক আৰু ৰাজনৈতিক দূৰদৃষ্টিৰ পৰিচয় দিব পৰা নাছিল। নৰনাৰায়ণৰ মৃত্যুৰ পিছত তেওঁৰ বিশাল সাম্ৰাজ্য পুত্ৰ লক্ষ্মীনাৰায়ণ আৰু ভতিজাক (চিলাৰায়ৰ পুত্ৰ) ৰঘুদেৱ নাৰায়ণৰ মাজত বিভক্ত হয়। ইয়াৰ পিছত কোচ জাতিৰ ৰাজগৌৰৱ পূৰ্ব্বৰ অৱস্থালৈ আৰু উন্নীত হব নোৱাৰিলে।

কোচবিহাৰ, অসম (ব্ৰহ্মপুত্ৰ উপত্যকাৰ), কাচাৰ, জয়ন্তীয়া, শ্ৰীহট্ট আৰু ত্ৰিপুৰাৰ ৰজাসকলৰ ইতিহাস বঙালী,--বিশেষকৈ শিক্ষিত বঙালী সকলৰ মাজত গৌৰৱেৰে আলোচনা কৰাৰ বিষয়। বঙ্গদেশৰ মধ্যযুগৰ ইতিহাসৰ সৈতে জড়িত বুলিয়ে অসমৰ বুৰঞ্জীত বঙালী ছাত্ৰসকলৰ পাঠ্য হোৱা উচিত। আকৌ কোচবিহাৰ, কাচাৰ, শ্ৰীহট্ট আৰু ত্ৰিপুৰাৰ বুৰঞ্জীতো বঙ্গৰ বুৰঞ্জীৰেই অংশ। কিন্তু দুঃখৰ বিষয়, বৰ্ত্তমানলৈকে এই বিষয়ৰ প্ৰাথমিক আৰু সুলভ পুথি তেনেকৈ পাবলৈ নাই। অৱশ্যে স্বৰ্গীয় ৰায়বাহাদুৰ ডঃ দীনেশ চন্দ্ৰ সেন ডাঙৰীয়াৰ দুখগুত প্ৰকাশিত 'বাঙ্গালাৰ ইতিহাস ও সংস্কৃতি' বিষয়ক গ্ৰন্থ 'বৃহৎ বঙ্গ' (কলিকতা বিশ্ববিদ্যালয়, বঙ্গাব্দ ১৩৪২) পুথিৰ শেষৰ পিনে অতি মনোজ্ঞভাৱে লিখিত এই ইতিহাসৰ সাৰ সঙ্কলন পোৱা যায়। কোচবিহাৰৰ বুৰঞ্জী সম্পৰ্কে দুখন উল্লেখযোগ্য পুথি আছে, দুয়োখনিয়েই কোচবিহাৰ চৰ-কাৰৰদ্বাৰা প্ৰকাশিত। ইয়াৰে এখন হৈছে হৰেন্দ্ৰনাৰায়ণ চৌধুৰী বি-এল দেৱৰ সঙ্কলিত 'The Cooch Behar and its Land Revenue Settlement,' Cooch Behar, 1903 (৭০০ পৃষ্ঠাৰো অধিক বিৰাট গ্ৰন্থখনৰ ইতিহাস অংশ ২০১ পৃষ্ঠাৰপৰা ২৮৭ পৃষ্ঠালৈকে জোৰা, আৰু এই অংশত থকা মহাৰাজ নৰনাৰায়ণৰ সাম্ৰাজ্যৰ মানচিত্ৰ

লক্ষণীয়), আৰু আনখন হৈছে খাঁ চৌধুৰী আমানতউল্লা আহমদ চাহাবৰদ্বাৰা সঙ্কলিত "কোচবিহাৰেৰ ইতিহাস, প্ৰথম খণ্ড", কোচবিহাৰ ৰাজশক ৪২৬=১৯৩৬ চনত প্ৰকাশিত (৪৫৫ + ৩ পৃষ্ঠা) । চৌধুৰী আমানতউল্লা খাঁ চাহাবৰ গ্ৰন্থখনি বুৰঞ্জী হিচাপে বিশেষ উপযোগী আৰু সুলিখিত । ত্ৰিপুৰাৰ বুৰঞ্জীৰ মুখ্য আধাৰ হৈছে বঙলা গদ্যত ৰচিত 'ৰাজমালা' গ্ৰন্থ—খৃষ্টীয় পঞ্চদশ শতিকাৰ আৰম্ভণিৰপৰা ধাৰাবাহিকভাৱে উনবিংশ শতিকাৰ প্ৰাৰম্ভ পৰ্য্যন্ত ৰাজন্যবৰ্গৰ পৃষ্ঠপোষকতাত এই পুথি ৰচিত হয় । এই পুথিৰ ঐতিহাসিক মূল্য বিচাৰ্য্য বিষয় । ৰাজমালাৰ আধাৰৰ বহু পূৰ্ব্বে কৈলাস চন্দ্ৰ সিংহ ডাঙৰীয়াই ত্ৰিপুৰাৰ বুৰঞ্জী 'ৰাজমালা' নাম দি প্ৰণয়ন কৰে । সমগ্ৰ ৰাজমালা পণ্ডিত চন্দ্ৰোদয় বিদ্যাবিনোদৰদ্বাৰা সম্পাদিত হৈ ত্ৰিপুৰাৰ মহাৰাজ ৰাধাকিশোৰ মাণিক্যৰ পৃষ্ঠপোষকতাত প্ৰথম প্ৰকাশিত হয়। তাৰ পিছত টীকা-টিপ্পনীসহ এই নতুন গ্ৰন্থৰ ছয় 'লহৰ'ৰ বুকৰ তিনি 'লহৰ' স্বৰ্গীয় কালীপ্ৰসন্ন বিদ্যাভূষণ ডাঙৰীয়াৰদ্বাৰা সম্পাদিত হৈ এটি অতি সৌষ্ঠৱময় ৰাজসংস্কৰণৰূপে প্ৰকাশিত হয় । অৱশিষ্ট অংশ তেওঁ প্ৰকাশ কৰিব নোৱাৰিলে । বিদ্যাভূষণ মহাশয়ৰ সংস্কৰণৰ ঐতিহাসিক মূল্য বিশেষ নাই ।

একাধিক ক্ষেত্ৰত একদেশদৰ্শী পক্ষপাতদুষ্ট ফাৰ্ছী ইতিহাসৰ বাহিৰে পূব ভাৰতৰ মূল্যবান ইতিহাস হৈছে অসমৰ "বুৰঞ্জী" বা ইতিহাস সাহিত্য । আহোম ৰজাসকলে ব্ৰহ্মদেশৰপৰা অনা তেওঁলোকৰ নিজা ভাষাত বুৰঞ্জী লিখাৰ প্ৰথা অসমত প্ৰবৰ্ত্তন কৰে । এই ইতিহাসক আহোম ভাষাত বু-ৰণ্-জী বোলে । আহোম ভাষাৰ এই বু-ৰণ্-জী শব্দ ('বু'=পুৰণি বা নজনা কথা ; 'ৰণ্'=জনা ; 'জী'=ভাণ্ডাৰ) অসমীয়াত 'ইতিহাস' অৰ্থত সৰ্ব্বজন গৃহীত হৈছে । ভাৰতৰ আৰু আন কোনো ভাষাত এনে ধৰণৰ ঐতিহাসিক সাহিত্য নাই। এই বিষয়ত অসমীয়া ভাষা একক । চন-তাৰিখযুক্ত যথাৰ্থ বুৰঞ্জী লিখাৰ প্ৰথা অসমত আহোম ৰজাসকলেই প্ৰৱৰ্তন কৰে । আহোম ভাষাত বহুতো বুৰঞ্জী আছে, কিন্তু অসমীয়া ভাষা ভাষী লোকসকলৰ মাজত বাস কৰি এই ভাষাৰ অস্তিত্ব অটুট ৰখা আহোমসকলৰ পক্ষে অসম্ভৱ হৈ পৰে



আৰু উনবিংশ শতিকাৰ ভিতৰতে ই লুপ্ত হয় । দেওধাই বা পুৰোহিত শ্ৰেণীৰ লোকসকলে এই ভাষা কিছু কিছু জানিছিল যদিও এতিয়া আৰু আহোম ভাষা জনা লোক নাই বুলিবই পাৰি । পোনতে আহোম ভাষাতে বুৰঞ্জী ৰচিত হৈছিল ; ইংৰাজ সাহিত্যানুৰাগীসকলৰ চেষ্টাত খনদিয়েক আহোম ভাষাৰ বুৰঞ্জী ইংৰাজী অনুবাদসহ মূল আহোম আখৰেৰে প্ৰকাশিত হৈছে । আহোম ৰাজসভা আৰু ৰাজবংশত আৰ্য্য অসমীয়া ভাষা প্ৰতিষ্ঠা হোৱাৰ লগে লগে খৃষ্টীয় সপ্তদশ শতিকাৰপৰা অসমীয়া ভাষাতো বুৰঞ্জী ৰচনা হবলৈ ধৰে । অসমীয়াত ৰচিত কেবাখনো বুৰঞ্জী পোৱা গৈছে । সুখৰ বিষয় অসমীয়া ভাষাত ৰচিত বুৰঞ্জীসমূহ অসম চৰকাৰৰ বুৰঞ্জী আৰু প্ৰত্নতত্ত্ব বিভাগৰ পৃষ্ঠপোষকতাত অসমৰ সুবিখ্যাত কবি আৰু সাহিত্যিক, গুৱাহাটীৰ কটন কলেজৰ অধ্যাপক আৰু অধ্যক্ষ বন্ধুবৰ স্বৰ্গীয় সূৰ্য্যকুমাৰ ভূঞা এম-এ, বি-এল (কলিকতা), পি-এইচ্-ডি (লণ্ডন), ৰায়বাহাদুৰৰদ্বাৰা সম্পাদিত হৈ (আৰু দুই এঠাইত ইংৰাজীলৈ অনূদিত হৈ) প্ৰকাশিত হৈছে । অসমৰ আহোম ৰজাসকলৰ ইতিহাস সম্পৰ্কে, সিবিলাকৰ ৰাজ্য শাসন, সামাজিক আৰু অন্যান্য ৰীতি-নীতি আদি সম্বন্ধে এই বুৰঞ্জীসমূহ একমাত্ৰ প্ৰামাণিক গ্ৰন্থতো হয়েই, তাৰ উপৰি কোচবিহাৰৰ ৰজাসকল সম্বন্ধে, কছাৰী আৰু জয়ন্তীয়া ৰজাসকলৰ বিষয়ে আৰু আনকি ত্ৰিপুৰাৰ ৰজাসকলৰ সম্পৰ্কেও অন্যত্ৰ দুৰ্লভ নানা তথ্য আৰু ইতিহাসৰ কথা এইবোৰ বুৰঞ্জীত পোৱা যায় । অধ্যাপক সূৰ্য্যকুমাৰ ভূঞা ডাঙৰীয়া আৰু আন আন পণ্ডিতমণ্ডলীয়ে ইংৰাজী সংক্ষিপ্ত সাৰসহ এইবোৰ প্ৰকাশ কৰি পূব ভাৰতৰ ইতিহাস আৰু সংস্কৃতি আলোচনাৰ বাবে আমালৈ অমূল্য উপাদান আগবঢ়াইছে । ভূঞা ডাঙৰীয়া আৰু তেখেতৰ সহকৰ্ম্মীসকল ভাৰতৰ ইতিহাস আলোচক প্ৰত্যেক সুধীজনৰে কৃতজ্ঞতাৰ পাত্ৰ ।

১৯৩৮ চনত অধ্যাপক ভূঞাই 'ত্ৰিপুৰা বুৰঞ্জী' নামৰ এখনি মূল্যবান বুৰঞ্জী পুথি প্ৰকাশ কৰে । বঙালী পাঠকসকলৰ দৃষ্টি এই পুথিৰ প্ৰতি প্ৰথম আকৃষ্ট কৰে আমাৰ ভূতপূৰ্ব্ব ছাত্ৰ, কটন কলেজৰ বঙলা ভাষাৰ অধ্যাপক স্নেহাস্পদ শ্ৰীযুক্ত যতীন্দ্ৰ মোহন ভট্টাচাৰ্য্য এম-এই । এওঁ ১৩৫২ বঙলা চনৰ ২৫ ভাদৰ 'আনন্দ বাজাৰ পত্ৰিকা'ত এই সম্বন্ধে

এটি প্ৰবন্ধ লিখে আৰু যতীন বাবুৰ মুখত শুনি মই 'ত্ৰিপুৰা বুৰঞ্জী'ৰ গুৰুত্ব প্ৰথম উপলব্ধি কৰোঁ। ইয়াৰ পিছত যোৱা ১৯৪৬ চনৰ জুলাই মাহত শ্বিলঙত অনুষ্ঠিত 'নিখিল অসম বঙ্গ ভাষা আৰু সাহিত্য সম্মেলন'ত যোগদান দিবলৈ যাওঁতে বন্ধুবৰ ৺ ভুঞাদেৱৰ সৌজন্যত এখন ত্ৰিপুৰা বুৰঞ্জী আৰু খনচেৰেক অন্যান্য বুৰঞ্জী পোৱা হয় আৰু এই বুৰঞ্জীখন পঢ়াৰ সুবিধা পাওঁহক। সূৰ্য্যকুমাৰে নিজস্ব সাহিত্যিক আৰু ঐতিহাসিক দৃষ্টিৰে এই পুথিখনৰ বৈশিষ্ট্য দাঙি ধৰিছে আৰু ভুমিকাত পুথিখনৰ বিষয়ে নিজস্ব বিচাৰ অতি সমীচীনভাৱে কৰিছে। ভ্ৰমণ বৃত্তান্ত হিচাপে সৰল ভাবত বৰ্ণিত অপূৰ্ব্ব ত্ৰিপুৰা বুৰঞ্জীৰ ৰচনা কাল ১৭২৪ খৃষ্টাব্দ। অষ্টাদশ শতিকাৰ প্ৰাৰম্ভত আহোম আৰু ত্ৰিপুৰা ৰাজদৰবাৰৰ বৰ্ণনা-চিত্ৰৰ মাধ্যমত পূব ভাৰতৰ এই দুই হিন্দু ৰাজ বংশৰ ৰীতি-নীতি, তথা বাহ্য সংস্কৃতিৰ সূক্ষ্ম আলেখ্য-ৰচনা হিচাপে ই অমূল্য আৰু সম্পূৰ্ণ নিৰপেক্ষ। ইয়াৰ বাহিৰেও কিছুমান ঐতিহাসিক ঘটনাৰ বস্তুতান্ত্ৰিক আৰু নৈৰ্ব্যক্তিক বৰ্ণনানিপুণতাৰ হেতু ত্ৰিপুৰা বুৰঞ্জীৰ লেখক দুগৰাকীক ধন্যবাদ নিদি নোৱাৰি। কটকী ৰত্নধৰ শৰ্মা আৰু অৰ্জুন দাস বৈৰাগী একাধাৰে উচ্চশ্ৰেণীৰ সাহিত্যিক আৰু সূক্ষ্মদৰ্শক আৰু বৰ্ণনাকুশল ৰচয়িতাৰ সন্মানাৰ্হ।

ত্ৰিপুৰা বুৰঞ্জীত নিতান্ত নিৰপেক্ষভাৱে অসমৰ আহোম ৰজা স্বৰ্গদেৱ ৰুদ্ৰসিংহৰ চিন্তা আৰু সুদূৰ প্ৰসাৰী দেশাত্মবোধ আৰু সংস্কৃতি-মূলক প্ৰচেষ্টাৰ পৰিচয় উদ্‌ঘাটিত হৈছে। এটা প্ৰাচীন গ্ৰীক প্ৰবাদ আছে যে ইলিয়াড মহাকাব্যৰ বীৰ ৰজা আগামেমনোৰ আগতেও বহুজন বাহুবলী ৰজা আছিল, কিন্তু তেওঁলোকৰ বীৰত্বব্যঞ্জক কথা অমৰ কৰি ৰাখিবলৈ হোমাৰ ( Homer ) সদৃশ কবিৰ অভাৱ আছিল, সেয়েই সিবিলাক স্মৃতি পাহৰণিৰ বুকুত লীন গ'ল। ৰুদ্ৰসিংহ স্বৰ্গ-দেৱৰ সমভাৱৰ হয়তো আৰু অনেক ৰজা আছিল কিন্তু ৰত্ন কন্দলী আৰু অৰ্জুন দাসৰ নিচিনাকৈ কোনেও সিবিলাকৰ পৰিচয় দি থৈ যোৱা নাই। যদি কিবা ৰচিত হৈছিলো—হয়তো মহাকালৰ বুকুত জাহ গ'ল। কালৰ বিধান, স্বৰ্গদেৱ ৰুদ্ৰসিংহই যি কবিৰ খুজিছিল সেয়া নহ'ল, তাৰ বাবে হা-হুতাশ কৰিও লাভ নাই। খৃষ্টীয় ষোল, সোতৰ



শতকত নানা ঘাত-প্ৰতিঘাতৰ মাজেদি বিৰোধ আৰু মিলনৰ পথ গছকি হিন্দু আৰু মুছলমান উভয়ৰ মিলনত সৃষ্টি হয় আধুনিক ভাৰতীয় সভ্যতা। ভাৰতৰ ভিতৰত আজিৰ দৰে তাহানিও এই দুই সংস্কৃতিৰ মাজত ক'ৰবাত বৈৰীভাৱ ক'ৰবাত বা মৈত্ৰীভাৱ পৰিলক্ষিত হৈছিল, অনেক ক্ষেত্ৰত বৈৰ আৰু মিত্ৰতা দুয়োগাত গা লগাই চলি আছিল। মুছলমানৰ দ্বাৰা পূৰ্ণভাৱে বিজিত নোহোৱাৰ বাবে আৰু মোগল ৰাজশক্তি তেতিয়াও অপ্ৰতিদ্বন্দ্বী আছিল বুলিয়ে অসম আৰু ত্ৰিপুৰাৰ লোকমানসত মুছলমান সংস্কৃতি আছিল স্বাধীনতা নাশক শত্ৰুৰ দুৰ্ব্বোধ্য বা অবোধ্য কাৰ্য্য আৰু মনোভাৱ। এইখিনিতে কালধৰ্ম্ম আৰু পাৰিপাৰ্শ্বিক অৱস্থাৰ বিচাৰ কৰি চাব লাগিব। ইছলাম সম্বন্ধে, বিশেষতঃ ধ্বংসমূলক আগ্ৰহত ক্ৰিয়াশীল ইছলাম সম্বন্ধে সোমনাথৰ পুৰোহিতসকল, পৃথ্বীৰাজ চৌহান, বিজয় নগৰৰ প্ৰতিষ্ঠাতা বুক্কৰায় আৰু মহাৰাজ কৃষ্ণদেৱ ৰায়, মহাৰাণা সংগ্ৰাম সিংহ আৰু শিখগুৰু গোবিন্দ সিংহৰ যি মনোভাৱ থকা স্বাভা-ৱিক, সম্ৰাট আকবৰৰ পাৰিষদ বীৰবল আৰু ৰজা মানসিংহ, নৱদ্বীপৰ ৰজা কৃষ্ণচন্দ্ৰ আৰু ৰাজা ৰামমোহন ৰায়ৰ, মুছলমান যুগৰ ছুফীমতৰ সৈতে পৰিচিত ফাৰ্ছী পঢ়া শিক্ষিত হিন্দুসকলৰ, ৰামকৃষ্ণ পৰমহংসৰদৰে সাধকৰ আৰু মুছলমান সংস্কৃতি আৰু চিন্তাৰ সৈতে সুপৰিচিত আধুনিক কালৰ সহৃদয় শিক্ষিত হিন্দুসকলৰ মাজত সেই মনোভাৱ ঠিক একে ৰূপত পোৱা নাযায়। সেইদৰে হিন্দু ধৰ্ম্ম আৰু সংস্কৃতি সম্বন্ধে সাধাৰণ অশিক্ষিত তুৰ্কী সৈনিকসকলৰ যি ধাৰণা বা বোধ, নাইবা বিচাৰ আছিল, যি ধাৰণা আছিল চুলতান মাহমুদ গজনীৰ, ওৰঙ্গজেৱ বাদছাহৰ ঐতি-হাসিক বাদায়ুনী প্ৰভৃতিৰ আৰু বৰ্ত্তমানো আধুনিক ভাৰতৰ ৰাজ-নৈতিক দলবিশেষৰ কোনো কোনো মুছলমান নেতাৰ মনত যি ধাৰণা দেখা যায়—সেই ধাৰণা বহু ছুফী সাধকৰ নহয়, আলবেৰুণী, আবুল ফজল আৰু ফয়জীৰ নিচিনা পণ্ডিতৰ নহয়, আকবৰ বাদছাহ আৰু ৰাজকুমাৰ দাৰা ছিকোৰ নহয়, মৌলানা আবুল কালাম আজাদ আৰু আধুনিক যুগৰ অজস্ৰ শিক্ষিত মুছলমানৰ নহয়। ইছলামৰ নামত যিসকলে সাম্প্ৰদায়িক হত্যা আৰু লুণ্ঠন কৰে, সিহঁতে আৰু ইছলামৰ ৰহস্যবাদৰ মাজত নিহিত সংস্কৃতি, ইছলামৰ নাগৰিকতা—এই দুয়োটিয়ে যে বিভিন্ন জগতৰ বস্তু—সেইটো উভয় সম্প্ৰদায়ৰ সুধীসকলে জানে

তথাপি, নিৰ্ম্মল মনেৰে বিচাৰ কৰি চাই যিবোৰক বিদেশী আততায়ী আৰু ধৰ্ম্মদ্বেষী বুলি ঠাৱৰ কৰিব পাৰি, যিয়ে আমাৰ দেশ আৰু দেশবাসীক নিজৰ অধীনলৈ নি আমাৰ ইহকাল আৰু পৰকাল দুয়োকে ধ্বংস কৰিব খোজে—সেই শত্ৰুৰ বিৰুদ্ধে শেষ শক্তিৰে যুঁজিবলৈ যিজনে চেষ্টা কৰে, এই পৰম শত্ৰু দূৰীকৰণত যিজনে দৈহিক শক্তিত বুদ্ধি কৌশল প্ৰয়োগ কৰিব খোজে—সিজনক প্ৰত্যেক নিৰপেক্ষ ব্যক্তিয়েই সজ বুলিব। তেনেকুৱা নিৰপেক্ষ বিচাৰকৰপৰা স্বৰ্গদেৱ ৰুদ্ৰসিংহ প্ৰশংসাৰ পাত্ৰ, আৰু অনুৰূপ অৱস্থাত যদি কোনোবা পৰে তেন্তে তেৱোঁ তেওঁৰ অনুকৰণৰ পাত্ৰ। নিজৰ ধৰ্ম্ম আৰু স্বাধীনতা, সংস্কৃতি আৰু সমাজ—থোৰতে নিজৰ "চোটী-বেটী-ৰোটী"—শিখা বা ধৰ্ম্ম অৰ্থাৎ ছোৱালীৰ সন্মান আৰু অৰ্থনৈতিক জীৱন, যি হিন্দু বা অন্য ধৰ্ম্মৰ মানুহে বিধৰ্ম্মী ধ্বংসকাৰীৰ হাতৰপৰা ৰচাব খোজে, শিৱাজী আৰু ৰুদ্ৰসিংহৰ সদৃশ বীৰ তেওঁলোকৰ নমস্য।

মহাৰাজ ৰুদ্ৰসিংহৰ পিতৃ স্বৰ্গদেৱ গদাধৰ সিংহই জীৱনৰ এছোৱা অতিবাহিত কৰে বহু দুঃখ-কষ্টৰ মাজেদি। এওঁ আহোম ৰাজবংশৰ কোঁৱৰ আছিল আৰু নাম আছিল গদাপাণি। ৰাজসিংহাসনলৈ গদাপাণিৰো দাবী আছিল। খৃষ্টীয় সপ্তদশ শতিকাৰ মাজভাগৰপৰা ৰাজ্যৰ প্ৰধান মন্ত্ৰীসকলৰ মাজত শক্তি পৰিচালনাৰ ষড়যন্ত্ৰ চলিছিল। এওঁলোকে যাকে ইচ্ছা ৰজা পাতি ৰজাৰ নামত নিজৰ অভীষ্ট পূৰণ কৰিছিল। এইৰূপে ১৬৪৯ চনৰপৰা ১৬৭৯ চন—এই ৩০ বছৰৰ ভিতৰত ১১ জন ৰজাই অসমৰ সিংহাসনত আৰোহণ কৰে আৰু তাৰ ভিতৰত জয়ধ্বজ সিংহ (১৬৫৪-১৬৬৩)ৰ ৰাজত্বকালেই দীৰ্ঘতম—ন বছৰ। তেওঁৰ পিছত সাত বছৰ কাল ৰাজত্ব কৰে চক্ৰধ্বজ সিংহই—১৬৬৩ চনৰপৰা ১৬৭০ চনলৈকে। এই ১১ জন ৰজাৰ শেষৰজন আছিল চু-লিক্-ফা ওৰফে ল'ৰা ৰজা। কোঁৱৰ গদাপাণিয়ে এওঁৰ বিৰুদ্ধে বিদ্ৰোহ কৰাৰ আশঙ্কাত অত্যাচাৰী মন্ত্ৰী নিমাতী বৰফুকনে গদাপাণিক বধ কৰাৰ সঙ্কল্প কৰে। গদাপাণিয়ে লাই-লেচাই নামৰ দুই পুত্ৰক লগত লৈ নগা পাহাৰ পায়গৈ আৰু আশ্ৰয় বিচাৰি নানান ঠাইত ঘূৰি ফুৰিবলগীয়া হয়। তেওঁৰ সাধ্বী পত্নী সগৰ্ভা জয়মতী কুঁৱৰীক বন্দী কৰি পলৰীয়া স্বামীৰ সন্ধেদ



উলিয়াবলৈ শত্ৰুপক্ষই নানান নিষ্ঠুৰ অত্যাচাৰ কৰে। নিজৰ প্ৰাণৰ মমতা তুচ্ছ জ্ঞান কৰি গদাপাণিয়ে বন্দী আৰু মৃতপ্ৰায় জয়মতীক দেখা কৰে, কিন্তু ধৰা পৰাৰ আশঙ্কাত স্বামীক চিনি নোপোৱাৰ ভাও জুৰি চকুৰ ইঙ্গিতেৰে গদাপাণিক নিৰাপদ ঠাইলৈ গুচি যাবলৈ অনুৰোধ কৰে। নিৰুপায় গদাপাণিয়ে পত্নীৰ অনুৰোধ ৰক্ষা কৰি সেই ঠাই এৰি যোৱাৰ অলপ পিছতে জয়মতীয়ে শেষ নিশ্বাস ত্যাগ কৰে। সেই সময়ত এহাতে দেশজোৰা অৰাজকতা, আনহাতে বাহিৰত মোগলৰ বিৰুদ্ধে যুদ্ধ চলিছিল। অৱশেষত কেইজনমান সেনাপতি আৰু উচ্চবংশীয় ৰাজপুৰুষে নিমাতী বৰফুকনৰ বিৰুদ্ধে ষড়যন্ত্ৰ কৰি গদাপাণিক ৰজা নিৰ্ব্বাচন কৰে। ১৬৭৯ চনত গদাপাণিয়ে চু-পাৎ-ফা বা "স্বৰ্গদেৱ গদাধৰ সিংহ" নাম লৈ 'ল'ৰাৰজা'ৰ ঠাইত ৰজা হয়।

গদাধৰ সিংহ আৰু তেওঁৰ পুত্ৰ ৰুদ্ৰসিংহ (পূৰ্ব্বৰ নাম লাই)-এই দুজনাৰ আমোলতে আহোম ৰাজশক্তি সৰ্ব্বোচ্চ শিখৰত উঠে। গদাধৰ সিংহ যে অতি যোগ্য পুৰুষ আছিল তাত সন্দেহ নাই। দেশখনৰ নানা স্বাৰ্থপৰতা আৰু নীচতা, বিৰূপ ভাব আৰু ষড়যন্ত্ৰ আৰু বিশ্বাসঘাটকতাৰ বিৰুদ্ধে তেওঁ যুঁজিবলগীয়া হয়; ভৈয়ামৰ অসমীয়া প্ৰজাৰ ওপৰত অত্যাচাৰ কৰাত পৰ্ব্বতীয়া মিৰি আৰু নগাবোৰৰ বিৰুদ্ধেও তেওঁ যুঁজিবলগীয়া হৈছিল। তেওঁৰ পোন্ধৰ বছৰীয়া ৰাজত্বকালৰ আটাইতকৈ গৌৰৱময় কৃতিত্ব হৈছে এই যে গদাধৰে অসমৰ গুৱাহাটী নগৰ আৰু কামৰূপ জিলা মোগলৰ অধীনৰপৰা মুক্ত কৰি নিজৰ অধীনলৈ আনে। গুৱাহাটীত মোগলৰ ভীষণভাৱে পৰাজয় ঘটে আৰু তেওঁলোকৰ প্ৰচুৰ বস্তু—সোণ, ৰূপ, হাতী, ঘোঁৰা, গৰু, ম'হ, নানান আকাৰৰ কামান-বন্দুক, তৰোৱাল, বৰ্শা আৰু আন আন অস্ত্ৰ আহোমৰ হস্তগত হয়। ১৬৮১ চনৰ এই বিজয়ৰ পিছত মোগল শক্তিৰদ্বাৰা আৰু কেতিয়াও অসম আক্ৰান্ত হোৱা নাই।

হিন্দু নাম ললেও গদাধৰ সিংহ সম্পূৰ্ণৰূপে হিন্দু হোৱা নাছিল। তেওঁ যোদ্ধা আছিল আৰু প্ৰকৃতিত আদিম আহোমেই আছিল। অসমৰ ঐতিহাসিক চাৰ এড্ৱাৰ্ড গেইটে ( Sir Edward Gait ) লিখিছে যে গদাধৰে প্ৰচুৰ ভোজন কৰিছিল আৰু মোটা নতুন চাউলৰ

ভাত আৰু পোৱালি গৰুৰ পোৰা মাংস তেওঁৰ প্ৰিয় খাদ্য আছিল। অসমৰ বৈষ্ণৱসকলৰ ওপৰত তেওঁৰ ভীষণ বিদ্বেষ ভাব আছিল, কিয়নো বৈষ্ণৱসকলে অসমৰ জনসাধাৰণৰ ওপৰত বিশেষ প্ৰভাৱ বিস্তাৰ কৰাতো ৰজাৰ সহ্য হোৱা নাছিল। ব্যক্তিগত কাৰণো অৱশ্যে আছিল, যে গদাধৰ ৰজা হোৱাৰ আগতে কিছুমান বৈষ্ণৱ-মহন্ত তেওঁৰ অনুকূলে আছিল। বৈষ্ণৱসকলৰ শিকনিত নিৰামিষাহাৰী হৈ পৰিলে তেওঁৰ প্ৰজাসমূহ সৈন্য হিচাপে অনুপযুক্ত হৈ পৰাৰ আশঙ্কাও গদাধৰ সিংহই কৰিছিল। কিন্তু স্বদেশ অসমৰ পক্ষে উপকাৰক আৰু উপযোগী কিবা পালেই তেওঁ আগ্ৰহেৰে গ্ৰহণ কৰিছিল। বঙ্গ আৰু কোচবিহাৰত প্ৰচলিত মাটিৰ জোখ আৰু খাজনা নিৰ্দ্ধাৰণৰ পদ্ধতি তেওঁ নিজৰ ৰাজ্যতো প্ৰৱৰ্তন কৰে। মৃত্যুৰ পিছত আহোম ৰীতি অনুসৰি আহোমসকলৰ প্ৰাচীন ৰাজধানী চৰাইদেওত তেওঁৰ দেহ সমাহিত হয় আৰু প্ৰত্যেক দিনে তেওঁৰ সমাধিত গাহৰি, কুকুৰা, মাছ আৰু মদৰ নৈবেদ্য স্বৰ্গীয় আত্মাৰ উদ্দেশ্যে অৰ্পিত কৰাৰ ব্যৱস্থা কৰা হয়। শ্ৰাদ্ধ উপলক্ষে আহোমসকলক প্ৰচুৰ পৰিমাণে গাহৰি আৰু ম'হৰ মাংস খুওৱা হয়।

"পিতা গদাৰ মহত্ব, মাতা জয়াৰ সতীত্ব
পুত্ৰ ৰুদ্ৰৰ বীৰত্ব, তিনি অসমৰ বিশেষত্ব ॥"

এনে এটা উক্তি অসমত প্ৰচলিত আছে। ইয়াৰেপৰা অসমীয়া জনগণৰ পিতা, মাতা আৰু পুত্ৰৰ প্ৰতি গভীৰ শ্ৰদ্ধাৰ পৰিচয় পোৱা যায়।

গদাধৰ সিংহৰ পুত্ৰ চু-খ্ৰুং-ফা,—হিন্দুনাম ৰুদ্ৰসিংহ ১৬৯৬ চনত সিংহাসনত আৰোহণ কৰে আৰু ১৭১৪ চনলৈকে ৰাজত্ব কৰে। তেওঁ বৈষ্ণৱসকলৰ ওপৰত থকা সকলো বাধা-নিষেধ প্ৰত্যাহাৰ কৰে আৰু ধৰ্ম্মবিষয়ত বৈষ্ণৱসকলক পূৰ্ণস্বাধীনতা দিয়ে; কিন্তু বৈষ্ণৱসকলৰ আটাইবোৰ সত্ৰ ব্ৰহ্মপুত্ৰৰ মাজত মাজুলিৰ বুকুতেই সীমাবদ্ধ কৰি দিয়ে। অসমৰ জনসাধাৰণ যাতে শিক্ষা আৰু সংস্কৃতিত ভাৰতৰ অন্য অংশসমূহৰ তুল্য হৈ উঠে সেই উদ্দেশ্যে তেওঁ বঙ্গদেশৰপৰা বহু কাৰুশিল্পী, পূৰ্ত্তকাৰ, সংগীতজ্ঞ, বাদক, পণ্ডিত ইত্যাদি অসমলৈ অনায়। তেওঁ বহুতো সংস্কৃত বিদ্যালয় স্থাপন কৰে আৰু অনেক



ব্ৰাহ্মণ বিদ্যাৰ্থী বঙ্গদেশৰ বিখ্যাত সংস্কৃত কেন্দ্ৰসমূহত সংস্কৃত অধ্যয়নৰ বাবে পঠায়। শাক্তমন্ত্ৰত দীক্ষিত হোৱাৰ মনেৰে তেওঁ বঙ্গদেশৰ শান্তিপুৰ অঞ্চলৰ মালিপোতা নিবাসী ব্ৰাহ্মণ কৃষ্ণৰাম ভট্টাচাৰ্য্যক আমন্ত্ৰণ কৰি অসমলৈ আনে আৰু তেওঁ নিজে দীক্ষা গ্ৰহণ কৰিবলৈ নাপালেও নিজৰ পুত্ৰসকলক আৰু সভাৰ সমস্ত ব্ৰাহ্মণকে কৃষ্ণৰাম ভট্টাচাৰ্য্যৰ ওচৰত দীক্ষা লোৱায়, আৰু তেওঁক কামাখ্যা মন্দিৰৰ মুখ্য পুৰোহিত পাতি দিয়ে। এইদৰে তেওঁৰ চেষ্টাত আহোমসকল দ্ৰুতগতিত সম্পূৰ্ণৰূপে হিন্দুধৰ্ম্মী হব ধৰে আৰু অসমৰ জনসাধাৰণৰ মাজত সংস্কৃত ভাষা আৰু হিন্দুসংস্কৃতি সুপ্ৰতিষ্ঠিত হয়। ৰুদ্ৰসিংহই শিৱসাগৰৰ ওচৰৰ ৰংপুৰ নামৰ ক্ষুদ্ৰ ৰাজধানী নগৰত বঙালী মিস্ত্ৰীৰ হতুৱাই নিজৰ বাসোপযোগী ইটাৰ কাৰেং সজোৱায়। ইয়াৰ আগতে আহোম ৰজাসকলে মুখ্যতঃ কাঠৰ ঘৰত বাস কৰিছিল। নিজ মাতৃ জয়মতী কুঁৱৰীৰ স্মৃতিৰ উদ্দেশ্যে 'জয়সাগৰ' নামে এটি বিৰাট পুখুৰী আৰু 'জয়দ'ল' নামে ইটাৰ নিৰ্মিত এটি মন্দিৰ উছৰ্গা কৰে। মৃত্যুৰ পিছত তেওঁৰ দেহ হিন্দুমতে সৎকাৰ কৰা হয়—আহোমৰীতিত সমাধি দিয়া হোৱা নাছিল।

ৰুদ্ৰসিংহৰ কিছুমান ৰূপৰ মুদ্ৰা অসম চৰকাৰৰ সংগ্ৰহালয়ত আছে। যোগিনীতন্ত্ৰৰ বৰ্ণনামতে কামৰূপ বা প্ৰাগ্‌জ্যোতিষ দেশ, অৰ্থাৎ আহোমসকলৰ অধিকৃত দেশ অষ্টভুজ বুলি কল্পিত হোৱাত অসমৰ মুদ্ৰাসমূহ ঘূৰণীয়া নকৰি আঠচুকীয়াকৈ মৰোৱা হৈছিল। ১৬১৮ শকাব্দত এটা মুদ্ৰাৰ এপিঠিত পুৰণি অসমীয়া (বা বঙলা) আখৰেৰে লিখা আছে—"শ্ৰীশ্ৰীমৎ স্বৰ্গদেৱ ৰুদ্ৰসিংহস্য শাকে ১৬১৮"; তাৰ তলত খোদিত আছে সিংহাকৃতি ড্ৰাগন ( dragon ) বা আহোম জাতিৰ কল্পিত মহানাগ মূৰ্ত্তি; আৰু আনটো পিঠিত লিখা আছে "শ্ৰীশ্ৰীহৰগৌৰীপাদাম্বুজমধুকৰস্য"। সৰল ৰেখাৰ কাষে কাষে দিয়া বিন্দুবোৰে মুদ্ৰাটোৰ সৌন্দৰ্য্য বৃদ্ধি কৰিছে। আৰু আন এবিধ মুদ্ৰাৰ এপিঠিত আছে "শ্ৰীশ্ৰীহৰগৌৰীপদ-যুগল-কমল-মধুকৰ"। এই দুবিধ লিপি আৰু চিত্ৰযুক্ত ৰূপৰ টকাৰ উপৰি আধলিও পোৱা গৈছে। আধলিৰ এপিঠিত "শ্ৰীশ্ৰীৰুদ্ৰসিংহস্য" আৰু আন পিঠিত "শ্ৰীশ্ৰীশিৱপদপৰস্য"

লিখা আছে । আধলিবোৰো আঠচুকীয়া । ৰুদ্ৰসিংহৰ নামত আহোম ভাষাত মৰা মুদ্ৰা এতিয়ালৈকে পোৱা হোৱা নাই যদিও তেওঁৰ পৰৱৰ্ত্তী দুই এজনা ৰজাই সংস্কৃত ভাষাৰ উপৰিও আহোম আৰু ফাৰ্ছী ভাষাত মৰোৱা সুকীয়া সুকীয়া মুদ্ৰা পোৱা গৈছে । গদাধৰ সিংহৰ নামত যি মুদ্ৰা পোৱা গৈছে সেইবোৰ মাথোন আহোম ভাষাৰ । ১৫৩০ চনলৈকে আহোম ৰজাসকল বিশেষ প্ৰতিপত্তিশালী হৈ উঠিব পৰা নাছিল । অসমৰ কছাৰী, চুটিয়া আৰু আন বড়ো ভাষী পাঁচোটা হিন্দু কিৰাত জনসমূহৰ মাজত আহোমসকল এটা ফৈদ মাথোন আছিল । ১৫৩০ চনমানত ৰজা চু-হুং-মুঙৰ নেতৃত্বত আহোম ক্ষমতা বৃদ্ধিপ্ৰাপ্ত হয় । এওঁলোকে চুটিয়া আৰু কছাৰীক জয় কৰি ব্ৰহ্মপুত্ৰ উপত্যকাত আহোম ক্ষমতা সবাতোকৈ অধিক শক্তিশালী কৰে । সেই সময়তেই আহোম-সকলৰ সংযোগ ঘটে বহিৰ্জগতেৰে । আহোম ৰজা চু-ক্লেং-মুং (১৫৩৯-১৫৫২)-এ আহোম ভাষাত প্ৰথম নিজ মুদ্ৰা মৰায় । ইয়াৰ আগতে কোচ ৰজা নৰনাৰায়ণ (১৫৪০-১৫৮৭) আৰু ত্ৰিপুৰাৰ ৰজা প্ৰথম ধন্যমাণিক্য (আনুমানিক ১৫০০ খৃঃ)ই বঙ্গাক্ষৰত সংস্কৃত ভাষাত নিজ নিজ ৰূপৰ মুদ্ৰা প্ৰচলন কৰে । সম্ভৱতঃ সমগ্ৰ বঙ্গদেশৰ স্বাধীন হিন্দু ৰজা দনুজমৰ্দনদেৱ (১৪১৭) আৰু তাৰ পিছত নৰনাৰায়ণ আৰু ধন্যমাণিক্যৰ মুদ্ৰাৰ অনুকৰণত আহোম ৰজা চু-তাম্-লা বা জয়ধ্বজ সিংহ (১৬৫৪-১৬৬৩)-ই সংস্কৃত ভাষাত প্ৰথম মুদ্ৰা মৰায় । এই মুদ্ৰাৰ এপিঠিত আছে "শ্ৰীশ্ৰীস্বৰ্গনাৰায়ণদেৱস্য শাকে ১৫৭০", আন পিঠিত "শ্ৰীশ্ৰীহৰিচৰণ-পৰায়ণস্য" লিখা আছে । ইয়াৰ পিছত চু-পুং-মুং বা চক্ৰধ্বজ সিংহ (১৬৬৩-১৬৭০)ৰ মুদ্ৰাৰ এপিঠিত "শ্ৰীশ্ৰীস্বৰ্গদেৱ-চক্ৰধ্বজ সিংহস্য শাকে ১৫৮৫" আৰু বিপৰীত পিঠিত লিখা আছে "শ্ৰীশ্ৰীশিৱৰাম-পদাৰবিন্দ-পৰায়ণস্য" ।

ৰুদ্ৰসিংহৰ ৰাজত্বৰ লক্ষণীয় ঘটনা দুটা—এটা হৈছে কাচাৰ আৰু জয়ন্তীয়া ৰজাৰে যুদ্ধ আৰু নানা বিচিত্ৰ ঘটনাৰ মাজেদি কাচাৰ আৰু জয়ন্তীয়া ৰাজ্য আহোম সাম্ৰাজ্যৰ অধীন হৈ যোৱা ; আনটো হৈছে তেওঁৰ বঙ্গ আক্ৰমণ আৰু মোগলৰ সৈতে শক্তি পৰীক্ষাৰ আয়োজন । কাচাৰৰ ৰজাই ইতিপূৰ্ব্বে আহোমৰ বশ্যতা স্বীকাৰ কৰি আহোমৰ



কৰতলীয়া ৰাজ্যৰূপে পৰিগণিত হৈছিল, কিন্তু ১৭০৬ চনত কাচাৰৰ ৰজা তাম্ৰধ্বজে স্বাধীনতা ঘোষণা কৰিলত আহোম আৰু কছাৰীৰ যুদ্ধ হয় আৰু তাম্ৰধ্বজ পৰাজিত হৈ বিপৰ্য্যস্ত অৱস্থাত পৰে । তেতিয়া বিপন্ন তাম্ৰধ্বজৰ সাহায্যাৰ্থে অগ্ৰসৰ হয় জয়ন্তীয়াৰ ৰজা ৰামসিংহ। ৰামসিংহৰ গোপণ অভিলাষ আছিল ভৱিষ্যতে কছাৰী ৰাজ্য অধিকাৰ কৰাৰ, সেয়ে নিজৰ হাতলৈ অহাৰ ছেগতে ৰামসিংহই তাম্ৰধ্বজক বন্দী কৰিলে । বন্দী অৱস্থাত তাম্ৰধ্বজে অসম দেশৰ দুজন বৈৰাগী পাই তেওঁলোকৰ যোগেদি তেওঁৰ ৰাণী চন্দ্ৰপ্ৰভালৈ বতৰা পঠালে। চন্দ্ৰ-প্ৰভাৰ বিষয়ে প্ৰাচীন অসমীয়া বুৰঞ্জীত আছে--"কছাৰী ৰজাৰ দেৱীজনা মহাসুন্দৰী । চন্দ্ৰ-সূৰ্য্যতে মলি আছে দেৱীতে মলি নাই । কেশ সাত-হতীয়া ।" বৈৰাগীৰ মুখে বতৰা পাই চন্দ্ৰপ্ৰভাদেৱীয়ে সেই দুজন বৈৰাগীৰ হাততে শৰণাপন্ন হৈ ৰুদ্ৰসিংহলৈ এখনি পত্ৰ আৰু লগতে নিজৰ চুলি কেইডালিমান নিদৰ্শনস্বৰূপে দি অনুৰোধ কৰিলে যোলে বিশ্বাসঘাতক জয়ন্তীয়া ৰজাৰ হাতৰপৰা স্বামীক মুক্ত কৰক । কিছু দিনৰ মূৰত ৰুদ্ৰসিংহৰ সেনাপতিসকলৰ কৌশলত কছাৰীৰাজ তাম্ৰধ্বজ-সহ জয়ন্তীয়া ৰজা ৰামসিংহ বন্দী হয় আৰু তেওঁলোকক ৰুদ্ৰসিংহৰ ৰাজসভালৈ প্ৰেৰণ কৰা হয় । এইদৰে ব্ৰহ্মপুত্ৰৰ দক্ষিণৰ দুখন প্ৰবল হিন্দু ৰাজ্য আহোম ৰজাৰ অধীনলৈ আঁহে । আহোম ৰজাৰ অধীনলৈ অহাৰ পিছত ১৭০৮ চনত তাম্ৰধ্বজ আৰু ৰামসিংহ উভয়ৰে মৃত্যু হয় । ভৱিষ্যতে যুদ্ধত সৈন্য সাহায্য পোৱাৰ সৰ্ত্তত দুয়োখন দেশতে ৰুদ্ৰসিংহই নতুনকৈ ৰজা প্ৰতিষ্ঠা কৰে ।

ইয়াৰ পিছত ৰুদ্ৰসিংহই বঙ্গদেশত অৱস্থিত মুছলমান শাসকৰ সৈতে শক্তি পৰীক্ষাৰ সঙ্কল্প লয় । এই সঙ্কল্পৰ অন্তৰালত আছিল এক বিৰাট আদৰ্শ--সমগ্ৰ পূব ভাৰতৰ মুছলমান শাসনৰ ঠাইত পুনৰ হিন্দুৰাজ্য প্ৰতিষ্ঠা কৰা । যি আদৰ্শৰ অনুপ্ৰেৰণাত গুৰু সমৰ্থ শ্ৰীৰামদাসৰ শিষ্য শিৱাজীয়ে সমগ্ৰ ভাৰতত "হিন্দু পদ-পাদশাদী" স্থাপনৰ উদ্দেশ্যে মহাৰাষ্ট্ৰত "ভগৱা ঝাণ্ডা" উৰুৱাইছিল, নিজ গুৰুৰ উত্তৰীয়, সৰ্ব্বত্যাগী সন্ন্যাসীৰ গৈৰিক উৰ্দ্ধবাসক পতাকা কৰি পুনৰু-জ্জীৱিত হিন্দুত্বৰ প্ৰতিষ্ঠা কৰিছিল--সেই আদৰ্শৰে এক প্ৰতিস্পন্দনে যেন

দেখা দিছিল সুদূৰ পূব ভাৰতত। শক্তি আৰু মুক্তি--এই দুয়োটাৰে সমাবেশ ৰামদাস আৰু তেওঁৰ শিষ্য শিৱাজীৰ কাম্য আছিল। ৰুদ্ৰ-সিংহৰ পিতৃয়ে মোগলক দেশৰপৰা বিতাড়িত কৰিছিল, তেওঁ পিতৃৰ আধৰুৱা কাম পূৰ কৰিবলৈ আৰু তেওঁৰ নিৰ্দ্দিষ্ট পথেদি আৰু অগ্ৰসৰ হবলৈ মনস্থ কৰিলে।

স্বৰ্গদেৱ ৰুদ্ৰসিংহই 'বঙ্গাল মাৰিবলৈ' অৰ্থাৎ বঙ্গদেশ জয়ৰ উদ্দেশ্যে সেনা প্ৰস্তুত কৰিব ধৰিলে। ৰত্নকন্দলী আৰু অৰ্জুনদাস বৈৰাগীৰ ভাষাত, মহাৰাজে নিজ দেশৰ ভাণ্ডাৰত অস্ত্ৰ-ধনু, কাঁড়, বৰ্শা, তৰোৱাল, বন্দুক, গুলী-বাৰুদ আৰু নাও আদি যিমান আছিল হিচাপ কৰিলে আৰু অধিককৈ নিৰ্ম্মাণ কৰিবলৈ আদেশ দিলে। অতিৰিক্ত হাতী-ঘোঁড়া সংগ্ৰহ কৰালে, অস্ত্ৰচালনাত ৰণুৱাহঁতক অধিক কাজুৱা হবলৈ আখৰা দিয়ালে। ইয়াৰ উপৰি, বঙ্গদেশত অসমৰ কথা প্ৰচাৰ কৰিবলৈ আৰু বঙালী জনসাধাৰণৰ মনত অসম ৰজাৰ প্ৰতি প্ৰীতিভাৱ জগাবলৈ পণ্ডিত, ব্ৰাহ্মণ, বেজ, গুণী, গায়ন, কাৰিকৰ প্ৰভৃতি নানান শ্ৰেণীৰ লোকক আহ্বান কৰি আনি সকলোকে 'দ্ৰব্য-সামগ্ৰী দি' সন্তুষ্ট কৰিবলৈ ধৰিলে। যিসকল ব্ৰাহ্মণ পণ্ডিত নিজে অসমলৈ আহিবলৈ অপৰাগ হ'ল সিবিলাকক প্ৰণামীস্বৰূপে সোণ-ৰূপ দি পঠালে। ইয়াৰ ফলত অসমৰ ৰজা গুণীগণ পৰিপোষক বুলি চাৰিউপিনে তেওঁৰ খিয়াতি বিস্তৃত হয় আৰু বহুতো বঙালীলোক অসমলৈ আহিবলৈ ধৰে।

আনন্দিৰাম মেধি, বা বৈষ্ণৱ আনন্দিৰাম বঙ্গৰপৰা ৰুদ্ৰসিংহৰ ৰাজসভালৈ আহিল। তেওঁ গায়ক আৰু গুণী আছিল। ৰজাক তেওঁ সংকীৰ্ত্তন শুনালে, শ্ৰীকৃষ্ণৰ পোছাক পিন্ধি মুৰলী ধৰি নৃত্য কৰি দেখুৱালে। সন্তুষ্ট হৈ ধন-বিত দি ৰজাই তেওঁক নিজৰ লগতে ৰাখিলে।

ইতিমধ্যে ৰুদ্ৰসিংহই গদাধৰ সিংহৰ গয়াকৃত্য কৰিবলৈ তৰ্ক-বাগীশ ভট্টাচাৰ্য্যক পঠাইছিল। ঘূৰি আহোঁতে তেওঁৰ ঢাকাত স্থানীয় সম্ভ্ৰান্ত ব্যক্তি সুবংশ ৰায়ৰ সাক্ষাৎ হয়। তৰ্কবাগীশে পিছত ৰত্নকন্দলীৰ যোগেদি ৰজাক এই অনুৰোধ জনাই পঠিয়ায় যে, সুবংশ ৰায়ে যেন কেইজনমান ভাল কীৰ্ত্তনীয়া পঠাই দিয়ে। সুবংশ ৰায়ে ৰত্নকন্দলীক



কৈ পঠাইছিল--"মহাৰাজ ৰুদ্ৰসিংহই কছাৰী আৰু জয়ন্তীয়া ৰাজ্য জয় কৰিছে। ত্ৰিপুৰাৰ ৰজা ডাঙৰ ৰজা, তেওঁ যদি এতিয়া ত্ৰিপুৰাৰাজৰ সৈতে মিত্ৰতা স্থাপন কৰে তেতিয়া হলে বহুতো কাৰ্য্য সাধিত হব।" ৰত্নকন্দলীয়ে মহাৰাজত নিবেদন কৰা এই কথা ৰুদ্ৰসিংহৰ মনত আছিল।

মহাৰাজ ৰুদ্ৰসিংহই অনুসন্ধান কৰি জানিব পাৰিলে যে আনন্দি-ৰাম ত্ৰিপুৰাৰ দৰবাৰত পৰিচিত আৰু ত্ৰিপুৰাৰ মহাৰাজেও তেওঁক চিনি পায়। তেতিয়া ৰুদ্ৰসিংহৰ কথামতেই স্থিৰ হ'ল যে আহোম ৰজাৰ অন্যতম প্ৰধানমন্ত্ৰীৰ প্ৰেৰিত দুজন কটকীক লগত লৈ আনন্দিৰাম ত্ৰিপুৰালৈ যাব আৰু দুয়োজন ৰজাৰ মাজত যাতে মিত্ৰতা স্থাপন হয় সেই চেষ্টা আনন্দিৰাম আৰু তেওঁৰ লগত যোৱা ৰজাঘৰীয়া কটকী দুজনে কৰিব। ১৭১০ চনত আনন্দিৰামৰ সৈতে ৰত্নকন্দলী আৰু অৰ্জুনদাস ত্ৰিপুৰাত উপস্থিত হ'ল। সেই সময়ত ত্ৰিপুৰাৰ ৰজা আছিল মহাৰাজ ৰত্নমাণিক্য (ৰাজত্বকাল ১৬৯৮-১৭১২)। ত্ৰিপুৰাত উপস্থিত হৈ বঙ্গদেশৰ পিনে কটকীদ্বয়ৰ আগমনৰ কাৰণ গোনতে এনেদৰে দেখুৱালে, যে অসমৰ অন্যতম প্ৰধানমন্ত্ৰী সুৰথ সিংহ বৰবৰুৱাৰ নিৰ্দেশত তেওঁলোকে গঙ্গাজল নিবলৈ আহিছে। আনন্দিৰাম মেধিৰ ব্যৱস্থাত মহাৰাজ ৰত্নমাণিক্যৰ লগত কটকী দুজনৰ সাক্ষাৎ হ'ল। তেওঁলোক দুজনেৰে কথা-বতৰা পাতি ত্ৰিপুৰাৰ ৰজায়ো স্বাধীন হিন্দু ৰজা অসমৰাজেৰে সৌহাৰ্দ্য স্থাপন কৰিবলৈ ইচ্ছা জন্মিল আৰু অৰ্জুনদাস আৰু ৰত্ন কন্দলীৰ লগত নিজৰ দুজন উকীল বা দূত অসমলৈ পঠোৱাৰ সিদ্ধান্ত ললে। এই দূত দুজনৰ হাতত ৰুদ্ৰসিংহ আৰু বৰবৰুৱালৈ পত্ৰ দিলে। হিন্দুৰাজ্যৰ ৰীতি অনুযায়ী দুয়োখন পত্ৰ লিখিত হৈছিল সংস্কৃতত। উভয়লৈ যথাযোগ্য স্বৰ্ণালঙ্কাৰ, অস্ত্ৰ, মূল্যবান বস্ত্ৰ আদি উপঢৌকণো পঠিয়ালে। ত্ৰিপুৰাৰ ৰাজদূতৰূপে ৰামেশ্বৰ ন্যায়ালঙ্কাৰ আৰু উদয়নাৰায়ণ বিশ্বাস অসমলৈ যাত্ৰা কৰিলে। কাচাৰৰ মাজেদি চাৰিওজন ৰুদ্ৰসিংহৰ দৰবাৰত উপস্থিত হ'লহি। আনন্দিৰাম মেধি এইবাৰ নাহিল। ত্ৰিপুৰাৰ দূতৰ লগত ৰজাই দহজন অনুচৰ দিয়ে -তাৰে এজন বেজ, দুজন নাপিত আছিল। ১৭১১ চনৰ জুলাই মাহত

সমাৰোহেৰে পূৰ্ণ দৰবাৰত অসম ৰজাই ত্ৰিপুৰাৰ ৰজাৰ দূত দুজনক তুলিলে ।

এইদৰে দুয়োজন ৰজাৰ মাজত কটকীৰ জৰিয়তে সংযোগ স্থাপিত হ'ল । ৰুদ্ৰসিংহই ৰামেশ্বৰ ভট্টাচাৰ্য্য আৰু উদয়নাৰায়ণ বিশ্বাসৰ হাতত ত্ৰিপুৰাৰ ৰজাৰ পত্ৰৰ উত্তৰ দিলে; উপযুক্ত উপঢৌকণো দিলে । ৰত্নকন্দলী আৰু অৰ্জুনদাসো লগতে গ'ল—তেওঁলোকৰ হাতত ত্ৰিপুৰাৰ ৰজালৈ ৰুদ্ৰসিংহই এখন 'ৰহস্য পত্ৰ' দিলে । ত্ৰিপুৰাৰ দূতৰ হাতত দিয়া পত্ৰৰ ভাষা আছিল সংস্কৃত, ব্যক্তিগত এই ৰহস্য পত্ৰৰ ভাষা আছিল বঙলা । সুৰথসিংহ বৰবৰুৱাই ত্ৰিপুৰাৰ মহাৰাজলৈ লিখা পত্ৰৰ ভাষাও আছিল বঙলা । ত্ৰিপুৰাৰ দূতদ্বয় অসমৰ ৰাজধানী ৰংপুৰত দুৰ্গোৎসৱ চাবলৈ ৰৈ গ'ল । পাছত স্বৰ্গদেৱ আৰু বৰবৰুৱাৰ পৰা উপযুক্ত পুৰস্কাৰ পাই সকলোৱে ত্ৰিপুৰালৈ যাত্ৰা কৰিলে ১৭১১ চনৰ নবেম্বৰ মাহত ।

ৰত্ন কন্দলী আৰু অৰ্জুনদাসৰ লগত এইবাৰ ৩৪ জন পাইক গ'ল । কিছু পথ থলেদি, কিছুপথ নাৱেৰে আৰু ঘোঁৰাৰে কিছুদূৰ গৈ তেওঁলোক ১৭২২ চনৰ মাৰ্চ্চ মাহৰ শেষৰ পিনে ত্ৰিপুৰাৰ ৰাজধানী উদয়পুৰ পালেগৈ । এপ্ৰিল মাহৰ মাজমানত মহাৰাজ ৰত্নমাণিক্যৰ সৈতে এওঁলোকৰ পুনৰ সাক্ষাৎ হ'ল । তিনিদিনৰ পিছত ৰুদ্ৰসিংহৰ ৰহস্যপত্ৰ ত্ৰিপুৰাৰ মহাৰাজৰ হাতত অৰ্পণ কৰা হ'ল । ত্ৰিপুৰাৰ ৰজা, তেওঁৰ দেৱান আৰু দূত উদয়নাৰায়ণৰ বাহিৰে ত্ৰিপুৰাৰ আন কোনো সেই ঠাইত নাছিল । দেৱানে আগ্ৰহেৰে সৈতে মোগল আৰু অসমীয়াৰ মাজৰ যুদ্ধৰ কথা সুধিলে ।

ৰত্নকন্দলী আৰু অৰ্জুন দাসে ত্ৰিপুৰাৰ যথাসম্ভৱ পূৰ্ণ বিবৰণ সংগ্ৰহ কৰি লৈছিল । অসমৰপৰা ত্ৰিপুৰালৈ যোৱাৰ পথত, বাটত যি যি জাতিৰ লোক বাস কৰে, দেশৰ বিভিন্ন স্থানত কি কি বস্তু পোৱা যায়, ক'ত ক'ত হাট বহে, হাটত কি বস্তু ওলায়, ক'ৰ ক'ৰ বেপাৰীয়ে হাটত কিনা-কুটা কৰিবলৈ আহে, ৰাজধানী উদয়পুৰৰ খুটি-নাটি বৰ্ণনা, ৰজাৰ প্ৰাসাদ আৰু ৰাজদৰবাৰৰ ৰীতি-নীতি, আদব-কায়দা, ত্ৰিপুৰাৰ পূৰ্ব্ব ইতিহাস, তেওঁলোকৰ অৱস্থান কালত ত্ৰিপুৰাৰ ঘটনাৱলী—এই সকলো-



বোৰ কথা অতি অনাড়ম্বৰভাৱে সৰল ভাষাত লিখকদ্বয়ে বিবৃত কৰিছে। ৰত্নকন্দলী আৰু অৰ্জুনদাসে তেওঁলোকৰ পুথিখনত দুয়োজন ৰজাৰ প্ৰেৰিত প্ৰতিখন পত্ৰৰ অনুলিপি দিছে, কিং কি উপঢৌকণ পৰস্পৰে পৰস্পৰৰ মাজত যিবোৰ উপহাৰৰ আদান-প্ৰদান হৈছিল তাৰো পূৰ্ণ তালিকা দিছে । আনকি, দ্বিতীয়বাৰ ৰাজ্যখনত প্ৰৱেশ কৰাৰ পিছত ত্ৰিপুৰাৰ দৰবাৰৰপৰা ৰাজঅতিথি হিচাপে তেওঁলোকে আহাৰৰ বাবে আৰু আন কাৰণত যি সিধা-পাতি পাইছিল তাৰ বিবৰণো দিছে ; যেনে সন্মানিত অতিথিসকল আৰু পাইক-চাকৰবোৰৰ বাবে মাহে মাহে জনমূৰি নিৰ্দ্দিষ্ট পৰিমাণৰ ভালবিধৰ আৰৈ চাউল আৰু সাধাৰণ চাউল, মগু আৰু কলা দাইল, শাক-পাছলি, ঘিউ, তেল, লোণ, মছলা; পাইক-হঁতৰ কাৰণে হাঁহ আৰু খাহী, মাটি কলহ আৰু আন পাত্ৰ, খৰি, পূজাৰ ফুল-পত্ৰাদি সকলোবোৰ ত্ৰিপুৰাৰ চৰকাৰৰদ্বাৰা দিয়া হৈছিল। ত্ৰিপুৰাৰ ৰজা আৰু ডা-ডাঙৰীয়াসকলে দৰবাৰলৈ কি সাজ-পোছাক আৰু অলঙ্কাৰ পিন্ধি আহিছিল, সেই বৰ্ণনা দিবলৈকো পাহৰা নাই । অষ্টাদশ শতিকাৰ প্ৰথম দশকত ত্ৰিপুৰা আৰু অসমৰ ৰজাসকলৰ আৰু প্ৰজা-সাধাৰণৰ জাকজমক আৰু সংস্কৃতিৰ এনে প্ৰত্যক্ষদৰ্শীৰ বৰ্ণনা আৰু কতো পোৱা সম্ভৱ নহয় । এইবাবেই অৰ্জুনদাস আৰু ৰত্নকন্দলীৰ এই পুথি অমূল্য ।

দ্বিতীয়বাৰ ত্ৰিপুৰাত অৱস্থান কালত ৰত্নকন্দলী আৰু অৰ্জুনদাস বাধ্য হৈ এটি ৰাজবিপ্লৱৰ মাজত পৰিবলগীয়া হয় । ৰত্নমাণিক্যৰ সতীয়া মাকৰ ল'ৰা যুৱৰাজ ঘনশ্যাম কিছুমান পাৰিবাৰিক কাৰণত ৰজাৰ প্ৰতি বিৰূপ হয় । নিজে ৰজা হোৱাৰ দুৰাকাঙ্খ্যাৰে দুজন বিদেশী মুছলমান (মোগল)ৰ সহায় লৈ তেওঁ ৰজাৰ বিৰুদ্ধে চক্ৰান্ত কৰিবলৈ লয় আৰু বিদ্ৰোহৰ বাবে প্ৰস্তুত হয় । তাৰ পিছত হঠাতে সৰল-বিশ্বাসী আৰু অসহায় ৰত্নমাণিক্যক নিজৰ বশলৈ আনি তেওঁক ৰাজ্য-চ্যুত কৰি ঘনশ্যাম সিংহাসনত বহে । মন্ত্ৰী আৰু সেনাদলৰ কোনো কোনো ঘনশ্যামৰ পক্ষত আছিল আৰু ৰত্নমাণিক্যৰ প্ৰতি সহানুভূতিশীল হলেও সাধাৰণ প্ৰজা আছিল নিৰপেক্ষ । গতিকে ঘনশ্যামে ৰজা হোৱাত বিশেষ অসুবিধা নাপালে । ৰজা হৈ ঘনশ্যামে মহেন্দ্ৰমাণিক্য নাম

গ্ৰহণ কৰে আৰু ৰত্নমাণিক্যক কিছুকাল বন্দী কৰি থৈ হত্যা কৰায়। এই ঘৰুৱা ৰাজবংশীয় বিপ্লৱত যিবোৰে প্ৰাণ হেৰুৱালে, তাৰ ভিতৰত ৰত্নমাণিক্যৰ খুলশালীয়েক এজন আৰু ৰত্নমাণিক্য-ঘনশ্যামৰ ভনী-জোৱায়েক এজন। তেওঁলোকৰ পত্নীসকল সতী যায়। এই সকলো-বোৰ ঘটনা যথাযথ নিৰপেক্ষভাৱে ৰত্নকন্দলী আৰু অৰ্জুনদাসে তেওঁ-লোকৰ ত্ৰিপুৰা বুৰঞ্জীত লিপিবদ্ধ কৰি থৈ গৈছে। প্ৰত্যক্ষদৰ্শীৰ বৰ্ণনা হিচাপে ইয়াৰ গুৰুত্ব নিশ্চয় যথেষ্ট আছে।

ঘনশ্যাম বা মহেন্দ্ৰমাণিক্যই অসমৰ কটকী দুজনক নতুনকৈ যথানিয়মে আপ্যায়িত কৰিলে আৰু আহোম স্বৰ্গদেৱলৈ প্ৰীতি প্ৰকাশ কৰি সংস্কৃত পত্ৰ দিলে। বৰবৰুৱা সুৰথসিংহলৈকো পত্ৰ দিলে। এইবাৰ অৰিভীম-নাৰায়ণ নামৰ এজন ত্ৰিপুৰাজাতীয় ৰাজপুৰুষক ৰত্নকন্দলী আৰু অৰ্জুনদাসৰ লগত দূতৰূপে অসমলৈ পঠালে, অসমৰ দূতদ্বয়ক যথাযোগ্য পুৰস্কাৰো দিলে। ১৭১৩ চনৰ ডিচেম্বৰ মাহত ত্ৰিপুৰাৰপৰা এই দ্বিতীয় চিঠি মহাৰাজ ৰুদ্ৰসিংহৰ হাতত পৰে।

১৭১৪ চনৰ এপ্ৰিল মাহত ৰুদ্ৰসিংহ আৰু বৰবৰুৱাই মহেন্দ্ৰ-মাণিক্যলৈ উত্তৰস্বৰূপে দিয়া সংস্কৃত পত্ৰ লৈ অৰিভীম-নাৰায়ণ, ৰত্ন-কন্দলী আৰু অৰ্জুনদাস ত্ৰিপুৰালৈ প্ৰত্যাবৰ্তন কৰে। ৰত্নকন্দলী আৰু তেওঁৰ সঙ্গীৰ ত্ৰিপুৰাৰ দৰবাৰলৈ এইটো তৃতীয় দৌত্য। ১৭১৫ চনৰ জানুৱাৰী মাহত ত্ৰিপুৰা পাই তেওঁলোকে শুনিলে যে ইতিমধ্যে গ্ৰহণী ৰোগত মহেন্দ্ৰমাণিক্যৰ মৃত্যু হৈছে আৰু নতুন ৰজা হৈছে ৰত্নমাণিক্যৰ আন এজন ভায়েক দুৰ্জয়সিংহ। এওঁ মহাৰাজ ধৰ্ম্মমাণিক্য (দ্বিতীয় ধৰ্ম্মমাণিক্য) নাম গ্ৰহণ কৰে। মে' মাহৰ মাজভাগত দৰবাৰ বহে আৰু সেই মাহৰে শেষৰফালে সাধাৰণভাৱে অসমৰ ৰজাৰ সৈতে সংস্কৃত পত্ৰযোগে মৈত্ৰীভাৱ প্ৰকাশ কৰি উপঢৌকনসহ ৰত্নকন্দলী আৰু অৰ্জুন-দাসক বিদায় দিয়ে। ত্ৰিপুৰাৰপৰা অসমলৈ এইবাৰ দূত পঠোৱা নহ'ল।

অসমীয়া কটকী দুজন ১৭১৫ চনৰ আগষ্ট মাহত অসমলৈ প্ৰত্যাবৰ্তন কৰে। ইতিমধ্যে বঙ্গদেশ আক্ৰমণৰ ৰণসজ্জা কৰাৰ মাজতে ১৭১৪ চনৰ আগষ্ট মাহত—ৰত্নকন্দলী আৰু অৰ্জুনদাস অসমলৈ



উভতি অহাৰ এবছৰ আগতে ৰুদ্ৰসিংহই দেহত্যাগ কৰে। তেওঁৰ পুত্ৰ শিৱসিংহ তেতিয়া ৰজা হৈছে। পিতাকৰদৰে তেওঁ চিন্তাশীল আৰু কৰ্ম্মী নাছিল। ত্ৰিপুৰা আৰু অসম উভয় দেশৰ দুয়ো ৰজাৰে উৎসাহৰ অভাৱত স্বৰ্গদেৱ ৰুদ্ৰসিংহৰ কল্পনা কাৰ্য্যত আৰু পৰিণত নহল—তেওঁৰ উচ্চাশা আৰু কামনাত যৱনিকা পৰিল।

ৰুদ্ৰসিংহৰ কামনা আৰু আশা তেওঁৰ বিশ্বস্ত কটকী দুজনে তেওঁলোকৰ বুৰঞ্জীত এইদৰে প্ৰকাশ কৰিছে—"ৰুদ্ৰসিংহ মহাৰাজা-দেৱতাএ জয়ন্তা কছাৰী দুই দেশক মাৰি পাছে বঙ্গালৰ দেশক মাৰিবলৈ উদ্যম কৰিলে। পাছে তাৰ দেশৰ মৌৰাঙ্গৰ ৰাজা, বনবিষ্ণুপুৰৰ ৰাজা, নদিয়াৰ ৰাজা, বেহাৰৰ ৰাজা, বৰ্দ্ধমানৰ কীৰ্ত্তিচন্দ্ৰ জমীদাৰ, বৰনগৰৰ উদয়নাৰায়ণ জমীদাৰ এইসকলৰ ঠাইক বৰফুকনৰ নামে মানুহ পঠাই, সিহঁতৰো মানুহ অনাই, বৰফুকনে মহাৰাজাত জনোৱাৰূপ কৰি সিহঁতৰ মানুহক মহাৰাজাৰ ঠাইক অনাই সেই ৰাজা জমীদাৰ সকললৈ বঁটা প্ৰসাদ দি হিতে প্ৰীতিপূৰ্ব্বক পত্ৰ দি আমাৰ মানুষ সঙ্গত দি সিহঁতক পঠাই দিলে। এই ক্ৰমে মনুষ্য গতায়াত কৰাই সেইসকলক বশ কৰি লৈ পাছে সেইসকললৈ কৈ পঠালে, বোলে—"আমি হিন্দুধৰ্ম্মস্থ ৰাজাসকল বিদ্যমানে থাকিতে যৱনে ধৰ্ম্ম নষ্ট কৰে। এই কাৰণে সকলো একবাক্য হয়া যৱনক নিগ্ৰহ কৰি ধৰ্ম্ম ৰক্ষা কৰিলে যিথান হয় তাহাক তেম্না জ্ঞাত আছে।" এইৰূপে সকলৰো ঠাইক মানুষ পঠাই জনালে। সিহঁতেও অনুমোদন কৰিলে।"

ত্ৰিপুৰাৰ ৰজা ধৰ্ম্মমাণিক্যলৈ যি 'ৰহস্যপত্ৰ' দিয়া হৈছিল, তাত এইদৰে লিখা আছিল—"পৰং সমাচাৰ এহি জনঘোষ এখন প্ৰসিদ্ধ হৈয়াছে যে মগলেৰ বৈপৰীত্য চেষ্টাতে বেদোক্ত ধৰ্ম ৰক্ষা পাইনা। ইকাৰণ তদপ্ৰতিকাৰাৰ্থ ব্যাপাৰ কৰিতে যদি তোমাৰ মনে ভাল ভাসে তবে তোমাৰ সহিতে যে যে বৰলোকেৰ হাৰ্দ্দতা আছে, তান সমেত সমলোচন কৰিয়া যথাবৃত সামাৰ্থ্য শক্তি আমাৰ ঠাই বিশেষিয়া লিখিবায়। সমস্ত লোক ঈশ্বৰ অধীন, তথাপি যেমন আপোন দেশতে অন্যে পৰাভৱ ব্যতিৰেকে স্বচ্ছন্দে ৰাজচেষ্টা কৰিতে পায়ি তথা যথেষ্ট ব্যৱহাৰতে অন্য সাপেক্ষ নয় তাক প্ৰতি সৰ্ব্বথা যত্ন কৰিতে সমুচিত হয়।……"

A word to wise—এইদৰে চমু কথাৰে মহাৰাজ ৰুদ্ৰসিংহই নিজ অভিপ্ৰায় বৰ্ণনা কৰিছে। বুজা যায় যে মোগলৰ বিৰুদ্ধে অভিযান চলোৱাৰ আগতে তেওঁ বঙ্গৰ আৰু পূব ভাৰতৰ সমস্ত স্বাধীন আৰু পৰাধীন হিন্দুৰজাসকলৰ সাহায্য বিচাৰিছিল, হিন্দুৰ এখন confederacy বা সন্মিলিত ৰাষ্ট্ৰপুঞ্জ গঠন কৰিব খুজিছিল। যিদৰে ত্ৰিপুৰাৰ লগত এই চেষ্টা চলিছিল তাৰ পৰিচয় ৰত্নকন্দলী আৰু অৰ্জ্জুনদাসৰ 'ত্ৰিপুৰা বুৰঞ্জী'ত পোৱা হৈছে। অন্যান্য স্থানলৈ প্ৰেৰিত কটকীসকলৰ অভিজ্ঞতাৰ কথা জনা নাযায়—হয়তো সেইবোৰ বিলুপ্ত হৈ গৈছে। কিন্তু এই অনপেক্ষিত নাতিদীৰ্ঘ গ্ৰন্থখনত পূব ভাৰতৰ হিন্দু সংস্কৃতি সংৰক্ষক এজনা উৎসাহী আৰু বিজয়ী ৰজাৰ দৃষ্টিভঙ্গীৰ আৰু কৰ্ম্মপ্ৰচেষ্টাৰ পৰিচয় পোৱা গৈছে আৰু এই জনা ৰজাক আমি 'পূব ভাৰতৰ শিৱাজী' আখ্যা দি তেওঁৰে গৌৰৱত আমি পূব ভাৰতৰ হিন্দুসকল নিজে গৌৰৱান্বিত হব পাৰোহঁক।[১]

১ এই প্ৰবন্ধৰ অনুবাদক শ্ৰীকৈলাস শৰ্ম্মা।

# পুৰুষ সংহতিঃ ইয়াৰ জন্ম আৰু বিকাশ

—কেশৱানন্দ দেৱ গোস্বামী

মহাপুৰুষ শ্ৰীশঙ্কৰদেৱৰ পিছত অসমৰ বৈষ্ণৱ সম্প্ৰদায়টিৰ মাজত কেইটিমান ভাগ হয়। গুৰুজনাৰ সহযোগী শিষ্য দামোদৰ বিপ্ৰই[১] মাধৱদেৱে আয়োজন কৰা মহাপুৰুষৰ তিথি উৎসৱত যোগদান কৰিবলৈ অনিচ্ছুক[২] হোৱাৰে পৰাই এই বিভাজনৰ সূত্ৰপাত হোৱা বুলি ক'ব পাৰি। মহাপুৰুষৰ পিছত ধৰ্ম্মাচাৰ্য্য বাব পোৱাৰ লগতে, উত্তৰাধিকাৰীও হবৰ আশা বহুতেই হয়তো কৰিছিল; কিন্তু গুৰুজনাই নিজৰ জ্যেষ্ঠ পুত্ৰ ৰমানন্দ ঠাকুৰক অথবা ব্ৰাহ্মণ বুলি দামোদৰ বিপ্ৰক সেই ভাৰ নিদি যোগ্যজন বিবেচনা কৰি মাধদেৱক 'শক্তি ভক্তি বল-পৰাক্ৰম'[৩]

১ যি বিষয়ত লিখিবলৈ লোৱা হৈছে, সেই সংহতিত দুজন দামোদৰক যথাক্ৰমে "কোৰ দামোদৰ" (যাৰ জীৱিকাৰ মূল উপায় আছিল কোৰখন) বা বিপ্ৰ দামোদৰ (ব্ৰাহ্মণ কুলজ) আৰু "পোৰ দামোদৰ" (যাক চতুৰ্ভুজ ঠাকুৰে পোষ্য পুত্ৰ হিচাপে তুলি লৈছিল) অথবা নাতি-দামোদৰ (প্ৰকৃততে তেওঁ শঙ্কৰদেৱৰ নাতি নহয়, পৰিনাতিহে; অৱশ্যে নাতি শব্দটি "বংশজ" অৰ্থতো হব পাৰে।) বুলি কোৱা হয়। আলোচনাটিত পিছৰ জনাৰ নাম ঘনাই ওলাব গতিকে নাম দুটিৰ বাবে অসুবিধাত নপৰিবলৈ যথাক্ৰমে "দামোদৰ বিপ্ৰ" আৰু "দামোদৰ আতা" বুলি উল্লেখ কৰা হৈছে।

২ ক. দৈত্যাৰি ঠাকুৰৰ : শ্ৰীশঙ্কৰদেৱ আৰু শ্ৰীমাধৱদেৱ চৰিত ;
খ. 'ৰামচৰণ ঠাকুৰ'-শঙ্কৰ চৰিত ;
গ. মহেশ্বৰ নেওগ : শ্ৰীশ্ৰীশঙ্কৰদেৱ ; গুৱাহাটী, তৃতীয় তাঙৰণ, ১৯৫৮ চন, পৃষ্ঠা ২০০;

৩ 'কথাগুৰু চৰিত' নামৰ প্ৰকাশিত সুবৃহৎ চৰিত পুথি।

সমন্বিতে উত্তৰাধিকাৰী পাতি থৈ যোৱা তাৎপৰ্য্যপূৰ্ণ কাৰ্য্যই কোনো কোনো চাম লোকৰ মনত অসন্তুষ্টিৰো সৃষ্টি নকৰাকৈ থকা নাছিল। শ্ৰীশঙ্কৰদেৱৰ অব্যৱহিত পৰৱৰ্ত্তী কালতে এনে মনোভাৱেৰে দামোদৰ বিপ্ৰ আৰু তেৰাৰ সহযোগীসকল মূল সম্প্ৰদায়ৰপৰা ফালৰি কাটি নিজে এটি বেলেগ গোট বুলি ঘোষণা কৰে। সেই কালত নতুনকৈ সৃষ্টি হোৱা এই গোটটিৰ নাম হয় দামোদৰী বা দামোদৰীয়া। দৈত্যাৰি ঠাকুৰৰ মতে[৪] শ্ৰীশঙ্কৰদেৱৰ প্ৰৱৰ্ত্তিত বৈষ্ণৱ মাৰ্গত দামোদৰে অন্য কেতবোৰ কথা অন্তৰ্ভুক্ত কৰে আৰু সেয়েহে মূল সম্প্ৰদায়টিৰ লগত পাৰ্থক্য দেখুৱাবৰ যত্ন কৰা হয়। পিছলৈ আন এজন ব্ৰাহ্মণ হৰিদেৱে দামোদৰৰ লগত সহযোগিতা কৰি নৱগঠিত গোটটি সবল কৰি তোলে। আনহাতে ধৰ্ম্ম সম্পৰ্কীয় আচাৰ ৰীতিৰ ক্ষেত্ৰত কিবা কথাত লাগি মাধৱদেৱে আঁতৰাই থোৱা কেইগৰাকীমান লোকক দামোদৰ বিপ্ৰই শৰণ দিয়ে। এনেদৰে তেওঁ মাধৱদেৱৰ লগত কোনো সম্পৰ্ক ৰখাৰ প্ৰয়োজন বোধ নকৰি, 'স্বকি মতে প্ৰবৰ্ত্তিবে লৈলা'। প্ৰথম বিভেদৰ বীজ এনেদৰেই ৰোপিত হয় যদিও সংহতি বা সংঘতিৰ সৃষ্টি সেই পৰ্য্যন্ত হোৱা নাছিল।

মাধৱদেৱৰ মহাপ্ৰয়াণৰ পিছত পুনৰ একে ধৰণৰ প্ৰশ্ন ভক্ত বৈষ্ণৱবৰ্গৰ মাজত উত্থাপন হয়। শ্ৰীশঙ্কৰৰ দুই নাতি—পুৰুষোত্তম ঠাকুৰ আৰু চতুৰ্ভুজ ঠাকুৰকে ধৰি[৫] মথুৰা দাস, গোপাল আতা আদি উপযুক্ত কেইবাগৰাকীও লোকক মাধৱদেৱে ধৰ্ম্মাচাৰ্য্য পাতি থৈ যায়। গুৰুৰ নাতি দুই ঠাকুৰৰ সময়তেই যে মতভেদ ঘটি সম্প্ৰদায়টিৰ মাজত পুনৰ বিভাজন হবৰ উপক্ৰম ঘটিছিল, সেইকথা উক্ত দুই ঠাকুৰৰ সমসাময়িক কেইবা গৰাকীও চৰিতকাৰে[৬] উল্লেখ কৰিছে। মাধৱদেৱৰ

৪ সিপিঠিৰ ২ নম্বৰ 'ক'ত উল্লেখ কৰা পুথি।

৫ ভূষণানন্দ দ্বিজ : (কুজী আৰু কোৰ্চুং সত্ৰত সংৰক্ষিত), পদ ৯০১, ৯১২-৯১৩।

৬ এতিয়ালৈকে পোৱা চৰিতৰ ভিতৰত তাতকৈ আগৰ আৰু নাই। বিদ্যানন্দ : পদ ৫৮-৬৪, ১৩৩ ; জয়হৰি দ্বিজ : পদ ১০৮-১১৩। ৰতিকান্ত দ্বিজৰ চৰিততো একে ধৰণৰ বৰ্ণনাই ঠাই পাইছে।



জীৱিত কালতে বাৰেও ঠাইৰ লোক গোটাই সভাপতি বৰঠাকুৰ পুৰুষোত্তমক তেওঁ ধৰ্ম্মাচাৰ্য্য আৰু উত্তৰাধিকাৰী পতাৰ উল্লেখ স্পষ্টভাৱে কেবাখনো চৰিতত পোৱা যায়।[৭] সংহতি বা সংঘতি নাম সেই কালতে নাপালেও মূল একেটি সম্প্ৰদায় বিভক্ত হোৱাৰ কথা ঠাকুৰ দুজনাৰ সময়ৰ চৰিতকাৰসকলে লিপিবদ্ধ কৰিছে।[৮] ইয়েই পিছত চাৰিটি ভাগত সংঘতি[৯] নামেৰে জনাজাত হয়। ধৰ্ম্ম সাধনাৰ আচাৰ-ৰীতিৰ ক্ষেত্ৰত প্ৰত্যেকটি ভাগেই দিন পাৰ হোৱাৰ লগে লগে নিজৰ মতেৰে কেতবোৰ কথা অন্তৰ্ভুক্ত কৰি তাক নিয়মত পৰিণত কৰি ললে। এনেদৰে আন ভাগবোৰৰ লগত পাৰ্থক্য দেখুৱাবলৈ প্ৰত্যেক ভাগতে কেতবোৰ স্বকীয় বৈশিষ্ট্যই ঠাই পালে যদিও ধৰ্ম্মৰ মৌলিক কোনো বিষয়ত সিবিলাকৰ মাজত অমিল পৰিলক্ষিত নহয়। অৱশ্যে পিছলৈ ব্ৰহ্মসংহতিৰ অন্তৰ্ভুক্ত কেইখনিমান সত্ৰত বিষ্ণু নাৰায়ণৰ লগতে অন্য দেৱতাৰ পূজা আদিও মানি লবলৈ ধৰিলে। গতিকে আপাত দৃষ্টিত এই ভাগকেইটিৰ মাজত কোনো মৌলিক প্ৰভেদ দেখা নাযায়। তদুপৰি সংহতি বিচাৰ কামৰূপত বৰকৈ কৰা দেখা নাযায় ; উজনি আৰু মধ্য অসমতে ই সীমাবদ্ধ বুলিব পাৰি।

শ্ৰীশঙ্কৰদেৱৰ নাতিৰ জীয়ৰী বংশৰপৰা উদ্ভৱ হোৱা "প্ৰভুৰ জীউধৰা ডাল" মহাপুৰুষীয়া চাৰিসত্ৰ—নৰোৱা, কোৱামৰা, দীঘলী আৰু

৭ বিদ্যানন্দ : পদ ১০ ; ২৪-৩১ ; ২০০-২০২ ; ৰতিকান্ত ; পদ ১১৯-১২৩ ; হৰিনাৰায়ণ : পদ ৩০০-৩০৪ ; বৰদোৱাৰ শ্ৰীবাপুটি নামনগোৱাৰ ঘৰত থকা পুথিৰ ৰমাকান্ত আতাকৃত পদ, ১৫।

৮ বিদ্যানন্দ : পদ ৪২৭-৪৪৩ ; জয়হৰি : পদ ৪৪-৫৪ ; হৰিনাৰায়ণ : পদ ৩১২-৩১৪ ; ৩৪৯-৩৫৩ ; ৩৬৩ ; ৩৬৬ ; ৩৬৯-৩৭১।

৯ সম্প্ৰতি আমি সংহতি শব্দৰ পৰিৱৰ্তে সংঘতি নামটিহে গ্ৰহণ কৰা সমীচিন বোধ কৰোঁ। কথাগুৰু চৰিত নামেৰে প্ৰকাশিত (যিখনি পুথিৰ আচল নাম "আতাপুৰুষ সবৰ বংশাৱলী চৰিত্ৰ") পুথিৰ দ্বিতীয় খণ্ডৰ ৬ষ্ঠ পৃষ্ঠাৰ ভিতৰৰ সাত নম্বৰ শাৰীত পাচোটি সংহতি বুলি উল্লেখ আছে ; অৱশ্যে নাম তাত দিয়া নাই। সেই পুথিতে শব্দটি বেলেগ বেলেগ ঠাইত ভিনভিন ৰূপত লিখিত হৈছে, যেনে-ঘাট, সংঘাট, সজ্ঞ ঘটি, সজ্ঞহতি, সংহত্তি ইত্যাদি।

চামগুৰি বংশই আহোম ৰাজ্যত থিতাপি লোৱাৰপৰাহে সংহতি বিভাগৰ কথাটিয়ে ভালকৈ খোপনি পুতি লয় বুলি [১০] কোনো কোনোৱে মত প্ৰকাশ কৰিছে। প্ৰকৃততে আহোম ৰাজ জয়ধ্বজ সিংহৰ আজ্ঞাক্ৰমে ভাটিৰ পৰা দামোদৰ আতাক অনোৱা হয় আৰু এই দামোদৰ আতাই সেই-কালত বৈষ্ণৱসকলৰ মাজত থকা পাৰ্থক্যৰ কাৰণ খৰচি মাৰি ৰজাৰ আগত ব্যাখ্যা কৰি ৰজাৰ প্ৰত্যয় জন্মাবলৈ সমৰ্থ হয়।[১১] এই কথাৰ বিৱৰণৰ ক্ষেত্ৰতে সত্ৰ আৰু সংহতিৰ ভাগ আৰু সিবিলাকৰ প্ৰত্যেকৰে বৈশিষ্ট্যৰ কথা থূলমূলকৈ দিয়া হৈছে।[১২]

সংহতি বিভাজনৰ প্ৰথম সূত্ৰপাত দামোদৰ বিপ্ৰৰ দিনতে হয়। তেতিয়া শ্ৰীশঙ্কৰদেৱৰ উত্তৰাধিকাৰী হিচাপে আছিল মহাপুৰুষ মাধৱদেৱ। মাধৱদেৱৰ তিৰোধানৰ লগে লগেই পুনৰ সম্প্ৰদায়টিৰ মাজত কেতবোৰ কথা লৈ মতভেদৰ সৃষ্টি হয়। মথুৰা দাস বুঢ়া আতাক মাধৱদেৱে বৰপেটা সত্ৰৰ ভাৰ অৰ্পণ কৰি ধৰ্ম্মাচাৰ্য্য পাতি থৈ যায়। পিছলৈ বদলা পদ্ম আতাৰে লগ লাগি সিবিলাকৰ সহযোগীসকলে আচাৰ-বিচাৰৰ ওপৰত অধিক গুৰুত্ব আৰোপ কৰে আৰু সেয়ে পিছৰ যুগত নিকা বা নিষ্ঠা সংহতি নাম পায়। এই ভাগৰ লোকসকলে দিয়া ব্যাখ্যা মতে গুৰুধৰ্ম্মৰ সকলো বিষয়তে ঐকান্তিক নিষ্ঠাৰ বাবেই ভাগটিৰ সেই নাম হৈছে। আদিতে এই সংহতি পুৰুষ সংহতিৰে ভিতৰুৱা আছিল। মথুৰাদাসৰ দিনতে মাধৱদেৱহে গুৰু নে শঙ্কৰদেৱ গুৰু এই প্ৰশ্নই

১০ মহেশ্বৰ নেওগ: শ্ৰীশ্ৰীশঙ্কৰদেৱ, পৃঃ ২০১-২০৩

১১ অনিৰুদ্ধ: গুৰুবৰ্ণনা;

১২ প্ৰত্যেক সংহতিৰে বিশদ বিৱৰণ দ্বাৰিকা দ্বিজ মিশ্ৰই তেওঁৰ সুবৃহৎ তিনি হেজাৰবো অধিক পদপুথি 'সন্তাৱলী'ত দিছে। মণিৰাম দেৱানৰ বুৰঞ্জী বিবেক ৰত্নৰ দ্বিতীয় খণ্ডত সংহতি কেইটিৰ বিৱৰণ আৰু বৈশিষ্ট্য বৰ্ণনা কৰা হৈছে যদিও ব্ৰহ্ম সংহতিৰ কথাহে আনকেইটিৰ তুলনাত অধিক। আনহাতে পুৰুষ সংহতিৰ বিষয়ে লিখা সকলো কথা আসোঁৱাহ-মুক্ত বুলিও কব নোৱাৰি।



ঠাই পায়[১৩] আৰু মথুৰা দাসৰ ফালৰ লোকসকলৰ মনত শঙ্কৰদেৱৰ আতৰি পৰা যেন হোৱাত গুৰুৰ দুই নাতি সেই কথাত অসন্তুষ্ট হৈ এই বিষয়ৰ স্পষ্টীকৰণ বিচাৰে।[১৪] আনকি এনে সময়ত মাধৱদেৱৰ নামঘোষা শাস্ত্ৰ খনি পুৰুষোত্তমে বিচৰাত মথুৰাদাসে দিবলৈ অনিচ্ছা প্ৰকাশ কৰে। সেই বাবেই পুৰুষোত্তমে ন-ঘোষা পুথি খনি লিখি উলিয়ায়।[১৫] পিছলৈ ন-ঘোষা ৰচনা কাৰ্য্যই মাধৱদেৱক উলাই কৰা যেন বুজাব পাৰে বুলি ভাবি ঠাকুৰ দেৱে সেইখনি জুইত পুৰিবলৈ লয়। পুথিৰ একাংশ দগ্ধ হোৱাৰ পিছত বাকী অংশ সেই কালত ঠাকুৰৰ লগতে থকা বাপুকৃষ্ণ ওৰফে শ্ৰীকৃষ্ণ আতাই ৰক্ষা কৰে।[১৬] সেই কালৰ এনে-বোৰ মতভেদৰ ওৰ পেলাবলৈ নাৰায়ণ দাস ঠাকুৰ আতা আৰু ৰামচৰণ ঠাকুৰে অশেষ যত্ন কৰে যদিও ভেদভাৱ সাময়িকভাৱেহে তল পৰে; নিৰ্ম্মূল নহয়।

মাধৱদেৱে মথুৰা দাসৰ দৰেই গোপাল আতাকো ধৰ্ম্মাচাৰ্য্য পাতি থৈ যায়। এইজনা আতাৰ লগৰীয়া আৰু সহযোগীসকলে ঘোষণা কৰে যে যদিও "শঙ্কৰ স্বৰূপে হৰি নিজ অংশে অৱতৰি ভকতি প্ৰদীপ লগাই থৈলা; মাধৱ স্বৰূপে আসি তৈত তৈল বত্তি দিয়া অজ্ঞান আন্ধাৰ দূৰ কৈলা।" প্ৰকৃততে এই ধৰ্ম্মবস্তুৱে পূৰ্ণতা লাভ কৰে গোপাল আতাৰ হাততহে। গোপাল আতাত এই সকলোখিনি পৰিপূৰ্ণ হোৱা বুলি ধৰি নাম দিয়া হ'ল—'পূৰ্ণগোপাল'। গোপাল আতাৰ লগত অনিৰুদ্ধও লগ লাগি পিছলৈ সিবিলাকৰ ভাগটিৰ নাম হয়—গোপালৰ মূল কালজাৰ সত্ৰৰ নামেৰে 'কাল সংহতি'। আহোম শাসনৰ বেলিকা এই সংহতিৰ

১৩ বিদ্যানন্দ: পদ ১৬৫-১৭০; ২০৭-২১৫।

১৪ বিদ্যানন্দ: পদ ৪২৮-৪৬৫।

১৫ এতিয়াও বাৰজনীয়া সকলে প্ৰসঙ্গত ন-ঘোষা গায়। দীঘলী আৰু চামগুৰি সত্ৰতো ন-ঘোষা গোৱা হয়। উৎসৱ উপলক্ষেহে বাকী দুখনি সত্ৰ—নৰোৱা আৰু কোৱানৰাত ন-ঘোষা গোৱা হয়। ব্ৰহ্ম সংহতিৰ সত্ৰতো ন-ঘোষাৰ প্ৰচলন থকাটো মন কৰিব-লগীয়া কথা।

১৬ সন্তাৱলী: পদ ২৩৩৮-২৩৪০।

এটি শাখাই ইতিহাসৰ পাত তেজেৰে বোলাই থৈ গৈছে। ভিন ভিন সময়ত, বিশেষকৈ ফুলেশ্বৰী ৰাণীৰ কালত সিবিলাকে ৰজাঘৰীয়া নিকাৰ-নিগ্ৰহ ভোগ কৰিবলগীয়া হৈছিল। মায়ামৰা বিপ্লৱৰ বুৰঞ্জীয়ে প্ৰমাণ কৰিলে—কেনেকৈ 'মাৰি যাওঁ মৰি যাওঁ, গুৰু ঋণ শুজি যাওঁ' বুলি ধৰ্ম্মৰ নামত একগোট হৈ যুদ্ধ শিক্ষাৰ প্ৰাথমিক জ্ঞানো নোপোৱা সাধাৰণ এমুঠি প্ৰজাই প্ৰবল প্ৰতাপী আহোম শক্তিক সিংহাসনচ্যুত কৰিবলৈ সমৰ্থ হৈছিল। সামাজিক তথা জাতি-বৰ্ণ বিচাৰৰ ক্ষেত্ৰত উদাৰতা অৱলম্বন এই ভাগটিৰ আন এটি বিশেষত্ব।

মাধৱদেৱৰ দিনতেই কিবা কথাত লাগি গোপাল আতাক মাধৱ-দেৱে পৰিত্যাগ কৰা বুলি প্ৰাচীন-অৰ্ব্বাচীন চৰিতত উল্লেখ আছে।[১৭] হয়তো মাধৱদেৱৰ জীৱিত কালতে আনৰ লগত এই ভাগৰ লোকসকলৰ কিবা মতভেদ হৈছিল। পুৰুষোত্তম চতুৰ্ভুজ আদি পিছৰ পুৰুষৰ সময়ত এই ভেদ ভাব ইমান প্ৰবল হৈছিল[১৮] যে আজি অলপ দিনৰ আগলৈকে কাল সংহতিৰ লোক বুলি বাকীসকলে বিষম ভাৱ প্ৰকাশ কৰিছিল। আগৰ দিনত সমাজে অতি হেয়জ্ঞান কৰা আৰু তলশ্ৰেণীৰ বুলি ধৰি লোৱা লোকসকলকো এই সংহতিয়ে শঙ্কৰদেৱৰ সাম্যভাৱৰ দৃষ্টিৰে আদৰি লৈছিল ; পৰ্ব্বত-ভৈয়াম সকলোতে ধৰ্ম্মৰ এই উদাৰ বাণী প্ৰচাৰ কৰিছিল। আচাৰ আৰু ৰীতি-নীতিৰ ক্ষেত্ৰত উদাৰ হোৱা বাবেই এই সংহতিৰ তেনে শ্ৰেণীৰ লোকৰ মাজত তান্ত্ৰিক বৌদ্ধ ধৰ্ম্মৰ প্ৰভাৱ স্বৰূপ ভিতৰপকীয়া, গোপীধৰা, পূৰ্ণসেৱা, ৰাতিখোৱা আদি অনুষ্ঠানে প্ৰৱেশ কৰিবৰ সুৰুঙা পায়। সম্ভৱতঃ এনেবোৰ কাৰণতে অন্য সংহতিৰ লোকৰ লগত সিবিলাকৰ সামাজিক সম্পৰ্ক অতি ক্ষীণ আৰু নিৰুৎসাহজনক হৈ পৰে।

১৭ বিদ্যানন্দ : পদ ৫৮-৬৪ ; ১২৪-১৩৩ ;
সন্তাৱলী : পদ ২৩৫১-২৪০৩।
১৮ হৰিনাৰায়ণ : পদ ৩১৪ ; ৩৬৩-৩৭২।



আহোম ৰজা আৰু ৰাজন্যবৰ্গৰ পৃষ্ঠপোষকতাত দামোদৰ বিপ্ৰৰ লগত যোগ হৈ সৃষ্টি হোৱা ভাগটিয়ে কৃষ্ণৰাম ন্যায়বাগীশ ভট্টাচাৰ্য্য আদিৰ শাক্ত প্ৰভাৱ গ্ৰহণ কৰে আৰু লগতে ৰজাঘৰীয়া আদব-কায়দা লৈ ভিন ভিন সময়ত অনেক প্ৰকাৰ ৰজাঘৰীয়া উৎসাহ অনুদান আদি লাভ কৰিবলৈ সমৰ্থ হয়। বাকীসকলে অৱশ্যে তেনেবোৰ কথাত গুৰুত্ব আৰোপ আৰু প্ৰয়োজন বোধ কৰা নাছিল বাবেই আজি অসমৰ সত্ৰসমূহৰ অধিক সংখ্যকৰে আৰ্থিক অৱস্থা অনুন্নতই নহয়—শোচনীয়। ধৰ্ম্ম সাধনাৰ ক্ষেত্ৰত এইবোৰক প্ৰতিবন্ধকহে জ্ঞান কৰা হৈছিল। জয়ধ্বজ সিংহ ৰজাই কুৰুৱাবাহীৰ পাঠক নিৰঞ্জন দেউক আনি আউনিআটি নামেৰে সত্ৰ পাতি অশেষ অনুগ্ৰহ দেখুৱায় আৰু তাৰ পিছৰ পৰাহে 'বামুণীয়া সত্ৰ'[১৯] কেইখনিয়ে মহাপুৰুষীয়া চাৰিসত্ৰৰ আহিৰে 'ৰজাঘৰীয়া চাৰিসত্ৰ' আখ্যা লাভ কৰি প্ৰতিপত্তিশালী হৈ উঠে। ব্ৰহ্ম সংহতিৰ এই চাৰিখনি সত্ৰ— আউনীআটি, দক্ষিণপাট, গড়মূৰ আৰু কুৰুৱাবাহী। প্ৰকৃততে আউনীআটি আৰু গড়মূৰ কুৰুৱাবাহীৰপৰাহে উদ্ভূত, সিও অনেক পিছত। আনকি কোৱামৰাৰপৰা পিছত ওলোৱা সলগুৰি, শুকদল, ইটাখুলি আদি শাখা বংশ বিস্তৃতিৰে ঘটাৰ দৰেও আউনিআটি কুৰুৱাবাহীৰ তেনে নহয়। যি হওক, পিছলৈ ৰজাঘৰত ইয়েই প্ৰসিদ্ধ হৈ উঠে। ব্ৰহ্ম সংহতিৰ সত্ৰসমূহত ব্ৰাহ্মণৰ প্ৰতিপত্তিৰ উপৰিও তান্ত্ৰিক আৰু স্মাৰ্ত্ত মতৰ কেতবোৰ অনুষ্ঠানৰ কেইখনিমান সত্ৰত প্ৰচলন ইয়াৰ আন এটি বৈশিষ্ট্য। এনেদৰে শঙ্কৰদেৱ-মাধৱদেৱৰ পিছত ধৰ্ম্ম প্ৰবৰ্ত্তকসকলৰ মাজত ভাগ হয় আৰু সংহতিৰ এনে কৃত্ৰিম ভেদভাৱেৰে সিবিলাকে 'স্বকি মতে প্ৰৱৰ্তিবে লৈলা।'

শ্ৰীশঙ্কৰদেৱে কোৱা 'নাতিতেসে আশ' কথাষাৰিৰ ওপৰত ভিত্তি কৰি মাধৱদেৱে গুৰুজনাৰ বৰপো ৰমানন্দ ঠাকুৰৰ পুত্ৰ পুৰুষোত্তম

১৯ ক. চাৰ এড্ৱাৰ্ড গেইট ; এ হিষ্টৰী অৱ এচাম
খ. সূৰ্য্যকুমাৰ ভূঞা : এংল' এচামীজ ৰিলেচন্‌চ্।

ঠাকুৰক এই ধৰ্ম্ম সম্প্ৰদায়ৰ উত্তৰাধিকাৰী পাতিলে ।[২০] পুৰুষোত্তম ঠাকুৰে বাৰজন লোকক ধৰ্ম্মাচাৰ্য্য পতাৰ লগতে, গুৰুপুত্ৰ খুৰাক হৰিচৰণৰ পুতেক চতুৰ্ভুজ ভাতৃক উত্তৰাধিকাৰী পাতে । দদাকৰ আহিৰে চতুৰ্ভুজ ঠাকুৰেও আৰু বাৰজনক ধৰ্ম্মাচাৰ্য্য পাতিলে । সেইদৰেই চতুৰ্ভুজৰ জ্যেষ্ঠ পত্নী কনকলতা আইৰ আজ্ঞাৰে, চতুৰ্ভুজৰ পোষ্যপুত্ৰ দামোদৰ আতাই[২১] আৰু কেইগৰাকীমান লোকক নিৰ্ম্মালি দি ধৰ্ম্মৰ ভাৰ দিয়ে । পুৰুষোত্তমৰ পুত্ৰ নথকাত, তেৰাৰ জীয়ৰীৰপৰা বঢ়া বংশ আৰু চতুৰ্ভুজৰ জীয়ৰী সুভদ্ৰাৰপৰা আৰু পোষ্য পুত্ৰ দামোদৰৰ[২২] পৰা বঢ়া বংশৰ সত্ৰসমূহকে পুৰুষ-সংহতিৰ অন্তৰ্ভুক্ত বুলি ধৰা হয় । এই ভাগৰ লোকসকলে দিয়া ব্যাখ্যা মতে মূল পুৰুষ নাৰায়ণেই ইয়াৰ আদিজন উপাস্য হেতু এই সংহতিৰ সেই নাম । আন এটি মতে 'মহাপুৰুষ' শঙ্কৰদেৱ প্ৰবৰ্ত্তিত ধৰ্ম্মবস্তুৰ সকলোখিনি এই লোকসকলেই অটুট ৰাখে বাবে মহাপুৰুষৰ নামেৰে এই নাম পাইছে । উক্ত দুয়োবিধ ব্যাখ্যাৰ যুক্তিযুক্ততা সম্পৰ্কে ভাবিবলগীয়া হয় ; সেইবাবে এনে অনুমান কৰিলেই হয়তো সমীচিন হব যে পৰম ব্যক্তিত্বসম্পন্ন পুৰুষোত্তম ঠাকুৰৰ নাম অনুসৰিয়েই এই সংহতিৰ নাম পুৰুষ সংহতি হৈছে। অৱশ্যে পুৰুষোত্তম, চতুৰ্ভুজ আনকি দামোদৰ ঠাকুৰ আতাকো কেন্দ্ৰ কৰিয়েই এই ভাগটিৰ উক্ত নাম হৈছে । সেইফালৰপৰা এই ভাগটিৰ নাম 'ঠাকুৰীয়া' হোৱাহে হয়তো সমীচিন হ'লহেঁতেন ।[২৩] কিন্তু

২০ বিদ্যানন্দ : পদ ২৪-৩৩, হৰিনাৰায়ণ : পদ ৩০০-৩০৪ ; অনিৰুদ্ধ ; পদ ১২১-১২৯ ।

২১ সন্তাৱলী : পদ ২৭৫৪-২৭৬৭ । আই কনকলতাৰ চৰিত্ৰ নামেৰে প্ৰকাশিত পুথিতো একে বিৱৰণ দিয়া হৈছে ।

২২ ক. বৰদোৱাৰ শ্ৰীবাপুটি নাম লগোৱাৰ হাতত থকা 'চন্দ্ৰচাৰু' কৃত পুথি ;
খ. মদন আতাৰ পদ ; গ. দিচিয়াল বংশাৱলী চৰিত, পৃষ্ঠা ৪ (ক),
ঘ. অনিৰুদ্ধ : পদ ১৬৪-১৬৭ ।

২৩ এই প্ৰসঙ্গত দামোদৰ আতাই জয়ধ্বজ সিংহ ৰজাক কোৱা "ঠাকুৰীয়া বুলি ৰাজা আমাকে কহয়" কথাষাৰি মন কৰিবলগীয়া ।



ঠাকুৰীয়া শব্দটি পিছলৈ আন অৰ্থতহে ব্যৱহাৰ হোৱা দেখা যায় । যিহওক, মহাপুৰুষ শঙ্কৰদেৱৰ লগত এই সংহতিৰ প্ৰত্যক্ষ সম্পৰ্কৰ কথা নুই কৰিব অৱশ্যে নোৱাৰি ।

সপ্তদশ শতিকাৰ দ্বিতীয় দশকৰ ভিতৰত পুৰুষোত্তম ঠাকুৰৰ প্ৰয়াণ ঘটে আৰু সেই শতিকাৰে প্ৰথমাৰ্দ্ধৰ শেষৰ ফালে চতুৰ্ভুজ ঠাকুৰৰো জীৱন অৱসান ঘটে । এই দুইজনা ঠাকুৰৰ জীবিতাৱস্থাত বিভাজন ঘটিলেও পুৰুষ সংহতিৰ নাম সম্ভৱতঃ সেইকালত হোৱা নাই । চতুৰ্ভুজৰ পিছত দামোদৰ আতাৰ মুখেদি সংহতি ভাগৰ বৰ্ণনা কৰা হৈছে । সপ্তদশ শতিকাৰ শেষৰ ফালৰ ৰচনাতহে লিপিৱদ্ধ ৰূপত শব্দটিৰ প্ৰয়োগ পোৱা গৈছে । গতিকে সংহতিৰ জন্ম উক্ত দুই ঠাকুৰৰ জীৱিত কালতে হলেও তাৰ নামকৰণ সপ্তদশ শতিকাৰ শেষৰ ফালেহে হোৱা বুলি ধৰিব পাৰি ।

শঙ্কৰোত্তৰ বৈষ্ণৱ ধৰ্ম্মৰ শ্ৰেণীবিভাগৰ মূলতে ইয়াৰ গুৰি ধৰোতা সকলৰ মাজত হোৱা মিলৰ অভাৱ বুলিয়েই ঘাইকৈ ক'ব পাৰি । বিশেষকৈ গুৰু-নাতি দুজনৰ বৰ্তমানত সৰহচাম লোকে উত্তৰাধিকাৰী হিচাপে আনক স্বীকৃতি দিবলৈ টান পোৱাটো স্বাভাৱিক । সিবিলাকৰ হাতত্তেই ধৰ্ম্মবস্তুৰ 'সৰ্বস্ব' অটুট থকা আৰু বংশ পৰম্পৰাগতভাৱে সকলোখিনি ৰক্ষা কৰা বুলি বহুতেই মানিছিল । সমসাময়িকভাৱে মাধৱদেৱে পতা ধৰ্ম্মাচাৰ্য্যসকলৰ ভিতৰত অগ্ৰগণী কেইজনমানৰ ক্ষেত্ৰতো এনে মনোভাৱ সেই সেই দলৰ লোকসকলে লোৱাটো স্বাভাৱিক আছিল । তাৰেই আকৌ সৰহ সংখ্যক লোকে পুৰুষোত্তম ঠাকুৰৰ দৰে বিশাল ব্যক্তিত্বসম্পন্ন লোকজনৰ নেতৃত্ব মানি লৈছিল । ইয়াৰ বাহিৰত থাকিল মাথোন গোপাল আতা আৰু মথুৰাদাসৰ সহযোগী সমন্বিতে ভাগ দুটিহে । পিছলৈ দামোদৰীয়া, হৰিদেৱী আদি পন্থৰ লগত সহযোগ কৰি ব্ৰহ্ম সংহতিৰ সৃষ্টি যেনেকৈ হ'ল, সেইদৰেই গোপাল আতা, অণিৰুদ্ধ আতাৰপৰা কাল সংহতি আৰু সদৌ শেষত মথুৰাদাস, বদলা পদ্মআতাৰ ফালৰপৰা নিকা সংহতিৰ উদ্ভৱ হবলৈ পালে ।

ওপৰৰ আলোচনাৰপৰা পুৰুষোত্তম ঠাকুৰকেই পুৰুষ সংহতিৰ গুৰি বুলি ধৰিব পাৰি । এইজনা ঠাকুৰক সাধাৰণতে 'বৰ-ঠাকুৰদেৱ'

বোলা হৈছিল। নিজৰ পুত্ৰাদিক্ৰমে বংশ নথকাত বৈষ্ণৱসমূহৰ মাজৰ-পৰা উপযুক্ত চাই বাৰজন 'মহন্ত' পতা তেখেতৰ এই কাৰ্য্যত কোনো কোনো চাম লোকে হয়তো বেয়াও পাইছিল। কাৰণ শঙ্কৰদেৱ-মাধৱ-দেৱৰ দৰেই জাতিগত মৰ্য্যাদাতকৈ উপযুক্ততাৰ বিচাৰহে ঠাকুৰেও প্ৰধানকৈ কৰিছিল। সেইসকলক 'বৰ-বাৰজনীয়া' বোলা হয়। সেই-সকলৰ তালিকা প্ৰস্তুত কৰাত অসুবিধা থাকিলেও তলৰ দৰে কৰি লব পাৰি। এই বাৰজনৰ ভিতৰত প্ৰথম ছজন ব্ৰাহ্মণ আৰু বাকী কেইজন কায়স্থ।

১. কেশৱ আতা—কোৰ্চুং বা কুৰঁৱাচোং সত্ৰ
২. গোপীনাথ—চেকেৰাতলী সত্ৰ
৩. বাসুদেৱ—চতমী সত্ৰ
৪. ৰামকৃষ্ণ—গোমোঠা সত্ৰ
৫. পৰমানন্দ ভাগৱতী—ৰতনপুৰ সত্ৰ
৬. পৰশুৰাম—পুণিয়া সত্ৰ, ফুলবাৰী সত্ৰ
৭. বাপুকৃষ্ণ বা শ্ৰীকৃষ্ণ—এলেঙি সত্ৰসমূহ
৮. হৰিচৰণ—সাওকুচি বা সাউদকুচি সত্ৰ
৯. কমললোচন—কাথৰপো, কাথবাপু সত্ৰ
১০. মুৰাৰি—বেঙেনাআটি সত্ৰ
১১. কৃষ্ণচৰণ—চুপহা, চিপহা সত্ৰ
১২. কমললোচন—ঠকৰিয়াল সত্ৰ

এই সত্ৰসমূহৰ ভিতৰত বাপুকৃষ্ণ বা শ্ৰীকৃষ্ণ আৰু তেৰাৰ তিনি-গৰাকী ককাই-ভাই "কৃষ্ণ"ত্ৰয়ৰপৰা বঢ়া সত্ৰসমূহৰ সংখ্যাই বৰ্ত্তমান অসমত বেছি। সতানন্দ বৰভকতৰ এইজনা পুত্ৰৰপৰা বঢ়া সত্ৰৰ নাম অনুসৰিয়েই আনহে নালাগে এতিয়াও অনেক লোকেই উক্ত 'বাৰজনীয়া' ধৰ্ম্মাচাৰ্য্যকো 'এলেঙিয়াল গোসাই' বুলিহে কয়। এলেঙি সত্ৰসমূহৰ ভিতৰতো আকৌ লেটুগ্ৰাম, খাতপাৰ, পোৰাভেটি, মদাৰগুৰি, নিকামূল, বাঁহজেঙনি, নাচনীঘাট, বালিপাৰা, কাকৰিকটা, পহমৰা, উলুতলী, টকৌবাৰী, কলংপুৰ, জজিয়া, বালিপুখুৰী, গটঙা আৰু ৰবালি-



মৰা আদি অসংখ্য সত্ৰ পৰিছে।[২৪] সতানন্দৰ মূল সত্ৰ পতিগগু বুলি কোৱা হয়।

পুৰুষোত্তম ঠাকুৰৰ দৰেই চতুৰ্ভুজ ঠাকুৰেও একে উদ্দেশ্যৰেই আৰু বাৰজন ধৰ্ম্মাচাৰ্য্য পাতে। চতুৰ্ভুজক সৰু ঠাকুৰ দেৱ বোলা হৈছিল বাবে, তেৰাই পতা মহন্তসকলক সৰু বাৰজনীয়া বোলা হয়। মন কৰিবলগীয়া যে গুৰুৰ দুজনা নাতিৰ ভিতৰত এজনৰো পুত্ৰাদিক্ৰমে বংশ নৰল। চতুৰ্ভুজৰ পুত্ৰ দৈৱকীনন্দনক তিনি বছৰ বয়সতে 'সতিনীতাপত দগ্ধা' কনকলতা আয়ে বসন্ত ওলাওঁতে গাত বিহ কাপোৰ দি মৰাত ঠাকুৰে[২৫] মনত বৰ আঘাত পায় আৰু বায়েক গোবিন্দ-প্ৰিয়াৰ গৰ্ভত গৌৰীকান্ত বৰুৱা আতাৰ ঔৰষজাত সন্তান দামোদৰক নাভিছেদ কৰিয়েই পোষ্য পুত্ৰৰূপে তুলি লয়।[২৬] অন্তিম কালতো 'ধৰ্ম্ম-শাস্ত্ৰ ভাগৱত সহিতে আমাৰ, আজি ধৰি দামোদৰ জানা অধিকাৰ'[২৭] বুলি ঘোষণা কৰি দামোদৰ আতাকে উত্তৰাধিকাৰী পাতি থৈ যায়। পিছত দামোদৰ আতায়ো চতুৰ্ভুজৰ দৰেই কনকলতাৰ আজ্ঞাৰে আৰু বাৰজন আচাৰ্য্য পাতে। এইসকলক সাধাৰণতে 'আতা দামোদৰে পতা' বা 'কনকা-বাৰজনীয়া' বুলি কোৱা হয়। সৰু বাৰ-জনীয়া আচাৰ্য্যসকলৰ প্ৰথমৰ চাৰিজন ব্ৰাহ্মণ বুলি জনা যায়। সেইসকল হৈছে—

১. গোবিন্দ (মাধৱ ?)—বিহিমপুৰ সত্ৰ
২. ৰামভদ্ৰ—নাচনীপাৰ সত্ৰ
৩. বিষ্ণু—ভাওৰাল সত্ৰ
৪. কানাই—চুঙাপাৰ সত্ৰ

২৪ নৰোত্তমৰ বৰভক্ত বংশাৱলী, পাঠক ব্ৰজনাথৰ সত্ৰনুসাৰণী আৰু পবিত্ৰ অসম (প্ৰথম প্ৰকাশ, যোৰহাট, ১৯৬০ চন)ৰ ১১৬-১২৪ পৃষ্ঠা আৰু ভূমিকাৰ ৩২ পৃষ্ঠাত এই সত্ৰ-সমূহৰ বিশদ বিৱৰণ দিয়া হৈছে।

২৫ সন্তাৱলী ঃ পদ ২৫০৯-২৫১৫।

২৬ ক. কোৰ্চুংসত্ৰৰ পৰা সংগৃহীত চৰিত, পৃষ্ঠা ১১ (খ); খ. ৰতিকান্ত ঃ পদ ১৬৪-১৬৭; গ, বিদ্যানন্দ ঃ পদ ৪৯৭-৫০৫; ঘ. প্ৰাচীন কামৰূপীয় কায়স্থ সমাজৰ ইতিবৃত্ত; (নলবাৰী, ১৯৪১ চন) পৃষ্ঠা ২৩৪।

২৭ মদন আতা কৃত পদ (বৰদোৱাৰ শ্ৰীবাপুটি নাম লগোৱাৰ ঘৰত সংৰক্ষিত)।

৫. ৰামদেৱ (মাধৱ ?, হৰি ??)—বনগঞাসত্ৰ (দ্বিজ ?)
৬. জয়কৃষ্ণ—ঘৰকটীয়া সত্ৰ
৭. জয়কানাই (ৰামকানাই ?)—গোভীৰ সত্ৰ
৮. গোপীনাথ—কাৰৈমাৰী সত্ৰ
৯. মুকুন্দ—হালধিআটী সত্ৰ
১০. ৰত্নাকৰ (দ্বিজ ?)—সলগুৰি সত্ৰ
১১. কানু (দ্বিজ ?)—উজনিয়াল সত্ৰ
১২. সনাতন (দ্বিজ ?)—বেলসিধিয়া সত্ৰ ।

এবাৰ চতুৰ্ভুজ ঠাকুৰৰ তিথি পালনৰ বাবে যোগাৰ কৰি কনকলতা আয়ে কলিয়াবৰত থকা বাৰজনীয়া মহন্তবৰ্গক মতালে । পুহমহীয়া পকাধান এৰি মহন্তসকল যাবলৈ অনিচ্ছুক হোৱাত আই নিৰুপায়ত পৰিল । ইফালে সিবিলাক আহিব বুলি সকলো যোগাৰ পাতিও কৰা হ'ল । হেন সময়তে কোৰ্চুং সত্ৰৰ কেশৱ আতাৰ বুদ্ধি ক্ৰমে কনকলতাৰ আজ্ঞাৰে দামোদৰ আতাই আৰু এচাম লোকক আচাৰ্য্য পাতি নিৰ্ম্মালি দিয়ে আৰু সেই সকলেৰেই তিথি-উছৱ সমাধা কৰা হয় । সেই সকলৰ তালিকা ভিন ভিন লিখকে ভিন্ন মতে দিছে । দামোদৰ আতাই আজ্ঞা দিয়া চৈধ্যজনৰ নাম পোৱা যায় । 'বাৰ' শব্দটি এই ক্ষেত্ৰত অনিৰ্দ্দিষ্ট অৰ্থত ব্যৱহাৰ হোৱা বুলিহে ধৰা সমীচিন হব । তদুপৰি এই আজ্ঞাপৰ আচাৰ্য্যসকলৰ মাজত বৰ বাৰজনীয়া, সৰু বাৰজনীয়া আদি ভাগ হলেও, সিবিলাকৰ ভিতৰত কোনো প্ৰভেদ ৰখা নহৈছিল । সেইবাবে তালিকা যুগুতকাৰী বহতো লিখকেই নাম আৰু সত্ৰৰ খেলিমেলি কৰা দেখা যায় । আতা দামোদৰে পতাসকলৰ তালিকাখনি তলৰ দৰে কৰিব পাৰি । ইয়াৰে প্ৰথম চাৰিগৰাকী ব্ৰাহ্মণ ।

১. হৰিচৰণ—পাটিয়ৰী, পাটিয়াটাৰী সত্ৰ
২. গোপীনাথ—নলতলী সত্ৰ
৩. জয়হৰি—ধনীগ্ৰাম, মিচিমি সত্ৰ



৪. ৰঘুপতি—কন্টৰী সত্ৰ
৫. শ্ৰীৰাম—পাতকটীয়া সত্ৰ (হাবুং ?)
৬. আত্মাৰাম—বৰালিমৰা সত্ৰ
৭. মোহন (ৰামচৰণ ?)—ধোন্দল (ধুধুলি) সত্ৰ
৮. মনপুৰ—অভয়পুৰীয়া সত্ৰ
৯. অনন্ত আতা বা হৃদয়ানন্দ—কালশিলা সত্ৰ
১০. জয়কৃষ্ণ—কৌপতীয়া সত্ৰ
১১. শঙ্খনাথ—ককিলাগঞা সত্ৰ
১২. পৰমানন্দ—কোঠৰ গঞা সত্ৰ
১৩. গোবিন্দ—খেদাপাৰ সত্ৰ
১৪. গোপাল—কমলাবাৰী সত্ৰ

কোনো কোনোৰ মতে ওপৰৰ ৬, ৮, ৯ আৰু ১৪ নম্বৰৰ পৰিবৰ্ত্তে যথাক্ৰমে জগতানন্দৰ আধাৰ সত্ৰ, ৰতিকান্ত দ্বিজৰ নেপালি সত্ৰ, মেধি সাধু দ্বিজৰ দিগচোং সত্ৰ আৰু নাৰদৰ দৰং সত্ৰকহে ধৰা হৈছে।

ওপৰৰ সত্ৰসমূহক যথাক্ৰমে পুৰুষোত্তম, চতুৰ্ভুজ আৰু দামোদৰ আতাৰ আজ্ঞাপৰ সত্ৰ বুলি কোৱা হয় । গুৰু-নাতি দুজনাৰপৰা বৃদ্ধি হোৱা সত্ৰসমূহৰ ভিতৰত চাৰিখন সত্ৰ বিখ্যাত হৈ উঠে—ধন-ঐশ্বৰ্য্যৰ বলত অথবা ৰাজ অনুগ্ৰহত নহয়,—ধৰ্ম্ম আৰু সংস্কৃতিৰ ক্ষেত্ৰত সিবিলাকে আগবঢ়োৱা বৰঙণি আৰু গ্ৰহণ কৰা ভূমিকাৰ বাবেহে। ইয়াৰে প্ৰথম দুখনি—নৰোৱা আৰু কোৱামৰা, যথাক্ৰমে দামোদৰ আতা আৰু চতুৰ্ভুজৰ কন্যা সুভদ্ৰা আইৰ পুত্ৰ অনন্তৰায়ৰপৰা বঢ়া । আন দুখনি দীঘলী আৰু চামগুৰি—পুৰুষোত্তমৰ জোৱায়েকৰ (জীয়েকৰপৰা নহয়) ফালৰপৰা উদ্ভৱ হোৱা । অসমীয়া লোকগীতৰ 'উজাই নৰোৱা, ভাটিয়াই বৰদোৱা, মাজত বাসুদেৱৰ থান'—এই তিনিওখনি নৰোৱা বংশৰ ঘাই সত্ৰ ।

চতুৰ্ভুজ ঠাকুৰৰ কনিষ্ঠা ভাৰ্য্যাৰ কন্যাৰপৰা বঢ়া সত্ৰ বিষ্ণুপুৰ-ঘিলাজাৰী আৰু কোৱামৰাৰে বংশ বৃদ্ধি হৈ বসতি কৰা সলগুৰি-শুকদলৰ শাখা প্ৰশাখাৰে বংশবৃক্ষ বিস্তৃত হৈ পৰিছে । পিছলৈ কমলেশ্বৰ সিংহ ৰজাৰ দিনত কোৱামৰাৰ শাখা সলগুৰিয়ে 'গোজেই গজালি

হৈ'[২৮] বৰদোৱাৰ অংশ দাবী কৰে আৰু নবোৱা আৰু সলগুৰিৰ মাজত দুৰ্ঘোৰ কন্দল লাগে। সেই সময়তে নিজ নিজ স্বাৰ্থ পূৰণৰ অৰ্থে দুয়োদলৰ লোকে কেতবোৰ গ্লানিকৰ চৰিত আৰু ভণিতাহীন পুথি ৰচনা কৰি প্ৰাচীন বুলি চলাবৰ যত্ন কৰে আৰু কোনো কোনোৱে পূৰ্ব্বৰ চৰিত পুথিৰ পদ কাটি নিজ উদ্দেশ্য সিদ্ধিৰ অৰ্থে পূৰণ কৰোৱায়। শঙ্কৰোত্তৰ অসমীয়া বৈষ্ণৱ ধৰ্ম্মৰ ক্ষেত্ৰত তাৎপৰ্য্যপূৰ্ণ ভূমিকা গ্ৰহণ কৰা বুলি যি গৰাকী মহিলাই খ্যাতি লাভ কৰিছে, তাৰ অন্তৰালত থকা ব্যক্তিজন দামোদৰ অতদিনে অনাস্বীকৃতভাৱেই পৰি আছিছে। এই বিষয়ত কোৰ্চুং সত্ৰৰ কেশৱ আতাৰ পুত্ৰ ভগবান আতাৰো অৱিহণা অন্যান্য বাৰজনীয়া মহন্তসকলৰ দৰেই কোনোগুণে কম নহয়। প্ৰকৃততে গুৰুজনাৰ নাতিবোৱাৰী বুলি কনকলতাৰ হেজাৰ দোষ থাকিলেও ঢাকি, সমাজত ডাঙৰ পাতি লৈ ফুৰিছিল দামোদৰ আতা আৰু বাৰজনীয়া মহন্ত সকলেহে। এই কনকলতা আইৰ দিনতে সৃষ্টি হোৱা গৃহ-কন্দল দামোদৰ পুত্ৰ ৰমাকান্ত আতাৰ দিনত অধিক বৃদ্ধি পায়। ৰমাকান্ত আতাৰ সেৱক ব্ৰাহ্মণ পণ্ডিত বিখ্যাত কথাগুৰু চৰিতৰ বক্তা চক্ৰপাণি বৈৰাগী আতৈয়ে বৰদোৱাত সৰুহিস্যা-সলগুৰিত বসবাস কৰিবলগীয়া হোৱা কাহিনীয়ে গৃহবিবাদ আৰু দুগুণে বঢ়ায়। শঙ্কৰ-দেৱৰ পিছত অটব্য অৰণ্যত পৰিণত হোৱা বৰদোৱা উদ্ধাৰ কৰিবলৈ কোৰ্চুঙৰ ভগবান আতা আৰু কনকলতা আয়েৰে সৈতে দামোদৰ আহি প্ৰথমে লুইতৰ বালিতে বসতি কৰে। চতুৰ্ভুজৰ পৰিয়ালৰ দায়িত্ব আছিল—তোলনীয়া পো দামোদৰৰ হাতত। বালিত থাকি গিছলৈ তাতে সত্ৰ পতাত আৰু দামোদৰে অন্তিমকালত তাতে শেষ নিশ্বাস পেলোৱাত এই বালিসত্ৰ নবোৱাৰ এখনি বিখ্যাত সত্ৰ হৈ পৰে। আনকি গুৰুজনাৰ দিনৰ অমূল্য সম্পদ চিত্ৰ-ভাগৱতকে ধৰি অনেক প্ৰাচীন সম্পদো ৰক্ষিত

২৮ বিভিন্ন চৰিতৰ উপৰিও বৰদোৱা থানৰ বৰফালত আঠেকুৰিবো অধিক বছৰ কাল বৰ নাম লগোৱা হৈ থকা শ্ৰীনবোৰাম দত্ত নাম লগোৱাৰপৰা পোৱা বিৱৰণ।



হৈছে এই বালিসত্ৰতে। দামোদৰ আতাই বৈষ্ণৱপুৰ (বৰ্ত্তমান কুজী) নামেৰে বৰদোৱাৰ ওচৰত আন এখনি সত্ৰ প্ৰতিষ্ঠা কৰে। দামোদৰৰ পৰিনাতি ৰামদেৱ আতাৰ দিনত বৰদোৱা বিভাজনে চূড়ান্ত অৱস্থা পায়। গতিকে ৰামদেৱে বৰদোৱা আৰু বালিসত্ৰৰ মাজতে ৰামপুৰ নামেৰে এখনি সত্ৰ পাতে। তেতিয়াৰপৰা এটি জনপ্ৰিয় ফকৰাই উক্ত সত্ৰকেইখনিৰ বৈশিষ্ট্য আৰু ভোগালি ঠাই বুলি বালিসত্ৰৰ আকৰ্ষণৰ খ্যাতি প্ৰকাশ কৰি আছিছে--'বৈষ্ণৱপুৰ চলচলি (পানীৰে ওপচা), বৰদোৱা সিংহালি (বৰ্ণ বিপৰ্য্যয়--হিংসালি), বালিসত্ৰ মাজে কুচ, নেওচা খোৱা ৰামপুৰ।'[২৯]

কোৱামৰাৰপৰা বৃদ্ধি হোৱা সত্ৰসমূহৰ লগতে মঙ্গলদৈৰ খটৰা সত্ৰও ধৰিব পাৰি। এই সকলোৰে আদি সত্ৰখনিৰ নাম আছিল--গোবিন্দপুৰ। প্ৰতিষ্ঠাপক সুভদ্ৰাৰ পুত্ৰ অনন্তৰায় আতাই পিছলৈ কোৱামৰা নামে সত্ৰ পাতে। ইয়াৰ পিছত মধুপুৰ নামে আন এখনি সত্ৰ শিৱসাগৰৰ ওচৰতে পাতি পুতেকক সেই নতুন সত্ৰৰ ভাৰ দিয়ে যদিও, সত্ৰখনিৰ নাম ঠাইখিনিৰ নামেৰেই সলগুৰি বুলিহে জনাজাত হয়। গদাধৰ সিংহৰ বৈষ্ণৱ নিৰ্য্যাতনৰ বেলিকা ৰাজধানীৰ সমীপস্থ কোৱামৰা সত্ৰই অশেষ নিকাৰ ভুজিবলগীয়া হয়।[৩০] কোৱামৰাৰ বংশ সলগুৰিৰপৰা গৈ পিছত বৰদোৱাত বসতি কৰে।

পুৰুষোত্তমৰ জোৱায়েক নিৰঞ্জন গাভৰু গিৰিয়ে প্ৰথমা পত্নী অৰ্থাৎ ঠাকুৰৰ কন্যা বিয়োগ হোৱাত আন এগৰাকী বিবাহ কৰায়। এই ভাত নাখাতী আইৰপৰা চাৰিজন পুত্ৰ হয়--চক্ৰপাণি, সাৰঙ্গপাণি, গদাপাণি আৰু পদ্মপাণি। সিবিলাকে আহোম ৰাজ উদয়াদিত্য আৰু চক্ৰধ্বজ সিংহৰ পৃষ্ঠপোষকতাত যথাক্ৰমে চামগুৰি, দীঘলী, চৰাই-খোলা বা চৰাইখোৱাং আৰু ভোগবাৰী সত্ৰ পাতে। পুৰুষোত্তম ঠাকুৰৰ আন এগৰাকী কন্যা অনন্তপ্ৰিয়াক ইন্দ্ৰজিত গাভৰুগিৰিয়ে বিবাহ কৰায়। সেই ডালৰপৰাও চাৰিখনি সত্ৰৰ উদ্ভৱ হয়— হাতী-মৰা, কুঢ়িমৰা, চেপেটিমৰা আৰু ঘৰিয়ালে খোৱা।

২৯ বিং কান্ধুলী নাৱৰ সত্ৰৰ বহুৰ বয়সীয়া শ্ৰীযুতা প্ৰেমলতা মহন্ত 'সেন্দুৰী বাই'ৰ পৰা প্ৰাপ্ত।

৩০ ভদ্ৰচাৰু কৃত "অনন্তচৰিত"।

ওপৰৰ এই সকলোখিনি সত্ৰকেই পুৰুষ সংহতিৰ অন্তৰ্গত ধৰা হয়। সত্ৰীয়া চৈধ্য প্ৰসঙ্গৰ আহি মাধৱদেৱৰ দিনতে প্ৰৱৰ্তন কৰা বুলি কোৱা হয় যদিও পুৰুষোত্তম ঠাকুৰেহে নাম কীৰ্তন কৰাৰ বিশদ নিয়ম প্ৰণালী বান্ধে[৩১] আৰু সেইমতে মাধৱদেৱৰ নামঘোষা প্ৰসঙ্গীয়া কীৰ্তনৰ আগতে গোৱাৰ ব্যৱস্থা কৰে। সত্ৰীয়া প্ৰসঙ্গ প্ৰণালীৰ এই ৰীতিৰ প্ৰভাৱ অন্য সংহতিৰ সত্ৰসমূহতো স্পষ্টভাৱে এতিয়াও দেখা যায়। তাৰে গড়মূৰ কুকুৰাবাহীৰ বাহিৰেও ব্ৰহ্ম সংহতিৰ অন্তৰ্ভুক্ত শ্ৰৱণী আদি সত্ৰত গোৱা-বোৱাৰ প্ৰণালীত আৰু সত্ৰ পৰিচালনা আৰু প্ৰসঙ্গ আদি বিষয়ত অসমত থকা চৈতন্য পন্থী সত্ৰসমূহত এই প্ৰভাৱ চকুত লগা।

অসমীয়া সাহিত্যৰ ক্ষেত্ৰত পুৰুষ সংহতিৰ অৱদান মন কৰিবলগীয়া। এতিয়ালৈকে নাম জনা আৰু প্ৰকাশ পোৱা চৰিত পুথিৰ ভিতৰত প্ৰাচীন আৰু সৰহ সংখ্যকখিনি এই সংহতিৰ ভিতৰুৱা। গীত-মাত আৰু ভক্তিতত্ত্ব সম্পৰ্কীয় পুথি-পাঁজি অপ্ৰকাশিত অৱস্থাত অসমীয়া সাহিত্যৰ শঙ্কৰোত্তৰ যুগৰ ভঁড়াল ভৰি ঠাহ খাই আছে। সকলোতকৈ লেখত লবলগীয়া হৈছে—শঙ্কৰদেৱ প্ৰৱৰ্ত্তিত অঙ্কীয়া পৰ্য্যায়ৰ নাটৰ অনুৰূপে বিভিন্ন সত্ৰত ভিন ভিন সময়ত ৰচিত হোৱা অসংখ্য নাটৰ সৃষ্টি, যিটি বিভাগত ধাৰাবাহিকভাৱে খৃষ্টীয় ষষ্ঠদশ শতিকাৰপৰা আৰম্ভ কৰি এতিয়ালৈকে প্ৰচলিত থকাৰ উদাহৰণ অন্যান্য ভাৰতীয় সাহিত্যৰ ক্ষেত্ৰত খুব কমেইহে আঙুলিয়াই দেখুৱাব পৰা যায়।*

৩১ সন্তাৱলী ঃ পদ ২২৮২-২৩০১।

* এইখিনি যুগুত কৰোঁতে ওপৰত উনুকিয়াই যোৱাৰ বাহিৰেও লিখকৰ অপ্ৰকাশিত Early History and Development of the Purusa Samhati Sect of Assam Vaisnavism নামক গৱেষণা গ্ৰন্থৰ পৰাই যাইকৈ সহায় লোৱা হৈছে।

# অসমীয়া সমাজত এভুমুকি

—সৰ্ব্বেশ্বৰ ৰাজগুৰু

## অৱতৰণিকা ঃ

অসমত বা অসমীয়া সমাজত যিমান সংখ্যক মানৱ গোষ্ঠীৰ লোকৰ মিলন হৈছে পৃথিবীৰ আন কোনো ঠাইত তেনে সংখ্যক লোকৰ মিলন হোৱা দেখিবলৈ পোৱাটো বিৰল। কিন্তু ইয়াত মিলন হোৱা বেলেগ বেলেগ গোষ্ঠীবোৰ অসমৰ আদিম বাসিন্দা নহয়। পৃথিবীৰ নানা অংশৰ পৰা আহি ইয়াত এই লোকসকল গোট খাইছে। প্ৰাচীন কামৰূপ বা অসমতনো ইমান সংখ্যক বিভিন্ন গোষ্ঠীৰ লোক আহি গোট খাবলৈ কিয় পালে তাৰ উহ বিচাৰি গলে আমি তিনিটা প্ৰধান কাৰণ দেখিবলৈ পাওঁ। প্ৰথমটো হ'ল অসম পৃথিবীৰ এটা মূল প্ৰব্ৰজনৰ পথত অৱস্থিত। সৰুসুৰা প্ৰব্ৰজন আৰু আন্তৰ্জ্জাতিক ব্যৱসায়ৰ কেইবাটাও পথ ইয়াৰ মাজেদি আছিল। এই পথবোৰেদি প্ৰব্ৰজন কৰা লোকসকলৰ কোনো কোনো দল কোনো কোনো সময়ত সম্ভৱতঃ থাকিও গৈছিল। ইয়াৰ সাৰুৱা ব্ৰহ্মপুত্ৰ উপত্যকাৰ আকৰ্ষণকো সম্ভৱতঃ এই লোকসকলে উপেক্ষা কৰিব নোৱাৰিছিল। সাৰুৱা ব্ৰহ্মপুত্ৰ উপত্যকাই প্ৰব্ৰজনকাৰীসকলক আকৰ্ষণ কৰি ৰখাৰ উপৰিও বহুতক অন্য ঠাইৰ পৰা ইয়ালৈ আকৰ্ষণ কৰি আনিছিল। তৃতীয়তে প্ৰব্ৰজনৰ পৰবৰ্ত্তী কালত অসমৰ পাট, এৰি, মুগা কাপোৰ আৰু লা, সোণ, হাতীদাঁত, মজাঠি, জালুক আদি আন্তৰ্জ্জাতিক খ্যাতিসম্পন্ন বস্তুৱেও ইয়ালৈ বহুতো লোকক আকৰ্ষণ কৰি আনিছিল।

অসমলৈ কেতিয়াৰপৰা বিভিন্ন মানৱ গোষ্ঠীৰ লোকসকল আহিবলৈ আৰম্ভ কৰিছিল সেই বিষয়ে সঠিক একো ক'ব নোৱাৰি। ভাৰতবৰ্ষত

বসবাস কৰা এক প্ৰখ্যাত মানৱ-গোষ্ঠী অণ্ট্ৰ-এচীয় (Austro-Asiatic) লোকসকল অন্ততঃ খৃঃ পূৰ্ব্ব ১৫০০ বছৰৰ আগেয়েই অসমৰ উত্তৰ পূবেদি সোমাই অসম তথা ভাৰতবৰ্ষৰ বিভিন্ন অঞ্চলত বিয়পি পৰিছিল বুলি ডক্তৰ সুনীতি কুমাৰ চট্টোপাধ্যায়ে কয়। ইয়াৰ পাচত তিব্বত-বৰ্ম্মী, আলপাইন, আৰ্য্য, টাই চীন আদি বিভিন্ন গোষ্ঠীৰ বিভিন্ন ফৈদৰ লোক নানা পথেদি অসম সোমাইছিল।

অসমীয়া সমাজ আৰু সংস্কৃতিৰ গঠন আৰু ক্ৰমবিকাশৰ ধাৰা বা গতিটোক প্ৰাগৈতিহাসিক যুগৰ পৰা বৃটিছ শাসনৰ আগলৈকে তিনিটা বহল স্তৰ বা যুগত ভগাব পাৰি ঃ (১) প্ৰাগৈতিহাসিক যুগ, (২) প্ৰাচীন যুগ আৰু (৩) মধ্য যুগ। খৃষ্টপূৰ্ব্ব ১ম আৰু ২য় শতাব্দীৰ উৰ্দ্ধৰ কালছোৱাক প্ৰাগৈতিহাসিক যুগ বুলিব পাৰি। অসমৰ প্ৰাগৈতিহাসিক যুগৰ কথা এতিয়াও অন্ধকাৰাচ্ছন্ন হৈ আছে। খৃষ্টপূৰ্ব্ব ১ম ২য় শতাব্দীৰ পৰা অসমৰ ঐতিহাসিক যুগৰ সূচনা বুলিব পাৰি। খৃষ্টপূৰ্ব্ব ১ম-২য় শতাব্দীৰ পৰা খৃষ্টীয় ত্ৰয়োদশ শতাব্দীৰ আৰম্ভণিলৈকে এই কালছোৱাকে মধ্যযুগ বুলিব পাৰি আৰু বৃটিছ শাসনৰ আৰম্ভণিৰ পৰা অসমীয়া সমাজৰ ৪ৰ্থ স্তৰ বা বৰ্ত্তমান যুগ আৰম্ভ হয়। এই যুগত পশ্চিমীয়া সভ্যতা-সংস্কৃতিৰ বিভিন্ন উপাদান আদি অসমীয়া সমাজ আৰু সংস্কৃতিত প্ৰবেশ কৰিবলৈ ধৰিলে। কিন্তু বৰ্তমান যুগৰ আগলৈকে আমাৰ সমাজ আৰু সংস্কৃতিক ধৰ্ম্মীয় চিন্তাই বিশেষভাৱে পৰিচালিত আৰু নিয়ন্ত্ৰিত কৰিছিল। আনহাতে বৃটিছ শাসনৰ লগে লগে আমাৰ সমাজ-ব্যৱস্থা আৰু সাংস্কৃতিক চৰ্চ্চা ধৰ্ম্মীয় চিন্তাৰ পৰা মুক্ত হৈ কিছু পৰিমাণে নিৰপেক্ষ হ'বলৈ ধৰিলে।

## (১) প্ৰাগৈতিহাসিক যুগ ঃ

অসমৰ প্ৰাগৈতিহাসিক যুগৰ বিষয়ে অধ্যয়ন কৰিবৰ কাৰণে উপযুক্ত আৰু যথেষ্ট পৰিমাণৰ সম্বল এতিয়াও বুৰঞ্জীবিদসকলৰ হাতত আহি পৰা নাই। বৰ্তমান কোনো কোনো ঠাইত প্ৰাগৈতিহাসিক যুগৰ যি দুই এপদ সম্বল উদ্ধাৰ হৈছে, সেইবোৰে কিছু সন্ধান দিলেও এই যুগৰ অসমৰ বিষয়ে বিশেষ আলোকপাত কৰিব পৰা নাই।



অসমৰ বৰাইল পাহাৰ, নগা পাহাৰ আদিত গুহাবাসীলোকৰ গুহাৰ নিদৰ্শন পোৱা গৈছে আৰু গাৰো পাহাৰত প্ৰস্তৰ যুগৰ কিছু সম্বল উদ্ধাৰ হৈছে। প্ৰাগৈতিহাসিক যুগৰ বিভিন্ন প্ৰস্তৰ যুগৰ অধ্যয়নৰ কাৰণে আমাৰ হাতত যথেষ্ট সম্বল নহলেও অসমৰ কাৰণে এটা বিশেষ গৌৰৱৰ কথা এয়ে যে প্ৰস্তৰ যুগৰ এচটীয়া শিলৰ উপাসনা পদ্ধতিত (Monolithic Culture) অসম আজিও চহকী। সেই সুদূৰ প্ৰস্তৰ যুগৰ পৰা এচটীয়া শিলৰ উপাসনা পদ্ধতি আজিও অসমত জীৱন্ত গতিত চৰ্চ্চা হৈ আছে। আনহাতেদি এই এচটীয়া শিলৰ উপাসনা কৰা লোকসকলে আধুনিক জগতৰ বৈষয়িক উন্নতিতো ওচৰ চুবুৰীয়া লোকৰ দৰেই প্ৰায় সমানেই উন্নতি লাভ কৰিবলৈ সক্ষম হৈছে।

## (২) প্ৰাচীন যুগ ঃ

ঐতিহাসিক ভাৱে আমি প্ৰাচীন কামৰূপ বা অসমৰ কথা খৃষ্ট পূৰ্ব্ব ১ম ২য় শতাব্দীমানৰ পৰাহে জানিব পাৰিছোঁ। এই কালছোৱাত অসম উপত্যকাত তিব্বত-বৰ্ম্মীৰ প্ৰাধান্যই বেছি। কিন্তু তিব্বত-বৰ্ম্মীসকলৰ আগতো অষ্ট্ৰিকসকল খৃঃ পূৰ্ব্ব ১৫০০ বছৰ মানৰ আগৰ পৰাই ভাৰতবৰ্ষত সোমাইছিল বুলি উল্লেখ কৰি আহিছোঁ। সেয়েহলে অষ্ট্ৰিক খাছীসকলে নিশ্চয় তিব্বত-বৰ্ম্মীসকলৰ আগতে অন্ততঃ খৃষ্ট পূৰ্ব্ব কেইবা শতাব্দীৰো আগতে ব্ৰহ্মপুত্ৰ উপত্যকাত বসবাস কৰিছিল। এওঁলোকে ব্ৰহ্মপুত্ৰ উপত্যকাত বসবাস কৰাৰ নিদৰ্শন হিচাপে আমি মাত্ৰ কিছুমান ঠাইৰ নাম, তীৰ্থৰ নাম, নদীৰ নাম আৰু অসমীয়া ভাষাত ব্যৱহাৰ হোৱা কিছুমান শব্দহে পাইছোঁ। অষ্ট্ৰিক খাছীয়াসকলৰ কথা এৰি আমি দেখিবলৈ পাওঁ যে তিব্বত-বৰ্ম্মীৰ বিভিন্ন ফৈদবোৰে প্ৰাচীন যুগৰ আৰম্ভণিৰ পৰা হিন্দু ধৰ্ম্ম গ্ৰহণ কৰিবলৈ ধৰিছিল। দৰাচলতে নৰক কামৰূপলৈ অহাৰ আগেয়েই তিব্বত-বৰ্ম্মীসকলৰ সৌজন্যতেই প্ৰাচীন কামৰূপ তথা অসমত হিন্দু ধৰ্ম্ম তথা আৰ্য্য সংস্কৃতিৰ প্ৰতিষ্ঠা হয়। এই যুগত অসমত আৰ্য্য সংস্কৃতি প্ৰধানতঃ শৈৱ ধৰ্ম্মৰ যোগে-দিয়েই প্ৰচাৰ হয়; কাৰণ তিব্বত-বৰ্ম্মীৰ বিভিন্ন ফৈদবোৰৰ সৰহ-

ভাগে শৈৱ ধৰ্মকেই গ্ৰহণ কৰিছিল। তিব্বত-বৰ্ম্মীৰ চুতীয়া আৰু জয়ন্তীয়াসকলে আৰু অণ্টীয় খাছীয়াসকলেহে হিন্দু শাক্ত ধৰ্ম্ম গ্ৰহণ কৰিছিল। অৱশ্যে প্ৰথম অৱস্থাত এই শৈৱ ধৰ্ম্ম বা শাক্ত ধৰ্ম্ম তিব্বত-বৰ্ম্মীৰ ৰজা, সামন্ত বিষয়া আদি নেতৃস্থানীয় লোক সকলৰ মাজতেই বেছি আৱদ্ধ আছিল। দেশৰ চুকে-কোণে সৰ্ব্বসাধাৰণ লোকৰ মাজত এই ধৰ্ম্ম তথা সংস্কৃতিয়ে প্ৰসাৰ লাভ কৰিব পৰা নাছিল। সেয়ে হলেও অসমত সেই যুগত শৈৱ ধৰ্ম্মই বিশেষভাৱে প্ৰভাৱ বিস্তাৰ কৰিছিল বুলি অনুমান হয়, কাৰণ মিথিলাৰ ৰাজকোঁৱৰ বিষ্ণুৰ উপাসক নৰকাসুৰ এই কামৰূপলৈ আহি অলপকালৰ ভিতৰতে ঘোৰ শৈৱ ভাবাপন্ন হৈ পৰিছিল। চতুৰ্থ শতাব্দীৰ পৰা আৰম্ভ হোৱা বৰ্ম্মণ ৰাজবংশৰ ৭ম শতাব্দীৰ ৰজা ভাস্কৰবৰ্ম্মাৰ তামৰ শাসনৰ পৰা জনা যায় যে এই বংশৰ ৰজাসকল বৰাহ বিষ্ণুৰ উপাসক আছিল। বৰ্ম্মণ বংশৰ পাচত শালস্তম্ভ বংশৰ ৰজাসকল সম্ভৱতঃ কিৰাত বা তিব্বত-বৰ্ম্মী গোষ্ঠীৰ লোকেই হব। এওঁলোকো শৈৱ ধৰ্ম্মাৱলম্বী আছিল বুলি এওঁলোকৰ যি সকলৰ তামৰ শাসন পোৱা গৈছে, তাৰপৰা অনুমান কৰিব পাৰি। ভাস্কৰ বৰ্ম্মাৰ নিৰ্ব্বাণপুৰ তামৰ শাসনৰ পৰা আৰু জনা যায় যে তেওঁৰ ৰাজ্যত সেই সময়ত বিভিন্ন শাস্ত্ৰত পাণ্ডিত্য লাভ কৰা বহুতো সজ-ব্ৰাহ্মণ, কায়স্থ আৰু অনেক হিন্দু ব্যৱসায়ী লোক আছিল। উক্ত শাসনত উল্লেখ কৰিছে যে ভাস্কৰ বৰ্ম্মাই তেওঁৰ ৰাজ্যত হিন্দুৰ বৰ্ণাশ্ৰম ধৰ্ম্মমতে শৃংখলাবদ্ধ ভাৱে সমাজ-ব্যৱস্থা প্ৰবৰ্ত্তন কৰিবলৈ চেষ্টা কৰিছিল। সম্ভৱতঃ অসমত বৰ্ণাশ্ৰম ধৰ্ম্মমতে সমাজ ব্যৱস্থা প্ৰবৰ্ত্তন কৰিবলৈ চেষ্টা কৰা ৰজাসকলৰ ভিতৰত ভাস্কৰ বৰ্ম্মাই প্ৰথম হ'ব।

**শৈৱ আৰু শাক্ত ধৰ্ম্ম :** খৃষ্ট-পূৰ্ব্ব ১ম-২য় শতাব্দীৰ পৰা খৃষ্টীয় নবম-দশম শতাব্দীলৈকে এই কালছোৱাত ইটোৰ পাচত সিটোকৈ কামৰূপত কেইবাটাও ৰাজবংশই ৰাজত্ব কৰে। গেইট চাহাবে ভাবে যে এই কালছোৱাত ৰাজবংশবোৰে বেছি দীৰ্ঘকাল ধৰি শাসন কৰিবলৈ সুবিধা নোপোৱাৰ কাৰণেই হিন্দু ধৰ্ম্ম তথা আৰ্য্য সংস্কৃতি সৰ্ব্ব-সাধাৰণৰ মাজত ব্যাপকভাৱে প্ৰসাৰ ঘটিবলৈ সুবিধা নহৈছিল। ইয়াৰ বাহিৰেও অনুমান হয় এই যুগত ধৰ্ম্ম চৰ্চ্চা বা সাহিত্য চৰ্চ্চা সংস্কৃতৰ



মাধ্যমতেই হৈছিল। তদুপৰি এই যুগত বিভিন্ন ফৈদৰ লোকৰ আদান-প্ৰদান বা সংস্কৃতিক চৰ্চ্চাৰ কাৰণে এটা উমৈহতীয়া ভাষা ( Common medium ) গঢ় লৈ উঠা নাছিল। এই বিভিন্ন ফৈদবোৰৰ মাজত ঐক্য আৰু প্ৰীতি সাধনৰ ক্ষেত্ৰতো ভাষাৰ আহকালেও বাধাৰ সৃষ্টি কৰিছিল। এইটো সহজেই অনুমান কৰিব পাৰি যে আৰ্য্য-ভিন্ন বিভিন্ন মানৱ গোষ্ঠীৰ যিসকল লোকে হিন্দু শৈৱ বা শাক্ত ধৰ্ম্ম গ্ৰহণ কৰিছিল তেওঁলোকেও হিন্দুৰ বৰ্ণাশ্ৰম ধৰ্ম্মমতে সমাজ ব্যৱস্থা মানি চলিব পৰা নাছিল। তদুপৰি হিন্দুৰ আন ৰীতি-নীতি, আচাৰ-অনুষ্ঠান, সংস্কাৰ আৰু হিন্দুৰ নিষিদ্ধ আহাৰ মদ-মাংস আদিও ত্যাগ কৰিব পৰা নাছিল। আহাৰ, সংস্কাৰ, আচাৰ-অনুষ্ঠান আৰু সমাজ ব্যৱস্থাত শৈৱ ধৰ্ম্মই বা শাক্ত ধৰ্ম্মই এই যুগত যথেষ্ট উদাৰতা অৱলম্বন কৰিছিল। খৃষ্ট পূৰ্ব্ব ১ম ২য় শতাব্দীৰ পৰা খৃষ্টীয় নবম-দশম শতাব্দীৰ পৰৱৰ্ত্তী কালতো প্ৰধানতঃ শৈৱ আৰু শাক্ত ধৰ্ম্মৰ যোগেদিয়েই হিন্দু ধৰ্ম্ম তথা আৰ্য্য সংস্কৃতি অসমৰ বিভিন্ন ফৈদৰ লোকৰ মাজত প্ৰচাৰ হৈছিল। এই কালছোৱাত উক্ত দুই ধৰ্ম্মপন্থাৰ যোগেদি এহাতেদি যেনেকৈ বিভিন্ন ফৈদ আৰু গোষ্ঠীৰ লোকক হিন্দু সমাজৰ ভিতৰলৈ অনা হৈছিল আনহাতেদি আন ফৈদ আৰু গোষ্ঠীবোৰৰ ৰীতি-নীতি আচাৰ-অনুষ্ঠান, মাত-কথা-সুৰ-লয়, নৃত্য-গীত আদিও এই উমৈহতীয়া সংস্কৃতিৰ ভিতৰলৈ সুমুৱাই অনা হৈছিল ; কিন্তু বিভিন্ন গোষ্ঠী বা ফৈদবোৰৰ ভিতৰত কিৰাত আৰু তিব্বত-বৰ্ম্মীৰ উপাদানেই সম্ভৱতঃ সকলোতকৈ বেছি আছিল। পৰৱৰ্ত্তী কালৰ ৰচনা যোগিনী তন্ত্ৰই কোৱাৰ দৰে ইয়াৰ ধৰ্ম্ম বা সংস্কৃতিক 'কৈৰাতজ' অৰ্থাৎ 'কিৰাত-মূলীয়' বা 'কিৰাত প্ৰাধান্য' বুলিয়েই কোৱা সমীচীন। ব্ৰাহ্মণ পুৰোহিত সকলৰ চেষ্টাত এই যুগত তিব্বত-বৰ্ম্মাৰ বিভিন্ন ফৈদৰ আৰু অণ্টীক খাছীসকলৰ পুৰুষ শক্তি আৰু মাতৃশক্তিক উপাসনা কৰা বিভিন্ন অঞ্চলৰ বহুত তীৰ্থস্থান হিন্দুৰ শৈৱ আৰু শাক্ত তীৰ্থলৈ ৰূপান্তৰিত হ'ল। এই তীৰ্থস্থানবোৰে পাচত 'মন্দিৰ', 'দেৱালয়', আদি হিচাবে খ্যাতি লাভ কৰিবলৈ ধৰিলে। 'দেৱালয়' 'দেৱাল' আৰু বৰ 'জাগৃত' বুলি খ্যাতি লাভ কৰা অসমৰ বহুতো তীৰ্থস্থান মূলতে অনাৰ্য্য মূলীয়

বুলি ভাবিবৰ অবকাশ আছে। এই যুগতেই অসমৰ মন্দিৰবোৰত কিছুমানত ঘৃণনীয় আৰ্য্যেতৰ গোষ্ঠীৰ পূজা-পাতল, বলি-বিধান আৰু আচাৰ অনুষ্ঠান আদিও কিছুপৰিমাণে ব্ৰাহ্মণ পুৰোহিত বা পূজাৰীসকলে সুমুৱাই ললে। যোগিনীতন্ত্ৰত শিৱই পাৰ্ব্বতীৰ আগত কৈছে যে কামৰূপৰ প্ৰতি পীঠতে শিৱ পাৰ্ব্বতীৰ পীঠস্থান আছে আৰু সেইবোৰত পূজা-পাতলৰ পদ্ধতিও পৃথক পৃথক। ইয়াৰ বাস্তবাত্মক অৰ্থ এয়ে যে বিভিন্ন অঞ্চলৰ এই তীৰ্থস্থানবোৰত আৰ্য্যেতৰ গোষ্ঠীৰ বহুতো নীতি-নিয়ম আৰু আচাৰ অনুষ্ঠান সোমাই আছে। আকৌ কোনো কোনো ঠাইত হিন্দুৰ শিৱ আৰু পাৰ্ব্বতী কছাৰীৰ দেৱ দেৱীলৈ ৰূপান্তৰিত হৈছিল। অৱশ্যে শৈৱ ধৰ্ম্মক মূলতে বহুতো পণ্ডিতে আৰ্য্যমূলীয় বুলিয়েই অভিহিত কৰে। কিন্তু আমি অসমৰ যি সময়ৰ শৈৱ ধৰ্ম্মৰ কথা কৈছো সেয়া হিন্দুধৰ্ম্মৰ ভিতৰ সোমোৱা শৈৱ ধৰ্ম্ম। সি যি কি নহওক কছাৰীৰ দেৱ-দেৱী আৰু হিন্দুৰ শিৱ পাৰ্ব্বতী একে হৈ যোৱা এনে তীৰ্থস্থান নগাওঁ আৰু অন্যান্য ঠাইত আছে। নগাওঁ জিলাত 'বুঢ়াৰ থান' বা 'বুঢ়ীৰ থান' বুলি যিবোৰ 'থান' (তীৰ্থস্থান) আছে সেই-বোৰ এনে সমন্বয়ৰ ফলতেই সৃষ্টি হোৱা তীৰ্থস্থান।

**তান্ত্ৰিক আৰু সহজীয়া বৌদ্ধ ধৰ্ম্ম ঃ** প্ৰাচীন যুগৰ আদি ভাগত বৌদ্ধ ধৰ্ম্মাৱলম্বী থকাৰ কথাও জনা যায়। সপ্তম শতাব্দীৰ ভাস্কৰ বৰ্ম্মাৰ আগৰপৰাই ভাৰতবৰ্ষৰ আন অঞ্চলৰ পৰা বৌদ্ধ ধৰ্ম্ম ক্ৰমান্বয়ে বঙ্গদেশ আৰু অসমলৈ আহিবলৈ ধৰিছিল। ইয়াতোকৈ বহুত আগৰে পৰা বৌদ্ধধৰ্ম্মৰ প্ৰতি সহানুভূতি দেখুৱা ৰাজবংশ কামৰূপত থকাৰ প্ৰমাণ আছে। খৃষ্টীয় প্ৰথম শতাব্দীৰ কামৰূপ জীয়ৰী অমৃতপ্ৰভাই পিতৃৰাজ্য কামৰূপৰ পৰা এজন তিব্বতী বৌদ্ধ পণ্ডিত কাশ্মীৰলৈ নিয়াৰ কথাই ইয়াৰ উজ্বল সাক্ষী। অষ্টম-নৱম শতাব্দীৰ কামৰূপৰ সহজীয়া বৌদ্ধধৰ্ম্মৰ সিদ্ধাচাৰ্য্যসকলৰ ব্ৰজযানী বৌদ্ধ ধৰ্ম্মৰ কেন্দ্ৰ তিব্বতৰ লগত ঘনিষ্ঠ যোগাযোগ আছিল। অষ্টম-নৱম শতাব্দীৰ পৰা অসমত সহজীয়া বৌদ্ধধৰ্ম্ম (ব্ৰজযানী বৌদ্ধ ধৰ্ম্ম) জনপ্ৰিয় হৈ উঠিছিল। হিউৱেন চাঙৰ বৰ্ণনা মতে ভাস্কৰ বৰ্ম্মাৰ বুদ্ধৰ প্ৰতি শ্ৰদ্ধা আছিল। অষ্টম-নৱম শতাব্দীৰ কামৰূপত কেইবা-



জনো প্ৰখ্যাত বৌদ্ধ পণ্ডিত আছিল। এই সকলৰ ভিতৰত পণ্ডিত অভি-নৱ-গুপ্ত নাগাৰ্জ্জুন আদিয়েই প্ৰধান। কথিত আছে যে পণ্ডিত অভিনৱ-গুপ্তক তৰ্কবাদত পৰাস্ত কৰি এই অঞ্চলত হিন্দু ধৰ্ম্মৰ খ্যাতি বঢ়াবলৈ জগদ্গুৰু শঙ্কৰাচাৰ্য্য (নৱম শতাব্দীৰ) কামৰূপলৈ আহিব লগা হৈছিল। এই লোক-প্ৰসিদ্ধিয়েও সেই সময়ত কামৰূপত বৌদ্ধ ধৰ্ম্মৰ প্ৰভাৱৰ ইঙ্গিত দিয়ে। সহজীয়া বা তান্ত্ৰিক বৌদ্ধধৰ্ম্ম ব্ৰজযানী বৌদ্ধ ধৰ্ম্মৰে এটা ৰূপ বা শাখাহে। চৰ্য্যাপদৰ ৰচক সহজীয়া পন্থাৰ সিদ্ধাচাৰ্য্য সকলৰ কেইবাজনো প্ৰাচীন কামৰূপৰ লোক আছিল। এই বিলাকেই প্ৰাচীন কামৰূপত অষ্টম-নৱম শতাব্দীমানৰ পৰা সহজীয়া বা তান্ত্ৰিক বৌদ্ধধৰ্ম্মৰ প্ৰভাৱৰ প্ৰমাণ।

প্ৰাচীন কামৰূপত তান্ত্ৰিক বা সহজীয়া বৌদ্ধ ধৰ্ম্মই জনপ্ৰিয়তা লাভ কৰাৰ যুক্তিসঙ্গত কাৰণো আছিল। বুদ্ধৰ মহাপৰিনিৰ্ব্বাণৰ স্থান কুশীনগৰ, নেপাল আৰু কামৰূপৰ সীমান্তত অৱস্থিত। তান্ত্ৰিক বৌদ্ধ ধৰ্ম্ম হৈছে হিন্দু তান্ত্ৰিক ধৰ্ম্ম আৰু মহাযানী বৌদ্ধ ধৰ্ম্মৰ সংমিশ্ৰণৰ ফল। গতিকে শৈৱ আৰু শাক্ত ধৰ্ম্মই তান্ত্ৰিক বৌদ্ধ ধৰ্ম্মক বিশেষ প্ৰতি-ৰোধ কৰা নাছিল। তদুপৰি বৰ্ণাশ্ৰম ধৰ্ম্মত সমৰ্থন নথকা আৰু হিন্দু ধৰ্ম্মই নিষিদ্ধ কৰা কাৰ্য্য, আহাৰ আৰু মদ মাংস আদি ভক্ষণত তান্ত্ৰিক বৌদ্ধ ধৰ্ম্মই প্ৰকাৰান্তৰে সমৰ্থন কৰাত এই ধৰ্ম্ম জনপ্ৰিয় হৈ উঠিছিল। দশম একাদশ শতাব্দীৰ কামৰূপৰ ৰজাসকলে তান্ত্ৰিক ধৰ্ম্ম গ্ৰহণ কৰাত এই ধৰ্ম্ম আৰু প্ৰবল হৈ উঠিল। প্ৰাচীন কামৰূপৰ তামৰ শাসনত কোনো কোনো ৰজাই বুদ্ধ বা তথাগতৰ প্ৰতি শ্ৰদ্ধাও প্ৰদৰ্শন কৰিছে। এইটো স্পষ্ট হৈছে যে প্ৰাচীনযুগত কামৰূপ তথা অসমত শৈৱ, শাক্ত আৰু তান্ত্ৰিক বৌদ্ধ ধৰ্ম্মই প্ৰভাৱ বিস্তাৰ কৰিছিল। শৈৱ আৰু শাক্ত ধৰ্ম্মৰ যোগেদি এই যুগত কামৰূপত সামাজিক ধৰ্ম্মীয় আৰু সাংস্কৃ-তিক ক্ষেত্ৰত প্ৰভূতভাৱে সংমিশ্ৰণ আৰু সমন্বয় হয়। তদুপৰি বিভিন্ন মানৱ গোষ্ঠীৰ মাজতো একতা আৰু সম্প্ৰীতি ভাৱৰ প্ৰতিষ্ঠা হয়।

**সাংস্কৃতিক সংমিশ্ৰণ আৰু প্ৰগতিৰ কথা ঃ** প্ৰাচীন যুগৰ অসমীয়া সমাজখন ভালকৈ চাবলৈ হলে এই যুগৰ সংস্কৃতিক প্ৰগতিৰ কথাও ভালদৰে জানিব লাগিব। কিন্তু এই যুগৰ ঐতিহাসিক সম্বল

বৰ কম। এই যুগত নানান গ্ৰন্থ কামৰূপত ৰচনা হোৱাৰ ইঙ্গিত পালেও সেইবোৰৰ বহুতেই হয়তো বানপানী, ৰাজনৈতিক বিপৰ্য্যয়, মাৰি-মৰক, নৈসৰ্গিক বিপৰ্য্যয় আৰু সেমেকা জলবায়ু আদিৰ দোষত বিধ্বস্ত বা লুপ্ত হৈ গৈছে। অষ্টম-নৱম শতাব্দীৰ তান্ত্ৰিক বৌদ্ধধৰ্ম্ম বা সহজীয়া বৌদ্ধধৰ্ম্মৰ আচাৰ অনুষ্ঠানবোৰ গোপনে হোৱাৰ ফলতো এই যুগৰ বুৰঞ্জী অস্পষ্ট ; যি পোৱা গৈছে সিও প্ৰায় বিক্ষিপ্ত হৈ আছে। তথাপিও অনুমান কৰিব পাৰি শৈৱ আৰু শাক্ত ধৰ্ম্মই বিভিন্ন আৰ্য্যেতৰ গোষ্ঠীৰ যথেষ্ট সংখ্যক লোক এই যুগৰ প্ৰায় আদি ভাগতেই হিন্দু সমাজৰ বা এখন উমৈহতীয়া সমাজৰ অন্তৰ্ভুক্ত কৰি পেলালে। কিন্তু এই সমাজখন শৃংখলাবদ্ধ কৰিবলৈ প্ৰথম চেষ্টা কৰে ৭ম শতাব্দীৰ ভাস্কৰ বৰ্ম্মাই। ভাস্কৰ বৰ্ম্মাই প্ৰথম বৰ্ণাশ্ৰম ধৰ্ম্ম অনুযায়ী কামৰূপত সমাজ ব্যৱস্থা প্ৰবৰ্ত্তন কৰে। পণ্ডিত সকলে বিশ্বাস কৰে যে এই যুগৰে পৰা বিভিন্ন গোষ্ঠীৰ মানুহৰ মাজত ৰক্তসংমিশ্ৰণ বা জাতিগত সংমিশ্ৰণ হবলৈ ধৰে। আৰ্য্যেতৰ গোষ্ঠীৰ ৰজাসকলক উচ্চ বংশসম্ভূত কৰি দেখুৱাবৰ কাৰণে এই যুগতো ব্ৰাহ্মণ কাব্যকাৰ আৰু পুৰোহিতসকলে কাহিনী সৃষ্টি কৰে। উদাহৰণ স্বৰূপে কিৰাত বা তিব্বতবৰ্ম্মা ফৈদৰ ৰজাকো বৰাহ বিষ্ণু বা নৰকৰ বংশৰ পৰা উৎপত্তি হোৱা বুলি তামৰ শাসনত দেখুওৱা হৈছে। কিন্তু বিশেষ উল্লেখযোগ্য কথা হ'ল যে সেই যুগত নীচ বুলি পৰিগণিত হোৱা ব্যৱসায় কৰা বহুতো লোকক তেওঁলোকৰ ব্যৱসায় এৰি উচ্চ ব্যৱসায়ত ধৰাৰ ফলত ব্ৰাহ্মণ পুৰোহিত আৰু স্মৃতিকাৰ সকলে উচ্চ হিন্দু সমাজৰ ভিতৰত ঠাই দি সাৱতি ললে। অনুমান হয় নাপিত, ধোবা, কৈবৰ্ত্ত, কুমাৰ, সোণাৰী আদি বহুতো ব্যৱসায়ীয়ে এই যুগৰ পৰাই উচ্চ সমাজৰ অন্তৰ্ভুক্ত হৈ পৰিছিল। এই ব্যৱসায়ীসকলে নিজ নিজ ব্যৱসায়ৰ ওপৰত ভিত্তি কৰি জীৱন নিৰ্ব্বাহ কৰাটোও আৰ্য্যেতৰ গোষ্ঠীৰ প্ৰাধান্য থকা এই অসমত সম্ভৱপৰ নাছিল। কাৰণ আগতে কোৱা হৈছে যে ইয়াত কামৰ বিভাজন বা বৰ্ণাশ্ৰম ধৰ্ম্মৰ বিভাজন মতে চলা কঠিন। এই যুগত বৰ্ণাশ্ৰম বা ব্যৱসায় অনুযায়ী জাতি বিভাজন প্ৰথাটো উদাৰ কৰি তোলাত তান্ত্ৰিক বৌদ্ধ ধৰ্ম্মেও ভিতৰি ভিতৰি বৰঙণি যোগাইছিল। এই যুগত আৰ্য্যেতৰ গোষ্ঠীৰ বহুতো তীৰ্থস্থান হিন্দুৰ তীৰ্থস্থানলৈ ৰূপা-



ন্তৰিত হোৱাৰ উপৰিও বিভিন্ন গোষ্ঠীৰ ৰজা সকলৰ পৃষ্ঠপোষকতাত অসমত বিশেষকৈ নগাওঁ, দৰং, কামৰূপ আৰু গোৱালপাৰা জিলাত বহুতো মঠ-মন্দিৰ নিৰ্ম্মাণ হৈছিল। এই মঠ-মন্দিৰবোৰৰ বহুততে গুপ্ত স্থাপত্য আৰু ভাস্কৰ্য্য কলাৰ সুন্দৰ নিদৰ্শন আছে।

প্ৰাচীন যুগত সংস্কৃতত বহুতো গ্ৰন্থ ৰচনা হোৱাৰ ইঙ্গিত পোৱা যায়, কিন্তু সেই অনুপাতে এই যুগৰ গ্ৰন্থ আমাৰ হাতত নাই। প্ৰাচীন কামৰূপৰ ৰজাসকলে দানৰ প্ৰথাতে দিয়া তামৰ শাসনবোৰে সেই যুগৰ উৎকৃষ্ট সংস্কৃত সাহিত্য চৰ্চ্চাৰ নিদৰ্শন দাঙি ধৰিছে। প্ৰাচীন যুগত কামৰূপত সংস্কৃতত নাটক ৰচনা হোৱাৰ কথাও জনা যায়। সম্ৰাট শ্ৰীহৰ্ষৰ 'ৰত্নাৱলী'ৰ কথাও এই প্ৰসঙ্গত উল্লেখ কৰিব পাৰি। প্ৰখ্যাত সংস্কৃত নাটক মুদ্ৰাৰাক্ষসৰ নাট্যকাৰ কবি বিশাখা দত্ত আছিল কামৰূপৰ লোক। বিখ্যাত নালন্দা বিশ্ববিদ্যালয়ৰ অধ্যক্ষ শীলভদ্ৰও কামৰূপৰ লোক আছিল। শঙ্কৰাচাৰ্য্যৰ গুৰু কুমাৰিলা ভট্টও কামৰূপৰ লোক বুলি প্ৰসিদ্ধি আছে। ঐতিহাসিক সূত্ৰৰ পৰা জনা যায় যে নাগাৰ্জ্জুন আৰু অভিনৱ গুপ্তকে আদি কৰি কেইবাজনো খ্যাতিসম্পন্ন তান্ত্ৰিক বৌদ্ধ পণ্ডিত হয় কামৰূপৰ লোক আছিল নহয় কামৰূপত বাস কৰিছিল। এই তান্ত্ৰিক বৌদ্ধ পণ্ডিতসকলে কেইবাখনো তান্ত্ৰিক গ্ৰন্থ (সংস্কৃতত) কামৰূপত ৰচনা কৰিছিল। অসমীয়া ভাষা সাহিত্যৰ বুৰঞ্জীলৈ প্ৰাচীন যুগৰ শেহৰ ফালৰ এটা উল্লেখযোগ্য বৰঙণি হ'ল সহজীয়া বৌদ্ধ পন্থাৰ চৰ্য্যাগীতবোৰ। এই চৰ্য্যাপদবোৰৰ ৰচনা কাল অষ্টম-নৱম শতাব্দী আৰু ইয়াৰ ভাষা প্ৰাচীন কামৰূপৰ ভাষাৰে একে বুলি পণ্ডিত ৰাহুল সাংকৃত্যায়ণে মত প্ৰকাশ কৰিছে। ইয়াৰ ৰচক সকলৰ ভিতৰৰ কেইবাজনো সিদ্ধাচাৰ্য্য ইতিমধ্যেই কামৰূপৰ লোক বুলি সাব্যস্ত হৈছে। চাৰ্য্যাপদবোৰ কামৰূপী অপভ্ৰংশ। কোনো কোনোৱে চৰ্য্যাপদত বঙলাৰ দৰে অসমীয়া ভাষাৰ প্ৰথম নিদৰ্শন বুলিও কব খোজে। এই চৰ্য্যাপদবোৰ অসমীয়া ভাষা সাহিত্যৰ মূল্যবান সম্পদ। কামৰূপী প্ৰাকৃত আৰু নব্য-ভাৰতীয় আৰ্য্যস্তৰৰ অসমীয়া ভাষাৰ দুই এক নিদৰ্শন এই যুগৰ তামৰ শাসনবোৰতো পোৱা যায়।

এই যুগৰ আন এবিধ সাহিত্যিক বৰঙণি হৈছে মৌখিক সাহিত্য-বোৰ। মৌখিক সাহিত্যবোৰ পণ্ডিত হেমচন্দ্ৰ গোস্বামীয়ে খৃষ্টীয় ষষ্ঠ

সপ্তম শতাব্দীমানৰ বুলি কৈছে। কিন্তু মৌখিক সাহিত্যবোৰ এই যুগত বা সময়ত ৰচিত হলেও এই সময়ত এইবিলাকে লিখিত অৱস্থা প্ৰাপ্ত হোৱা নাছিল। খৃষ্টীয় পঞ্চদশ-ষোড়শ শতাব্দী মানতহে এই-বোৰে লিখিত অৱস্থা প্ৰাপ্ত হয়। এই মৌখিক সাহিত্যবোৰ হ'ল আইনাম, ধাইনাম, বিয়ানাম, অপেশ্বৰী সবাহৰ গীত, ওপৰ সবাহৰ গীত, বিহুনাম, ভঠেলী গীত, মহো হো গীত, নাওখেলোৱা গীত, ডাকৰ বচন, ফকৰা যোজনা, পটন্তৰ, সাধুকথা, কাহিনীমূলক গীত (ballad) ইত্যাদি। এই মৌখিক সাহিত্যবোৰেও প্ৰাচীন যুগৰ অসমীয়া সমাজৰ কিছু স্বৰূপ আমাৰ আগত উদ্‌ঘাটন কৰিছে। মৌখিক সাহিত্যৰ বহতো গীত বা নাম আনুষ্ঠানিক। যেনে—আইনাম, বিয়ানাম, বিহুনাম, অপেশ্বৰী গীত, ওপৰ সবাহৰ গীত, ভঠেলী গীত ইত্যাদি। আইনামত শাক্ত প্ৰভাৱ আছে। অপেশ্বৰী সবাহৰ গীত আৰু ওপৰ সবাহৰ গীতৰ মূল কি বুজিবৰ উপায় নাই; তথাপিও সৰ্ব্বসাধাৰণ মানুহৰ অপেশ্বৰী, ওপৰ দেৱতা আদিৰ বিশ্বাসৰ কথা এই বিলাকে দেখুৱাইছে। বৰ্ত্তমান এই দুই অনুষ্ঠানৰ প্ৰচলন নাইকিয়া হৈছে। ডাকৰ বচনবোৰত বৈদিক আৰু বৌদ্ধ উভয় ধৰ্ম্মৰ প্ৰভাৱৰ উপৰিও জ্যোতিষ, খনাৰ বচন আৰু নিদানৰ বা আয়ুৰ্ব্বেদিক গ্ৰন্থৰ প্ৰভাৱো আছে। এই যুগৰ যাদুমন্ত্ৰ আৰু বেজালি মন্ত্ৰত তান্ত্ৰিক বৌদ্ধ ধৰ্ম্মৰ প্ৰভাৱ আছে। বিহু উৎসৱৰ সময়ত যিবিলাক আচাৰ অনুষ্ঠান আৰু নীতি-নিয়ম পালন কৰা হয় তাত বৈদিক বা আৰ্য্য আৰু আৰ্য্যেতৰ গোষ্ঠীৰ নানান ৰীতি-নীতি, আচাৰ-অনুষ্ঠান সোমাই পৰিছিল। আইনাম, ধাইনাম, বিহুগীত, বিয়ানাম আদিও বিভিন্ন আৰ্য্যেতৰ গোষ্ঠীৰ গীতৰ সুৰ লয় আৰু বিহু-আৰু হুচৰি নৃত্যত আৰ্য্যেতৰ গোষ্ঠীৰ নৃত্যৰ প্ৰভাৱ আছে। অসমীয়া লোকগীত আৰু লোকনৃত্যবোৰে এই যুগৰ পৰা বিভিন্ন গোষ্ঠীৰ নৃত্য-গীতৰ উপাদানেৰে সংবৰ্দ্ধিত হবলৈ ধৰিছিল। লোকগীত আৰু লোক-নৃত্যৰ লগত জড়িত ঢোল, পেপা, টকা, গগনা, চিফুং বাঁহী, মাদল আদি কৰি যিবোৰ বাদ্যযন্ত্ৰ আছে সেইবোৰ আৰ্য্যেতৰ গোষ্ঠীৰ বস্তু। শাস্ত্ৰীয় নৃত্য আৰু গীতেও এই যুগত প্ৰসাৰতা লাভ কৰিছিল। এই যুগৰ শিৱ-মন্দিৰবোৰত নটী অৰ্থাৎ নৰ্ত্তকী, দেৱদাসী থকাৰ কথা জনা যায়। নটীৰ নৃত্য শিৱমন্দিৰৰ বিগ্ৰহৰ এটা অঙ্গ। প্ৰাচীন যুগৰ মন্দিৰ



হাজো, নেঘেৰিটিঙৰ শিৱদৌল আৰু বিশ্বনাথৰ মন্দিৰত মধ্যযুগৰ শেহলৈকে নটীৰ নৃত্য প্ৰচলন আছিল। প্ৰাচীন যুগৰ তামৰ শাসনতো ৰজাই মন্দিৰত বেশ্যা অৰ্থাৎ নটী দান কৰাৰ উল্লেখ আছে। বৈষ্ণৱ আন্দোলনৰ আগৰ পৰা অসমত ওজাপালি নৃত্যৰ প্ৰচলনৰ কথাই শাস্ত্ৰীয় নৃত্য প্ৰচলিত থকাৰ কথা সমৰ্থন কৰে। বৈষ্ণৱ আন্দোলনৰ সম-সাময়িক হলেও বৈষ্ণৱ প্ৰভাৱৰ পৰা মুক্ত মনকৰ, দুৰ্গাবৰ, পীতাম্বৰ আদিৰ গীতত শাস্ত্ৰীয় ৰাগৰ উল্লেখ আছে। প্ৰাচীন যুগত ৰচিত হোৱা নাটকেও পৰোক্ষে প্ৰাচীন যুগত নৃত্য গীতৰ চৰ্চ্চা থকা কথাৰ ইঙ্গিত দিয়ে। মন্দিৰৰ সন্মুখৰ নাট মন্দিৰ ভাগত ৰাজহুৱাভাৱে এনে নৃত্যগীতানুষ্ঠান আৰু শাস্ত্ৰ চৰ্চ্চা হৈছিল।

এই যুগত তান্ত্ৰিক বৌদ্ধ ধৰ্ম্মৰ প্ৰভাৱত যাদু আৰু মন্ত্ৰৰ চৰ্চ্চাও কামৰূপত যথেষ্ট হয়। ইয়াৰ বাহিৰেও মন্ত্ৰ আৰু ঔষধ উভয়কে ব্যৱহাৰ কৰা বেজালি পুথিবোৰো এই যুগৰে পৰা চৰ্চ্চা হবলৈ ধৰে। কামাখ্যা, মায়ং আৰু কাছাৰ জিলাত যাদু মন্ত্ৰৰ চৰ্চ্চা বোধহয় বেছি ৰকমে হৈছিল; কাৰণ কামাখ্যা, মায়ং আদি ঠাইবোৰ যাদু মন্ত্ৰৰ বাবে বেছি প্ৰখ্যাত হৈ উঠিছিল। মধ্যযুগত ৰচিত যোগিনীতন্ত্ৰ আৰু কাম-ৰত্ন-তন্ত্ৰত যাদু মন্ত্ৰৰ কথা আছে। আয়ুৰ্ব্বেদ আৰু জ্যোতিষ চৰ্চ্চাও প্ৰাচীন অসমত যথেষ্ট হৈছিল। কামৰূপত ৰচিত এখন বৈশিষ্ট্যপূৰ্ণ জ্যোতিষ গ্ৰন্থ হ'ল "কামৰূপ নিবন্ধনীয় খণ্ডকাব্য।"

তিব্বত-বৰ্ম্মী আৰু অষ্ট্ৰীক খাছীসকলৰ প্ৰভাৱত উমৈহতীয়া অসমীয়া সমাজত ৱেত, বাহৰ বিভিন্ন ঘৰুৱা শিল্প ৰং কৰা পদ্ধতি, বয়ন শিল্প সমৃদ্ধিশালী হৈ উঠে। অসমত মধ্যযুগত সাৰ্ব্বজনীন হৈ উঠা বয়ন শিল্পত তিৰ্ব্বত-বৰ্মীৰ অৱদানেই বেছি।

অসমীয়া ভাষাৰ শব্দমালা প্ৰত্যয় আৰু উচ্চাৰণ আদিত তিব্বত-বৰ্ম্মীৰ বিভিন্ন ফৈদৰ আৰু অষ্ট্ৰীয় খাছী ভাষাৰ পৰাও কিছুমান শব্দাদি সোমাই আছে। বিশেষকৈ নদীবাচক স্থানবাচক, শিল্পবাচক, সম্বন্ধবাচক আৰু অন্যান্য ব্যৱহাৰিক শব্দ এই গোষ্ঠীবোৰৰ পৰা অসমীয়া ভাষালৈ আহিছে। এই শব্দ আৰু প্ৰত্যয়বোৰে অসমীয়া ভাষাক সমৃদ্ধিশালী আৰু শক্তিশালী কৰিছে। তিব্বতবৰ্ম্মী সকলৰ প্ৰভাৱত অসমীয়া

ভাষাৰ বৰ্ণমালাৰ উচ্চাৰণৰ ধ্বনিৰো পৰিবৰ্ত্তন ঘটিল। অসমীয়া বৰ্ণমালা আৰু ভাষা মূলতে সংস্কৃতৰ পৰা আহিছে ; কিন্তু অসমত বেলেগ বেলেগ মানৱ গোষ্ঠীৰ সংস্পৰ্শত ইয়াৰ বহুতো মূল উচ্চাৰণ হেৰাই গৈছে। উদাহৰণ স্বৰূপে অসমীয়া দন্ত্যবৰ্ণ আৰু মূৰ্দ্ধণ্য বৰ্ণৰ বিভাজন আছে যদিও এই দুই বৰ্ণমালাৰ মূল দন্ত্য আৰু মূৰ্দ্ধণ্য উচ্চাৰণ অসমীয়াত নাই। দন্ত্য আৰু মূৰ্দ্ধণ্য দুয়োবিধ বৰ্ণই দন্তমূলীয় উচ্চাৰণ লাভ কৰিছে। পণ্ডিতসকলে ভাবে যে এই দন্ত্যমূলীয় উচ্চাৰণ তিব্বত-বৰ্ম্মা প্ৰভাৱতেই হৈছে। সেইদৰে 'চ' আৰু 'ছ'ৰ মূল উচ্চাৰণ হেৰাই গৈছে আৰু শ, ষ, সই উচ্চাৰণ হেৰুৱাই এক আচৰিত ধৰণৰ স (X) উচ্চাৰণ লাভ কৰিছে।

প্ৰাচীন যুগত অসমীয়া সমাজ আৰু সংস্কৃতিয়ে এইদৰে গঢ় লবলৈ আৰু বিভিন্ন দিশত প্ৰগতি লাভ কৰিবলৈ সক্ষম হৈছিল যদিও ; এই যুগৰ শেষৰ ফালে অসমীয়া সমাজ আৰু সংস্কৃতিৰ অধঃপতন ঘটিবলৈ আৰম্ভ কৰিলে। ইয়াৰ মূল কাৰণ দুটা : প্ৰথম হ'ল প্ৰাচীন যুগৰ শেষৰ ফালে ৰাজতন্ত্ৰ দুৰ্ব্বল হ'ল আৰু দ্বিতীয়তে তান্ত্ৰিক আৰু সহজীয়া বৌদ্ধ ধৰ্ম্মৰ প্ৰভাৱ। তান্ত্ৰিক আৰু সহজীয়া বৌদ্ধ ধৰ্ম্মই সমাজত যাদু আৰু মন্ত্ৰৰ কু-স্বভাৱ বিয়পাবলৈ ধৰিলে। ধৰ্ম্মৰ নামত মানুহ বলি, শৱ-সাধনা আৰু মদ, মাংস আৰু মৈথুনকে আদি কৰি নানান ব্যভিচাৰ সমাজত গোপনে চলিবলৈ ধৰিলে। এফালেদি ৰাজতন্ত্ৰৰ দুৰ্ব্বলতা আৰু আনফালেদি সামাজিক ব্যভিচাৰ এই দুয়োটাই প্ৰাচীন যুগৰ শেষৰ ফালে অসমীয়া (কামৰূপী) সমাজ তথা জাতিটোক ইমান দুৰ্ব্বল কৰি পেলাইছিল যে এই সময়ৰ ৰাজনৈতিক সুস্থিৰতাৰ কাৰণে যেনেকৈ এটা প্ৰবল ৰাজশক্তিৰ অভ্যুত্থানৰ ঐতিহাসিক প্ৰয়োজন হৈছিল সেইদৰে সামাজিক আৰু ধৰ্ম্মীয় চিন্তাৰ ক্ষেত্ৰতো নেতৃত্ব দিবৰ কাৰণে এটি বিপ্লৱ আৰু এজন যুগমানবৰ ঐতিহাসিক প্ৰয়োজন হৈছিল। মধ্যযুগৰ কোচ আৰু আহোম শক্তিৰ অভ্যুত্থানেই সেই প্ৰয়োজনীয় ৰাজশক্তিৰ অভ্যুত্থান। তদুপৰি নৱ-বৈষ্ণৱ আন্দোলন আৰু মহাপুৰুষ শঙ্কৰদেৱেই সেই প্ৰয়োজনীয় বিপ্লৱ আৰু যুগমানৱ। কিন্তু তান্ত্ৰিক আৰু সহজীয়া বৌদ্ধ ধৰ্ম্মৰ কু-প্ৰভাৱে সমাজত ইমান দকৈ প্ৰভাৱ বিস্তাৰ কৰিছিল যে মহাপুৰুষ শঙ্কৰদেৱেও ইয়াৰ প্ৰভাৱ উচ্ছেদ কৰিবলৈ



কম সংগ্ৰাম কৰিব লগীয়া নহৈছিল। তথাপিও ইয়াৰ কিছুমান কু-স্বভাৱ কোনো কোনো সম্প্ৰদায়ৰ মাজত গোপন আৰু ছদ্মৰূপত ৰৈ যোৱা নাই বুলি কব নোৱাৰি।

**প্ৰাচীন যুগৰ অসমীয়া সমাজৰ পৰিসৰ :** অসমৰ প্ৰাচীন নাম 'কামৰূপ' আৰু 'প্ৰাগজ্যোতিষ'। প্ৰাগজ্যোতিষ প্ৰকৃততে কামৰূপৰ ৰাজধানীহে আছিল ; কিন্তু কাব্য, পুৰাণ আদিত কামৰূপ ৰাজ্যক বুজাবৰ কাৰণে কামৰূপ আৰু প্ৰাগ্জ্যোতিষ এই উভয় নামেই ব্যৱহাৰ কৰা হৈছিল। এই প্ৰাচীন কামৰূপ ৰাজ্যৰ সীমা মধ্যযুগৰ অসম বা বৰ্ত্তমানৰ অসমতকৈ বহুতগুণে বেছি বিস্তৃত আছিল। অৱশ্যে এই বিশাল কামৰূপ সম্ৰাজ্যত বসবাস কৰা সকলো লোকৰ মাজত এটা একজাতীয় বোধ বা এক-সমাজবোধ আৰু এক সাংস্কৃতিক সমগোষ্ঠীয় মনোভাৱ সম্পূৰ্ণৰূপে গঢ় লৈ উঠিব পৰা নাছিল যদিও এই ক্ষেত্ৰত কিছুদূৰ অগ্ৰসৰ হব পাৰিছিল। অসম তথা প্ৰাচীন কামৰূপ-প্ৰাগ্জ্যোতিষ ৰাজ্যৰ চাৰিসীমা অতি বিস্তৃত আছিল। অসমত ৰচিত কালিকা পুৰাণত গোটেই ভাৰতবৰ্ষক চাৰিখন প্ৰধান পীঠত ভাগ কৰিছে। তাৰে কামৰূপক কামপীঠ বুলি এখন পীঠত ভাগ কৰিছে। অসমত ৰচিত আন এখন ভৌগোলিক আৰু ঐতিহাসিক তথ্য সম্বলিত পুথি যোগিনীতন্ত্ৰতও কামৰূপকে নখন পীঠত ভাগ কৰিছে। যেনে :--(১) পুণ্যাখ্য, (২) মধ্যপীঠ, (৩) নীলপীঠ, (৪) সৌমাৰ পীঠ, (৫) হয়-তাম্ৰপীঠ, (৬) শিৱ-তল্প, (৭) বৰাহী, (৮) কোলাপীঠ, (৯) শ্ৰীপীঠ। ডক্তৰ বাণীকান্ত কাকতিয়ে কয় যে যোগিণীতন্ত্ৰত কামৰূপক নখন পীঠত ভাগ কৰিলেও এই নখন পীঠৰ ভৌগোলিক সীম পৰিষ্কাৰ নহয়--মাত্ৰ পুণ্যাখ্য, নীলপীঠ, আৰু সৌমাৰ পীঠৰ সীমাহে সুস্পষ্ট। অসমৰ আন এখন গ্ৰন্থ "হৰগৌৰী সম্বাদত" কামৰূপক চাৰিখন পীঠত ভাগ কৰিছে আৰু এই চাৰিওখন পীঠৰ সীমা সুস্পষ্ট। হৰগৌৰী সম্বাদৰ এই চাৰিখন পীঠ হৈছে--কৰতোয়া আৰু স্বৰ্ণকোষ নদীৰ মাজত (১) ৰত্নপীঠ, স্বৰ্ণকোষ আৰু কপিলী নদীৰ মাজত (২) কামপীঠ, পুষ্পিকা আৰু ভৈৰবী নদীৰ মাজত (৩) স্বৰ্ণপীঠ, আৰু ভৈৰবী আৰু দিকুং নদীৰ মাজত (৪) সৌমাৰ পীঠ। হৰগৌৰীসম্বাদৰ এই পীঠ বিভাগ সুস্পষ্ট আৰু ই প্ৰাচীন

কামৰূপ ৰাজ্যৰ পূব আৰু পশ্চিম সীমা নিৰ্দ্দিষ্টকৈ দেখুৱাই দিব পাৰিছে। * ৭ম শতাব্দীৰ ভাস্কৰ বৰ্ম্মাৰ তামৰ শাসনৰ পৰা বুজা যায় যে মধ্যবঙ্গৰ অন্তৰ্ভুক্ত কৰ্ণসুবৰ্ণও সেই সময়ৰ কামৰূপৰ অন্তৰ্ভুক্ত আছিল। মুঠতে পৌৰাণিক আৰু ঐতিহাসিক তথ্যৰ ওপৰত ভিত্তি কৰি কামৰূপ ৰাজ্যৰ পৰিসৰৰ বিষয়ে কনকলাল বৰুৱাদেৱে কৈছে: "কামৰূপ ৰাজ্যৰ প্ৰায় মাজভাগতেই কামাখ্যা মন্দিৰ আছিল আৰু ইয়াৰ চাৰিও ফালে এই ৰাজ্য প্ৰায় এশ যোজন বিয়পি আছিল। যোগিনীতন্ত্ৰৰ মতে কামৰূপৰ পূবে দিখৌনদী, পশ্চিমে কৰতোৱা নদী, উত্তৰে কুঞ্জগিৰি (নেপালও) আৰু দক্ষিণে ব্ৰহ্মপুত্ৰ আৰু লাক্ষানদীৰ সঙ্গম। ইয়াৰ পৰা জনা যায় যে কিছু পৰৱৰ্ত্তী কালতো কামৰূপৰ ভিতৰত গোটেই অসম উপত্যকাৰ উপৰিও উত্তৰবঙ্গ আৰু পূৰ্ব্ব-বঙ্গৰ কিছু অংশ, ভূটানৰ কিছু অংশ, খাছীয়াপাহাৰ, গাৰোপাহাৰ আৰু শ্ৰীহট্ট জিলাৰ উত্তৰ অংশ সোমাই আছিল।" বৰুৱাদেৱৰ মতে মহাভাৰতত উল্লেখ কৰা ৰাজ্যবোৰ আৰু গৌতম বুদ্ধৰ সময়ৰ ১৬ খন মহাজনপদতকৈও কামৰূপ ৰাজ্য বেছি বিশাল আছিল। ঐতিহাসিক সূত্ৰৰ পৰা জানিব পৰা এইযুগৰ উল্লেখযোগ্য নগৰ বা ৰাজধানীবোৰ হ'ল প্ৰাগ্জ্যোতিষপুৰ, শোণিতপুৰ, কুণ্ডিল নগৰ, কামৰূপ নগৰ, হাৰুপেশ্বৰ, দুৰ্জ্জয়, ৰতনপুৰ ইত্যাদি।

---

গেইট চাহাবে যোগিণীতন্ত্ৰৰ মতে প্ৰাচীন কামৰূপৰ বিভিন্ন পীঠৰ বৰ্ণনা প্ৰসঙ্গত এই দৰে লিখিছে:

According to the work (Yogini Tantra) The country was divided into four portions, viz. Kanapith-from the kartoya to Sunkosh, Ratnapith from the Sunkosh to the Rupali, suvarnapith from the Rupali to the Bharabi and Saumarpith from the Bharabi to the Dikrang. Elsewhere Ratnapith is said to include the mach between the Kartoya and the Moans (Manah ?), Kampith that between the Moriaz and Silghat on the north bank of the Brahmaputra and Bhadrapith, the corresponding portion of the south bank, while Saumarpith as before the most easterly track.

(A History of Assam. 1963. P.11)



## মধ্যযুগ

ক্ৰমান্বয়ে দুৰ্ব্বল হৈ অহাৰ কাৰণে কামৰূপ ৰাজ্যৰ ৰজাই ত্ৰয়োদশ শতাব্দীত তেওঁৰ ৰাজ্যৰ ৰাজধানী পশ্চিমে কমতাপুৰলৈ তুলি নিয়ে। ইতিমধ্যে পূৰ্ব্বৰ কামৰূপ ৰাজ্যৰ অন্তৰ্গত বহতো সৰু সৰু শক্তি ছেগবুজি মূৰ দাঙি উঠিল। এইবোৰৰ ভিতৰত পূবত কছাৰী, চুতীয়া, বৰাহী, মৰাণ, ভূঞা আৰু আহোমসকলেই প্ৰধান। পশ্চিমত খেন আৰু কোচসকলেই প্ৰধান। এই শক্তিবোৰৰ ভিতৰত পাচলৈ পূবত আহোম সকলে প্ৰায় সকলো শক্তিক দমন কৰি বা তেওঁলোকৰ ৰাজ্য নিজৰাজ্যৰ লগত চামিল কৰি শক্তিশালী হৈ উঠিল আৰু পশ্চিমত কোচ শক্তি প্ৰধান হৈ ৰ'ল। কিন্তু কোচৰজা নৰনাৰায়ণৰ পাচত কোচ শক্তিও ক্ৰমে দুৰ্ব্বল হৈ আহিল, গতিকে সমগ্ৰ ব্ৰহ্মপুত্ৰ উপত্যকা আৰু ইয়াৰ দাঁতি-কাষৰীয়া পাহাৰীয়া শক্তিবোৰৰ ভিতৰত কেৱল আহোম শক্তিহে প্ৰবল হৈ ৰ'ল। এই যুগৰ আদিভাগৰ বহুত কথা তথাপিও অস্পষ্ট হৈ আছে। জোঙাল বলহু, ফেঙুৱা, আৰিমত্ত, ৰামৰজা, ৰুলিতা ৰাজ্য আদি বহুত কথা এতিয়াও ভালকৈ পোহৰলৈ অহা নাই। সি যি নহওক মধ্যযুগৰ পঞ্চদশ-ষোড়শ শতাব্দীৰ ভিতৰত আহোমসকল ক্ষমতাশালী হৈ উঠিছিল। আহোমসকলে প্ৰবলপ্ৰতাপী মোগলসকলৰ আক্ৰমণকো বাৰে বাৰে প্ৰতিহত কৰি অসমীয়া জাতিটোক স্বাভিমানী, আত্মনিৰ্ভৰশীল, কৰ্ত্তব্যপৰায়ণ কৰি তোলাৰ উপৰিও আৰ্থিক উন্নতি আৰু সুদৃঢ় প্ৰতিৰক্ষা ব্যৱস্থাৰে উত্তৰ-পূব ভাৰতত অসমীয়া জাতিটোক সুপ্ৰতিষ্ঠিত আৰু সমুজ্জ্বল কৰি তুলিছিল। আনহাতেদি মহাপুৰুষ শঙ্কৰদেৱৰ নেতৃত্বত হোৱা নৱ-বৈষ্ণৱ আন্দোলন আৰু কোচ ৰজা নৰনাৰায়ণৰ পৃষ্ঠপোষকতাত হোৱা সাংস্কৃতিক নৱ-জাগৰণৰ ফলত অসমীয়া জাতিটো অধিক সুসংবদ্ধ আৰু সুসংস্কৃত হৈ উঠিছিল। এই দৰেই প্ৰধানকৈ আহোম, কোচ আৰু নৱ-বৈষ্ণৱ আন্দোলন এই ত্ৰিশক্তিৰ প্ৰচেষ্টাত পঞ্চদশ-ষোড়শ শতাব্দীৰ ভিতৰত, সমগ্ৰ ভাৰতবৰ্ষৰ ভিতৰতে, অসমীয়া জাতিটো সুসংবদ্ধ সমাজ ব্যৱস্থা, শিল্প-কলা আৰু ভাষা-সাহিত্যৰ ব্যাপক চৰ্চ্চা, আৰ্থিক প্ৰগতি আৰু সুদৃঢ় প্ৰতিৰক্ষা নীতি আৰু ব্যৱ-

স্বাৰে এটা বৈশিষ্ট্যপূৰ্ণ, শক্তিশালী আৰু সমৃদ্ধিশালী জাতি হৈ উঠিছিল। অসমীয়া জাতীয় জীৱনৰ বুৰঞ্জীত এয়ে মধ্যযুগৰ উল্লেখযোগ্য তাৎপৰ্য্য।

অসমৰ মধ্যযুগৰ সামাজিক আৰু সাংস্কৃতিক বুৰঞ্জীৰ পমখেদি আমি প্ৰথমেই কমতাপুৰ ৰাজ্যৰ ৰাজধানীলৈহে যাব লাগিব। কমতাপুৰৰ ৰজাসকলে অসম তথা কামৰূপলৈ ভাৰতবৰ্ষৰ আনঠাইৰ পৰা ব্ৰাহ্মণ, কায়স্থ আৰু আন ব্যৱসায়িক লোক—আমন্ত্ৰণ কৰি আনিছিল। কমতাপুৰৰ ৰজাসকলেইহে পোনপ্ৰথম অসমীয়া ভাষাত সাহিত্য চৰ্চ্চাৰ কাৰণে কবি-সাহিত্যিকক পৃষ্ঠপোষকতা কৰিছিল। সম্পূৰ্ণ অসমীয়া ভাষাত ৰচিত প্ৰথম কাব্যপুথিখন হ'ল কমতাপুৰৰ ৰজা দুৰ্ল্লভনাৰায়ণৰ পৃষ্ঠপোষকতাত কবি হেম সৰস্বতীয়ে ৰচনা কৰা "প্ৰহলাদচৰিত্ৰ।" মধ্যযুগৰ আদিভাগৰ অসমীয়া সমাজ তথা জাতিটোৰ সাংস্কৃতিক দিশৰ উল্লেখযোগ্য প্ৰগতি হ'ল নব্য-ভাৰতীয় আৰ্য্যভাষাৰ প্ৰাদেশিক অসমীয়া ভাষাত সাহিত্য চৰ্চ্চা। কমতাপুৰৰ ৰজাসকলৰ পৃষ্ঠপোষকতাত ত্ৰয়োদশ-চতুৰ্দ্দশ শতাব্দীত কেইবাজনো কবি-সাহিত্যিকে সংস্কৃত ৰামায়ণ, মহাভাৰত আৰু আন পুৰাণৰ পৰা কাহিনীভাগ লৈ অসমীয়া ভাষাত কাব্য ৰচনা কৰিছিল। কিন্তু কাব্য চৰ্চ্চা বা উচ্চ সাহিত্য চৰ্চ্চাৰ বাহন হিচাবে অসমীয়া ভাষাৰ বিৰাট সম্ভাৱনাৰ ইঙ্গিত দিলে চতুৰ্দ্দশ শতাব্দীত কছাৰী ৰজা (বৰাহী ?) বৰাহ মাণিক্যৰ পৃষ্ঠপোষকতাত ৰচনা কৰা মাধৱ কন্দলিৰ "ৰামায়ণেহে"। প্ৰসঙ্গক্ৰমে কছাৰী ৰজাসকলৰ অসমীয়া ভাষা সাহিত্যৰ পৃষ্ঠপোষকতাও আমি উল্লেখ কৰিব পাৰোঁ। ইয়াতোকৈ পৰবৰ্ত্তীকালতো কছাৰীসকলে অসমীয়া ভাষা সাহিত্যৰ পৃষ্ঠপোষকতা কৰাৰ কথা জনা যায়। কছাৰীসকলে ব্ৰহ্মপুত্ৰৰ উত্তৰ আৰু দক্ষিণ পাৰে বহুতো নগৰ নিৰ্ম্মাণ কৰিছিল। কমতাপুৰ নগৰখনেই অভেদ্য কৰি নিৰ্ম্মাণ কৰিছিল। এই কমতাপুৰ নগৰৰ নিৰ্ম্মাণ পদ্ধতিক দেশী-বিদেশী বহুতো লিখকে মুক্তকণ্ঠে প্ৰশংসা কৰিছে। বৌদ্ধ ধৰ্ম্মীয়লম্বী কছাৰীসকলৰ বহুতেই মধ্যযুগত নৱ-বৈষ্ণৱ ধৰ্ম্ম গ্ৰহণ কৰি উচ্চ সমাজভুক্ত হয়। কছাৰীসকলৰ লগত আহোম আৰু আন ফৈদৰ ভিতৰত সংমিশ্ৰণো হয়।

এই যুগৰ পঞ্চদশ শতাব্দীৰ আন এটা উল্লেখযোগ্য ৰাজনৈতিক ঘটনা হ'ল মুছলমানসকলৰ অসম প্ৰবেশ। মুছলমানসকলৰ



এই অসম প্ৰৱেশৰ পৰাই অসমীয়া সমাজত প্ৰকৃতপক্ষে মুছলমান প্ৰভাৱৰ সূচনা হয়। কানাইবৰশীবোৱা শিলৰ লিপিৰ মতে ত্ৰয়োদশ শতাব্দীৰ আৰম্ভতে (১২০৫-১২০৬) মুছলমানসকলে কামৰূপ আক্ৰমণ কৰিবলৈ আহিছিল যদিও তেওঁলোক এই আক্ৰমণত নিজেই বিধ্বস্ত হয়। গৌৰৰ নবাব হুচেইন চাহে ১৪৯৮ খৃষ্টাব্দত চক্ৰান্তৰ সহায় লৈ কমতাপুৰৰ ৰজাক পৰাস্ত কৰি গুৱাহাটীলৈকে আগুৱাই আহে, আৰু পুতেক ডেনিয়েলক কামৰূপৰ শাসনকৰ্ত্তা হিচাবে থৈ উভটি যায়। ডেনিয়েলে বেছিদিন নিজৰ শাসন বজায় ৰাখিব নোৱাৰিলেও এই শাসনে অসমীয়া সমাজত কিছু প্ৰভাৱ পেলাবলৈ সমৰ্থ হ'ল। এই শাসনৰ পৰাই বঙ্গদেশৰ দৰেই অসম বা কামৰূপৰ হিন্দুলোকেও মুছলমান উপাধি গ্ৰহণ কৰা দেখিবলৈ পোৱা যায়। উদাহৰণস্বৰূপে অসমৰ প্ৰখ্যাত ভূঞা বংশৰো খাঁ উপাধিধাৰী কেতাই খাঁ, বুঢ়া খাঁ আদি লোকৰ কথা আমি জানো। এইখিনি সময়তেই কামৰূপৰ হাজোত মুছলমানৰ তীৰ্থ পোৱা-মক্কা নিৰ্ম্মাণ হয়।

কমতাপুৰ ৰাজ্যৰ পতন হোৱাৰ লগে লগে এই অঞ্চলত বিশ্বসিংহৰ (১৫১৫-১৫৪০) নেতৃত্বত কোচ ফৈদ ক্ৰমান্বয়ে শক্তিশালী হৈ উঠে। কিন্তু বিশ্বসিংহৰ প্ৰায় সমসাময়িক ভাৱে পুবত আহোম ৰজা চুহংমুং (১৪৯৭-১৫৩৯) ক্ষমতাশালী হৈ উঠিছিল। বিশ্বসিংহই আহোম ৰজা চুহংমুঙৰ অধীনতা স্বীকাৰ কৰি আহোমৰ লগত মিত্ৰ হৈ আছিল। কোচ ৰজা বিশ্বসিংহই হিন্দু শাক্ত ধৰ্ম্ম গ্ৰহণ কৰিছিল। ব্ৰাহ্মণ পুৰোহিতসকলে কোচ ৰজা বিশ্বসিংহক শিৱৰ সন্তান হিচাবে উচ্চ বংশ-সম্ভূত কৰি দেখুৱাবলৈ কাহিনী ৰচনা কৰিলে। বিশ্বসিংহই মুছলমানে ধ্বংস কৰি থৈ যোৱা কমতেশ্বৰী মন্দিৰকে আদি কৰি বহুতো মন্দিৰ পুননিৰ্ম্মাণ কৰোৱালে আৰু নতুনকৈও দুই এক মন্দিৰ নিৰ্ম্মাণ কৰোৱালে। বিশ্বসিংহই ৰজা হৈয়ে ৰাজধানী কোচবিহাৰলৈ তুলি আনিলে আৰু ৰাজ্যত দুৰ্গাপূজাৰ প্ৰচলন কৰালে। তেওঁৰ ৰাজ্যৰ মন্দিৰবোৰত পূজা-সেৱা কৰিবলৈ মিথিলাৰ পৰা বহুতো ব্ৰাহ্মণ অনালে। এই ব্ৰাহ্মণসকলৰ মুৰব্বীজন বশিষ্ঠ গোত্ৰৰ কাৰণেই বিশ্বসিংহই নিজকেও বশিষ্ঠ গোত্ৰীয় বুলি প্ৰচাৰ কৰিলে। বিশ্বসিংহৰ পুত্ৰ নৰনাৰায়ণে (১৫৪০-

১৫৮৪) আহোমৰ অধীনতা অস্বীকাৰ কৰিলে আৰু আহোম ৰাজ্যৰ এটা অঞ্চল সাময়িকভাৱে কোচ ৰাজ্যৰ অন্তৰ্ভুক্ত কৰিলে। মহাৰাজ নৰনাৰায়ণৰ দিনত কোচ ৰাজ্যৰ ৰাজধানী কোচবেহাৰ সাহিত্য-সংস্কৃতি আৰু ধৰ্ম্ম চৰ্চাৰ প্ৰধান কেন্দ্ৰ হৈ উঠে। এই কোচবেহাৰেই ষোড়শ শতাব্দীত অসমত সাহিত্য সংস্কৃতিৰ এক নৱ-জাগৰণ আনিলে। ৰাজধানী কোচবেহাৰত মহাৰাজ নৰনাৰায়ণৰ পৃষ্ঠপোষকতাত বহুতো পণ্ডিত আৰু কবি-সাহিত্যিকৰ সমাবেশ ঘটিছিল। এওঁৰ পৃষ্ঠপোষকতাতেই মহামহোপাধ্যায় পুৰুষোত্তম ভট্টাচাৰ্য্যই প্ৰয়োগৰত্নমালা নামৰ প্ৰখ্যাত সংস্কৃত ব্যাকৰণ ৰচনা কৰে, মহামহোপধ্যায় পীতাম্বৰ সিদ্ধান্ত বাগীশে কৌমুদী নামৰ ওঠৰখন স্মৃতিগ্ৰন্থ সঙ্কলন কৰে। ইয়াৰ বাহিৰেও অসমীয়াত মহাপুৰুষ শঙ্কৰদেৱে ভাগৱত, ৰামসৰস্বতীয়ে মহাভাৰতৰ পদ্যানুবাদ, শ্ৰীধৰ কন্দলীয়ে জ্যোতিষ, বকুল কায়স্থই অঙ্ক আদিৰ পুথি ৰচনা কৰে। গুণাভিৰাম বৰুৱাৰ মতে মহাৰাজ নৰনাৰায়ণে কামৰূপত সংস্কৃত শিক্ষাৰ প্ৰসাৰৰ কাৰণে যথেষ্ট পৃষ্ঠপোষকতা কৰিছিল। চৰিত পুথিৰ পৰা জনা যায় যে মহাৰাজ নৰনাৰায়ণৰ ৰাজসভালৈ ভাৰতবৰ্ষৰ আন আন অঞ্চলৰ পৰা সংস্কৃতজ্ঞ পণ্ডিত শাস্ত্ৰালাপ, তৰ্কবাদ আদি কৰিবলৈ আহিছিল। মহাৰাজ নৰনাৰায়ণে পীতাম্বৰ সিদ্ধান্তবাগীশৰ দ্বাৰা ৰচিত স্মৃতিগ্ৰন্থ কৌমুদীৰ মত অনুসৰি ৰাজ্যত বৰ্ণাশ্ৰম ধৰ্ম্ম অনুযায়ী সমাজ ব্যৱস্থা প্ৰৱৰ্তন কৰে। তদুপৰি তেওঁ তেওঁৰ ৰাজ্যৰ গোহাঁইকমলা আলিৰ দক্ষিণ পাৰৰ কোচ আৰু মেচসকলক হিন্দুমতে সকলো ধৰ্ম্মীয় আচাৰ অনুষ্ঠান ব্ৰাহ্মণ লগোৱাই পালন কৰিবলৈ নিৰ্দ্দেশ দিছিল। মহাৰাজ নৰনাৰায়ণ আৰু তেওঁৰ ভাতৃ চিলাৰায়ে মুছলমানে ধ্বংস কৰা কামাখ্যাৰ মন্দিৰ পুনৰ নিৰ্ম্মাণ কৰাই দি তাত পূজাৰী, দলৈ, মালী, পাইকৰ ব্যৱস্থা কৰি দিছিল। কোচৰজা সকলৰ শাসন ব্যৱস্থাত মোগলৰ শাসন ব্যৱস্থাৰ প্ৰভাৱ পৰিছিল। সৈন্য, বিষয়া আৰু ৰাজহ বিভাগ আদিত মোগলৰ প্ৰভাৱ দেখা যায়। পাইক, হাজাৰী, চৌধুৰী আদি বিষয়া মোগলৰ অনুকৰণত সৃষ্টি কৰা হৈছিল। অসমৰ নামনি অঞ্চলত আহোমসকলেও পাচত মোগল তথা কোচৰ শাসন-ব্যৱস্থাকে ৰাখিছিল। সেই কাৰণে ইয়াৰ সমাজব্যৱস্থাত কোচ



তথা মোগলৰ শাসন পদ্ধতিৰ প্ৰভাৱ পৰিলক্ষিত হয়। মহাৰাজ নৰনাৰায়ণৰ পাচতেই আত্মকন্দলৰ ফলত কোচশক্তি দুৰ্ব্বল হৈ পৰে আৰু লগে লগে অসমৰ সাংস্কৃতিক চৰ্চ্চাৰ কেন্দ্ৰও পূবৰ আহোম ৰজাৰ ৰাজধানীলৈ উঠি আহে। কোচসকল মধ্যযুগতেই উচ্চ অসমীয়া হিন্দু সমাজৰ অন্তৰ্ভুক্ত হয়। কিন্তু এওঁলোকৰে একে গোষ্ঠীৰ কামৰূপ আৰু গোৱালপাৰাত বাস কৰা ৰাভা, ৰাজবংশী আৰু মেচসকলৰ বহুতে নিজা জনজাতীয় প্ৰথামতে ধৰ্ম্মাচৰণ কৰে।

মধ্যযুগৰ আগভাগত পূবত আহোম শক্তিৰ উত্থান হোৱাৰ সময়ত তিব্বত-বৰ্ম্মীৰ আন এটা ফৈদ চুতীয়াসকলে অসমৰ উত্তৰ-পূব কোণত এখন সৰু ৰাজ্য পাতিবলৈ সক্ষম হৈছিল। আহোম ৰজা চুহুংমুঙে (১৪৯৭-১৫৩৯) অৱশেষত চুতীয়াসকলক পৰাস্ত কৰি আৰু চুতীয়া ৰাজ্য আহোম ৰাজ্যৰ লগত চামিল কৰি চুতীয়া ৰাজশক্তি সম্পূৰ্ণ উচ্ছেদ কৰি পেলায়। কোচ আৰু কছাৰীসকলৰ দৰেই চুতীয়া ৰজাসকলকো ব্ৰাহ্মণসকলে কুবেৰৰ পৰা উৎপত্তি হোৱা দেখুৱাই কাহিনী ৰচনা কৰিলে। চুতীয়াসকলে নিজা মাতৃ শক্তিৰ উপাসনাৰ লগত সাদৃশ্য থকাৰ কাৰণে শাক্তধৰ্ম্ম গ্ৰহণ কৰিছিল। কিন্তু কিছুমান চুতীয়াই নিজা প্ৰথামতে ধৰ্ম্মাচৰণ কৰিবলৈ নেৰিলে। এওঁলোকেই হ'ল দেউৰী চুতীয়া। চুতীয়াসকলৰ কিছুমান মিৰিৰ লগত, কিছুমান আহোমৰ লগত আৰু কিছুমান বৰাহীৰ লগত মিলি যোৱা বুলি জনা যায়। বৰ্ত্তমান হিন্দু চুতীয়াসকল হিন্দু অসমীয়া সমাজৰ লোক আৰু তেওঁলোকে বিয়াবাৰুত, শ্ৰাদ্ধ-বিধি হিন্দু নিয়মমতে কৰে। দেউৰী চুতীয়াসকলে নিজা প্ৰথামতে ধৰ্ম্মাচাৰণ কৰে। চুতীয়াসকলৰ কিছুমান নিজা তীৰ্থও বোধহয় হিন্দু তীৰ্থস্থানলৈ ৰূপান্তৰিত হৈছিল; এনে তীৰ্থৰ ভিতৰত তাম্ৰেশ্বৰী মন্দিৰ উল্লেখযোগ্য। পাচলৈ চুতীয়াসকলে নৱ-বৈষ্ণৱ ধৰ্ম্মতো শৰণ লৈছিল। চুতীয়া ৰজাসকলৰ আমোলত অসমৰ উত্তৰ-পূব অঞ্চলত শাক্ত, শৈৱ আৰু বৈষ্ণৱ ধৰ্ম্ম প্ৰচাৰ হৈছিল। চুতীয়া সকলেও ব্ৰাহ্মণ, গণক, কায়স্থ আৰু বিভিন্ন ব্যৱসায়ীলোকক সমাদৰ কৰি নি তেওঁলোকৰ ৰাজ্যত পাতিছিল। আহোম ৰজা চুহুংমুঙে চুতীয়াক পৰাস্ত কৰি চুতীয়া ৰাজ্যৰ পৰা বহুতো ব্ৰাহ্মণ, গণক, কায়স্থ আৰু

কমাৰ, কঁহাৰ, তাঁতী আদি ব্যৱসায়ী লোক আনি আহোম ৰাজ্যত পাতিছিল।

চুতীয়াসকল বিভিন্ন শিল্প কৰ্ম্ম আৰু যুদ্ধবিদ্যাত নিপুণ লোক। চুহুংমুঙে চুতীয়াক যুদ্ধত পৰাস্ত কৰি বহুতো হিলৈ আনিছিল ; তাৰ ভিতৰত উৎকৃষ্ট বৰতোপো আছিল। আহোমসকলে চুতীয়াৰ পৰা ধেনু লয়। চুতীয়া কাঁড়ীসকলৰ যুদ্ধবিদ্যাত সেই যুগত খুব খ্যাতি আছিল। আহোম ৰজাসকলে বহুতো চুতীয়াক আহোম খেলত সুমুৱাই লোৱাৰ উপৰিও উচ্চ প্ৰশাসনীয় পদতো নিয়োগ কৰিছিল। চুতীয়া সকল খনিকৰ বিদ্যাতো পাকৈত লোক আছিল। বৰ্ত্তমান অসমৰ বিভিন্ন ঠাইত (বিশেষকৈ উজনি অসমত) যিবোৰ খনিকৰ গাঁও আছে তাৰ অধিবাসীসকল সাধাৰণতে চুতীয়া মানুহ। অসমীয়া ভাষাতো চুতীয়াৰ অৱদান অলপীয়া নহয়। দৰং জিলা আৰু উত্তৰ-লক্ষীমপুৰ মহকুমাৰ বহুতো স্থানবাচক শব্দ চুতীয়াৰ পৰা সৃষ্টি হোৱা। বুৰঞ্জী-বিদ শ্ৰীবেণুধৰ শৰ্ম্মাই কয় যে অসমীয়াত নাম বুজোৱা তৰা দৈ, ভা-দৈ, ৰহ-দৈ আৰু বাণী বুজোৱা মা-দৈ শব্দ চুতীয়াৰ পৰা আহিছে। কাহিনী মূলক গীত ( ballad ), বিয়ানাম, আইনাম, গৰখীয়ানাম আদিত চুতীয়াৰ অৱদান আছে।

মধ্যযুগত অসমীয়া জাতিটোক এটা শক্তিশালী জাতি হিচাপে গঢ়ি তোলাত আহোম শক্তিৰ বৰঙণিৰ শ্ৰেষ্ঠতা কোনোপধ্যেই অস্বীকাৰ কৰিব নোৱাৰি। ত্ৰয়োদশ শতাব্দীৰ আৰম্ভণিৰ পৰা ক্ৰমে বৰাহী, মৰাণ, নগা এইসকলক বশীভূত কৰি, চুতীয়া আৰু ভূঞাসকলৰ অঞ্চলবোৰ নিজ ৰাজ্যৰ লগত চামিল কৰি, কছাৰীসকলৰ কিছুমানক দৈয়াং উপ-ত্যকা তথা কাছাৰলৈ খেদি দি আৰু কিছুমান তলতীয়া কৰি সৰ্ব্বশেষত মুছলমানক পৰাস্ত কৰি কোচৰজা বিশ্বসিংহক তলতীয়া কৰি পূবে শদি-য়াৰ পৰা পশ্চিমে মানাহা-সোণকোষ পৰ্য্যন্ত এই সমগ্ৰ ব্ৰহ্মপুত্ৰ উপত্য-কাত, ষোড়শ শতাব্দীৰ আদি ভাগতে আহোমৰ ক্ষমতা বিস্তাৰ কৰি আহোমসকলে এই অঞ্চলটোক এক ৰাজনৈতিক সংহতিৰ তললৈ আনিলে আৰু এওঁলোকৰ মাজত এক জাতীয় চৈতন্যও জগাই তুলিলে। ষোড়শ শতাব্দীৰ শেষভাগৰ পৰা সাংস্কৃতিক চৰ্চ্চাৰ কেন্দ্ৰও আহোম ৰজাৰ



ৰাজধানীলৈ উঠি আহিল। সপ্তদশ শতাব্দীৰ পৰা আহোম ৰজাসকলে নিয়মিতভাৱে হিন্দুধৰ্ম গ্ৰহণ কৰাৰ লগে লগে আহোম ৰজাসকলৰ আমোলত বিশেষভাৱে হিন্দুধৰ্ম্ম আৰু সংস্কৃতিৰ পৃষ্ঠপোষকতা কৰিবলৈ ধৰিলে। সপ্তদশ শতাব্দীৰ মাজভাগলৈকে যদিও প্ৰকৃতপক্ষে আহোম ৰজাসকলে হিন্দুধৰ্ম্ম গ্ৰহণ কৰা নাছিল, তথাপি বুৰঞ্জীৰ পৰা জনা যায় যে আহোম ৰজাসকলে প্ৰায় আৰম্ভণিৰ পৰা হিন্দুধৰ্ম্ম তথা সংস্কৃতিৰ প্ৰতি সমাদৰ দেখুৱাই আহিছিল। আহোমসকলে এই দেশত স্থায়ীভাৱে বসবাস কৰিবলৈ আহিছিল ; কিন্তু তেওঁলোকৰ নিজা গোষ্ঠীৰ লোক সেই অনুপাতে তেনেই নগণ্য আছিল। ইয়াত স্থায়ীভাৱে বসবাস কৰি-বলৈ লোৱাৰ হেতুকেই বাধ্য হৈ নিজৰ ভাষা এৰি ইয়াৰ ভাষা গ্ৰহণ কৰিলে। তেওঁলোকৰ পূৰ্ব্বৰ সমাজ-ব্যৱস্থাৰো সলনি হ'ল। ধৰ্ম্ম আৰু সাংস্কৃতিক চৰ্চ্চাৰ ক্ষেত্ৰতো উদাৰ হ'ল। আৰম্ভণিৰে পৰা এওঁলোকে হিন্দু ধৰ্ম্মৰ পৃষ্ঠপোষকতা কৰিছিল আৰু সমাজব্যৱস্থা আৰু নীতিশাস্ত্ৰ মানি চলিছিল। খৃষ্টীয় ত্ৰয়োদশ শতাব্দীৰ পৰা সপ্তদশ শতাব্দীৰ মাজ-ভাগত জয়ধ্বজসিংহই (১৬৪৮-১৬৬৩) হিন্দু ধৰ্ম্ম গ্ৰহণ কৰাৰ আগ-লৈকে এই কালছোৱাৰ ভিতৰতো ৰজাৰ পৃষ্ঠপোষকতাত বহুতো দেৱ-দেৱীৰ দৌল-দেৱালয় মন্দিৰ আদি নিৰ্ম্মাণ আৰু সংৰক্ষণ হৈছিল আৰু পুখুৰী খন্দোৱা হৈছিল। যোগিনীতন্ত্ৰৰ সৌমাৰপীঠৰ ভৌগোলিক অৱ-স্থানৰ বৰ্ণনা মতে মুদ্ৰা আঠচুকীয়াকৈ মৰাইছিল আৰু মুদ্ৰাত দেৱনাগৰী লিপিত সংস্কৃত ব্যৱহাৰ কৰিছিল। চুডাংফা বামুণী কোঁৱৰে (১৩৯৭-১৪০৭) তেওঁৰ বাল্যকালৰ আশ্ৰয়দাতা ব্ৰাহ্মণ পৰিয়াল আৰু সেই পৰিয়ালৰ কুল বিগ্ৰহ লক্ষ্মীনাৰায়ণৰ মূৰ্ত্তি আনি ৰাজধানীত পতাৰ দিনৰ পৰাই আহোম ৰাজধানীত হিন্দু ধৰ্ম্ম আৰু সংস্কৃতিৰ নিয়মতান্ত্ৰিক ভাৱেই প্ৰৱেশ হয়। স্বৰ্গদেও প্ৰতাপ সিংহই (১৬০৩-১৬৪১) হিন্দুধৰ্ম্ম গ্ৰহণ কৰা নাছিল যদিও হিন্দুৰ বৰ্ণাশ্ৰম ধৰ্ম্মমতে যাতে সমাজব্যৱস্থাৰ অৱমাননা কৰা নহয় তাৰ কাৰণে চকু দিছিল আৰু দেশত মঠ-মন্দিৰ পুখুৰী আদি নিৰ্ম্মাণ আৰু সংৰক্ষণত ৰাজকীয় অনুদান আগবঢ়াইছিল। স্বৰ্গদেও জয়ধ্বজসিংহই (১৬৪৮-১৬৬৩) আহোম ৰজাসকলৰ ভিতৰত প্ৰথমেই হিন্দু মতে আউনীআটী অধিকাৰৰ ওচৰত বৈষ্ণৱ ধৰ্ম্মত শৰণ

লয়। এওঁৰ পৰা স্বৰ্গদেও রুদ্রসিংহলৈকে (১৬৯৬-১৭১৪) সকলো আহোম ৰজাই বৈষ্ণৱ ধৰ্ম্মত শৰণ লৈছিল। শিৱসিংহ (১৭১৪-১৭৪৪) আৰু তেওঁৰ পৰবৰ্ত্তী আহোম ৰজাসকলে হিন্দু শাক্ত ধৰ্ম্ম গ্ৰহণ কৰিছিল। কিন্তু সৰ্ব্বসাধাৰণ আহোমৰ মাজত নৱ-বৈষ্ণৱ ধৰ্ম্মইহে বেছি জনপ্ৰিয়তা লাভ কৰিছিল।

আহোমসকলে হিন্দুধৰ্ম গ্ৰহণ কৰিলেও তেওঁলোকৰ বিয়াবাৰু, ধৰ্মীয় আচাৰ অনুষ্ঠান আদিও আহোম আৰু হিন্দু উভয়ৰে আচাৰ অনুষ্ঠান আৰু ৰীতি-নীতি মানি চলিছিল আৰু বৰ্ত্তমানেও চলে। সম্পূৰ্ণ নিজা ধৰ্ম্ম-বিশ্বাস মতে চলা আৰু নিজা আচাৰ-অনুষ্ঠান মতে বাস কৰা আহোমৰ সংখ্যাও উজনি অসমৰ ফালে কম নহয়। আনহাতে আহোমসকলৰ সমাজ ব্যৱস্থাতো এটা আমোলাতান্ত্ৰিক প্ৰভাৱ পৰিছিল। উদাহৰণস্বৰূপে আহোমসকলৰ ভিতৰতে সাতঘৰ আহোমৰ এটা সুকীয়া মৰ্য্যাদা আছিল। এই সাতঘৰ আহোমৰ বিষয়ে অৱশ্যে মতভেদ দেখা যায়। কিন্তু সাত-ঘৰৰ ভিতৰৰ ৰজা, বুঢ়াগোহাঁই আৰু বৰগোহাঁই এই তিনিঘৰৰ বিষয়ে মতভেদ নাই; বাকী চাৰি ঘৰৰ বিষয়ে মতভেদ আছে। এই চাৰিঘৰ কোনো কোনোৰ মতে দুৱৰা, সন্দিকৈ, লাহন আৰু দিহিঙীয়া আৰু কোনো কোনোৰ মতে দেওধাই, মোহন, বাইলুং আৰু চিৰিং। আকৌ ৰজা নিৰ্ব্বাচন কৰাৰ ক্ষেত্ৰতো কেইটামান নিৰ্দ্দিষ্ট ৰাজকোঁৱৰৰ ফৈদ আছিল; তাৰপৰাহে ৰজা নিৰ্ব্বাচন কৰিব পাৰিছিল। আহোমসকলে ৰজাৰ কাৰণে উপযুক্ত কোনো কোঁৱৰ কোনো ৰাজফৈদত বিচাৰি নাপা-লেও সাধাৰণৰ ঘৰৰ কোনো লোকক ৰজা নিৰ্ব্বাচন নকৰিছিল। ৰজাৰ অবিহনে সিংহাসন খালি ৰাখিও বিষয়াসকলেই শাসন কৰিছিল। ৰজা নিৰ্ব্বাচন কৰিব পৰা প্ৰথমে চাৰিটা ফৈদ আছিল, পাচলৈ এই চাৰিটা ফৈদৰ পৰা সাতটা ফৈদ হৈছিল। শেষলৈ কিন্তু ভিন ভিন ঠাইত বাস কৰিবলৈ লোৱাত সেই ঠাইৰ নাম অনুসৰিয়েই সাতটা ফৈদ হৈছিল। এই সাতটা ফৈদ হৈছে তিপমীয়া, নামৰূপীয়া, চাৰিঙীয়া, দিহিঙীয়া, চামগুৰীয়া, পৰ্ব্বতীয়া আৰু তুংখুঙীয়া। আহোম ৰজাসকলে সাধাৰণতে সাতঘৰীয়া আহোমৰ ছোৱালীহে বিয়া কৰাব পাৰিছিল আৰু সাতঘৰীয়া আহোমৰ ছোৱালীহে ৰজাৰ প্ৰধান ৰাণীও হব পাৰিছিল। অন্যান্য



গোষ্ঠীৰ লোকক কেতিয়াবা কেতিয়াবা দায়িত্বপূৰ্ণ প্ৰশাসনীয় বিষয়াৰ পদত নিয়োগ কৰিছিল যদিও সাধাৰণতে আহোমৰ ব্যতিৰেকে আনক উচ্চ প্ৰশাসনীয় পদত নিয়োগ নকৰিছিল। পাত্ৰ-মন্ত্ৰীসকলৰ ভিতৰত আহোমৰ বাহিৰে আনকোনো লোকক নিয়োগ কৰা নহৈছিল। আকৌ সাধাৰণ শাৰীৰিক কাম কৰা পাইকৰ ঘৰৰ পৰা চমুৱা ঘৰলৈ উন্নীত নোহোৱাকৈ কোনো লোকক বিষয়া অৰ্থাৎ প্ৰশাসনীয় পদত নিয়োগ কৰা নহৈছিল।

আহোমসকলে নিজৰ ক্ষেত্ৰত আৰু হিন্দুৰ বৰ্ণাশ্ৰম ধৰ্ম্মৰ ক্ষেত্ৰত কঠোৰ মনোভাৱ অবলম্বন কৰা সত্বেও আহোমৰ ভিতৰত আৰু অন্যান্য গোষ্ঠীৰ লোকৰ মাজতো জাতিগত সংমিশ্ৰণ হৈছিল। আহোমসকলৰ নিজা গোষ্ঠীৰ লোক ইয়ালৈ অহাৰ সময়ত সংখ্যাত তাকৰ আছিল; সেইকাৰণে ইয়ালৈ আহোঁতে বাটত পোৱা লোকক আৰু ইয়াতো আহি বৰাহী, মৰাণ, চুতীয়া, কছাৰী, ধোবা, মিৰি, কলিতা আদি লোকক নিজৰ আহোমখেলৰ ভিতৰত অন্তৰ্ভুক্ত কৰি লৈছিল। কোনো কোনো বিশেষ প্ৰতিভা সম্পন্ন লোককো মাজে সময়ে আহোমসকলে নিজ খেলৰ ভিতৰত সুমুৱাই লৈছিল। আহোম ৰজাসকলে, কছাৰী, নগা, জয়ন্তীয়া, কমতা, কোচ আদি ৰজাৰ ছোৱালী বিয়া কৰাইছিল আৰু সেইবোৰলৈ আহোমৰ ছোৱালী দিছিলো। ইয়াৰ বাহিৰেও কোচ যুদ্ধৰ সময়ত, মোৱামৰীয়া বিদ্ৰোহত আৰু মানৰ আক্ৰমণত বিভিন্ন বৰ্ণৰ আৰু বিভিন্ন গোষ্ঠীৰ লোকৰ ভিতৰত জাতিগত সংমিশ্ৰণ হৈছিল।

আহোম ৰজাসকলৰ আমোলত অসমত প্ৰাচীন মঠ মন্দিৰ আৰু দেৱালয়বোৰ পুণৰ নিৰ্ম্মাণ কৰাৰ উপৰিও নতুনকৈ বহুতো মঠ-মন্দিৰ আৰু দেৱালয় নিৰ্মাণ কৰোৱা হৈছিল আৰু পুখুৰী খন্দোৱা হৈছিল। বিভিন্ন দেৱ-দেৱীৰ নামত নিৰ্ম্মাণ কৰা এই মন্দিৰবোৰত দেৱ-দেৱীৰ বিগ্ৰহ বৈদিক প্ৰথামতে প্ৰতিষ্ঠা কৰি উৎসৰ্গা কৰি দিয়া হৈছিল। তদুপৰি মঠ-মন্দিৰ, সত্ৰ আদিত মাটি-বাৰী দি সেৱকীয়া নিৰ্ব্বন্ধ কৰি দিছিল। মঠ-মন্দিৰ, দৌল-দেৱালয় আৰু সত্ৰ আদিৰ বিষয়ে তত্বা-বধান লবলৈ দেৱলীয়া বৰুৱা নামৰ এজন বিষয়াও আহোমৰ শাসন বিভাগত আছিল। মঠ-মন্দিৰ দেৱালয় আদি চাংৰুং ফুকন নামৰ

বিষয়াৰ তত্বাবধানত নিৰ্ম্মাণ কৰা হৈছিল। ৰাজধানীত ৰজাৰ পৃষ্ঠপোষকতাত ৰাজকীয়ভাৱে দুৰ্গোৎসৱ আৰু ফল্গুৎসৱ মহাপয়োভৱেৰে পতা হৈছিল। সমাজ ব্যৱস্থা আৰু শাসন তন্ত্ৰতো যথাক্ৰমে হিন্দুৰ বৰ্ণাশ্ৰম ধৰ্ম্ম আৰু নীতি শাস্ত্ৰ মানি চলা হৈছিল। আহোম ৰজাসকলৰ অভিষেক কাৰ্য্যতো আহোমৰ নিজা প্ৰথা আৰু বৈদিক প্ৰথা উভয়েই মানি চলা হৈছিল। হিন্দুৰ সমাজ ব্যৱস্থাত বৰ্ণাশ্ৰম ধৰ্ম্ম মানি চলাত আহোম ৰজাসকলে বিশেষ গুৰুত্ব আৰোপ কৰিছিল যেন অনুমান হয়। বুৰঞ্জী পুথিৰ পৰা জনা যায় স্বৰ্গদেও প্ৰতাপ সিংহই কিছুমান ব্ৰাহ্মণে কৈবৰ্ত্ত সম্প্ৰদায়ৰ এজনী মাইকী মানুহৰ লগত সম্পৰ্ক থকা এজন ব্ৰাহ্মণে একেলগে খোৱাৰ কাৰণে সেই সকলো ব্ৰাহ্মণকে কৈৱৰ্ত্ত সম্প্ৰদায় ভুক্ত কৰি দিছিল। এইজন ৰজায়েই মুকুন্দ আতৈ নামৰ এজন ভকতে নামগোৱা গাই উপনয়ন দিওৱাৰ কাৰণে তেওঁক মৃত্যুদণ্ড দিছিল। জয়ধ্বজ সিংহই এজন কৈৱৰ্ত্তই আন সম্প্ৰদায়ৰ লোকক বৰসবাহপাতি খুওৱাৰ কাৰণে সেই কৈৱৰ্ত্তক মৃত্যু দণ্ড দিছিল। এনে উদাহৰণ বুৰঞ্জীত আৰু আছে। শাসন কাৰ্য্যত সামাজিক দোষ আৰু পাপৰ বিষয়ে বিধান দিবলৈ আহোম ৰাজসভাত সভাপণ্ডিত নামৰ হিন্দু স্মৃতি আৰু নীতি শাস্ত্ৰজ্ঞ এজন ব্ৰাহ্মণ পণ্ডিত বিষয়া আছিল। আহোমৰ বৈদেশিক নীতিত হিন্দু শাস্ত্ৰজ্ঞ ব্ৰাহ্মণ আৰু কায়স্থ কটকীয়েও সহায় কৰিছিল। ৰাজধানীত সম্ভ্ৰান্ত বিষয়া আৰু ৰাজকোঁৱৰসকলক অৰ্থশাস্ত্ৰ আৰু নীতি শাস্ত্ৰৰ শিক্ষা ব্ৰাহ্মণ পণ্ডিতে দিছিল। এইদৰেই আহোম ৰাজতন্ত্ৰ আৰু সাধাৰণ আহোম সকল হিন্দু-সমাজ ব্যৱস্থা আৰু সংস্কৃতিৰ প্ৰভাৱলৈ আহি ইয়াৰ সামাজিক আৰু সাংস্কৃতিক অৱস্থাৰ লগত মিলি গৈছিল।

অসমীয়া ভাষা-সাহিত্যলৈ আহোমসকলৰ নিজা দান হ'ল নদীবাচক, স্থানবাচক আৰু অন্যান্য শব্দসমূহ। অসমীয়া ভাষাত বুৰঞ্জী সাহিত্যৰ চৰ্চ্চা প্ৰৱৰ্ত্তন কৰি আহোমসকলে অসমীয়া সাহিত্যক ভাৰতীয় প্ৰাদেশিক সাহিত্যবোৰৰ ভিতৰত এখন মৰ্য্যাদা সম্পন্ন আসনৰ অধিকাৰী কৰিলে। আহোম ৰজাসকলৰ আমোলত নৱ-বৈষ্ণৱ প্ৰভাৱৰ পৰা মুক্ত লৌকিক ৰসৰ কাব্য, পুৰাণ, নাটক আদিৰ চৰ্চ্চা হৈছিল। আহোম



সকলৰ আমোলত সংস্কৃতৰ চৰ্চ্চাও হৈছিল। অঙ্কীয়া নাটৰ আহিত সংস্কৃততো কিছুমান নাটক ৰচনা কৰা হৈছিল। সংস্কৃত শব্দৰ প্ৰাধান্যৰে কিছুমান গোসানীৰ গীতো ৰচনা কৰা হৈছিল। বহুতো পূজাৰ বিধি আৰু শাক্ত বা তান্ত্ৰিক সাহিত্যও এওঁলোকৰ পৃষ্ঠপোষকতাত ৰচনা কৰা হৈছিল। আহোম ৰজাৰ পৃষ্ঠপোষকতাত সৃষ্টি হোৱা উল্লেখযোগ্য ৰচনাবোৰ হ'ল ব্যৱহাৰিক বিষয়ৰ পুথিবোৰ। পশু চিকিৎসা, পশু শিক্ষা, জ্যোতিষ, আয়ুৰ্ব্বেদ আদি বিভিন্ন বিষয়ৰ ওপৰত এই পুথিবোৰ ৰচনা কৰা হৈছিল। তাৰে ভিতৰত হস্তীবিদ্যাৰ্ণৱ, ঘোঁৰানিদান, শেনৰ শিক্ষা আৰু চিকিৎসা আদি পুথিয়েই প্ৰধান। আহোম ৰজাৰ আমোলত বা আহোমৰজাৰ পৃষ্ঠপোষকতাত ৰচিত হোৱা বহুতো কাব্য, পুৰাণ আৰু চিকিৎসা বিষয়ক গ্ৰন্থত উৎকৃষ্ট চিত্ৰও অঙ্কন কৰা হৈছিল। এই চিত্ৰবোৰে আহোম যুগৰ চিত্ৰকলাৰ চৰ্চ্চাৰ আভাস দিয়ে। বিভিন্ন নীতি শাস্ত্ৰৰ সহায় লৈ সংস্কৃত শ্লোকৰ অসমীয়া ব্যাখ্যা সহ 'নীতি লতাঙ্কুৰ' নামৰ অসমীয়াত এখন নীতি শাস্ত্ৰমূলক গ্ৰন্থও আহোমৰজাসকলৰ শাসনৰ শেষৰ ছোৱাত ৰচিত হৈছিল। আহোম শাসনৰ কালছোৱাত অসমীয়া ভাষাত ইছলামীয় ভাবধাৰাৰ কাব্যও ৰচনা হৈছিল। আকৌ বৈষ্ণৱ ধৰ্ম্মৰ অনুকৰণত ইছলাম ধৰ্ম্মৰ মূল কথা কিছুমানো গীতত প্ৰকাশ কৰা হৈছিল ; এইবোৰক 'জিকিৰ' বোলা হয়। বহুতে অনুমান কৰে যে স্বৰ্গদেও চুহুংমুঙৰ দিনত বন্দী হৈ ৰোৱা মুছলমানসকলৰ পৰাই (মৰিয়া সকল) অসমত মনসা পূজাৰ প্ৰবৰ্ত্তন হয়। মনসা পূজাৰ লগত যি ওজাপালি গীত গোৱা হয় তাত মুছলমান ওজা থকা কথা মন কৰিবলগীয়া। প্ৰখ্যাত মনসা কবি নাৰায়ণদেৱৰ মনসা কাব্যত হাচান-হচেইনৰ কাহিনীৰো উল্লেখ আছে।

স্বৰ্গদেও শিৱসিংহৰ (১৭১৪-১৭৪৪) আগলৈকে আহোম ৰজাৰ ৰাজধানীত কোনো বিদ্যালয় নাছিল। শিৱসিংহৰ পত্নী বৰৰজা ফুলেশ্বৰীৰ চেষ্টাতহে সংস্কৃত শিক্ষাৰ কাৰণে এখন পাঠশালা ৰংপুৰত প্ৰতিষ্ঠা কৰা হৈছিল। অৱশ্যে ৰজাৰ পৃষ্ঠপোষকতাত ৰাজসভাত আৰু অন্যান্য অঞ্চলত ব্যক্তিগতভাৱে সংস্কৃতজ্ঞ অধ্যাপক আছিল। এই

অধ্যাপকসকলে টোল পাতি শিক্ষা দিছিল। জৰীপ আৰু পিয়লৰ কামত যোগ দিব খোজা কায়স্থ আৰু কলিতাসকলৰ কাৰণে মাতৃভাষাত অঙ্কৰ শিক্ষা দিয়াৰ ব্যৱস্থা আছিল। আহোম ৰজাসকলে পাৰ্চী আৰু আৰবী জনা মুছলমান পণ্ডিত আনি সা-সুবিধা দি অসমত ৰাখিছিলহি। ব্যৱহাৰিক শিক্ষাৰ অনুষ্ঠান নাছিল যদিও নাওবৈচা, কাড়ী, হিলৈদাৰী, নাওশলীয়া বাৰুৱতী, তাতী, ধেনুচোঁচা, জাপিসজীয়া, শিলাকুটীয়া, সোণোৱাল আদি বিভিন্ন শিল্পৰ খেলবোৰে নিজ নিজ শিল্প আৰু ব্যৱসায় পৰম্পৰাগতভাৱে চৰ্চা কৰিব লাগিছিল। কোৱা নিষ্প্ৰয়োজন যে আহোম ৰজাৰ আমোলত এই ব্যৱসায় আৰু শিল্পবোৰত অসমে যথেষ্ট প্ৰগতি লাভ কৰিছিল আৰু ইয়াৰ দ্বাৰাই দেশৰ আৰ্থিক অৱস্থাও উল্লেখযোগ্যভাৱে উন্নত হৈছিল। আহোম ৰজাসকলে ভাৰতবৰ্ষৰ আন ঠাইৰ পৰা শিল্পী আনি অসমত সেই শিল্পবোৰৰ চৰ্চা কৰোৱাইছিল। অন্যান্য ঠাইৰ পৰা সঙ্গীতজ্ঞ, বাদ্য বিশাৰদ আনি সেইবোৰৰ চৰ্চা অসমীয়া লোকৰ হতুৱাই কৰাইছিল আৰু ভাৰতবৰ্ষৰ আন ঠাইৰ পৰা পোচাক-পৰিচ্ছদ, আ-অলঙ্কাৰৰ নমুনা সেইবোৰৰ কিছুমান অসমত প্ৰৱৰ্তন কৰাইছিল। উদাহৰণস্বৰূপে মাটিৰ প্ৰতিমা সজা খনিকৰ, হাতীদাঁতৰ কাম কৰা শিল্পী, চিত্ৰশিল্পী, গুণাকটীয়া কমাৰ, কহাৰ, পিতলৰ কাম কৰা শিল্পী (মৰিয়া) ভাৰতবৰ্ষৰ আন ঠাইৰ পৰা আনি অসমীয়া মানুহৰ হতুৱাই সেই শিল্পবোৰ আয়ত্ত কৰোৱাই লৈছিল। স্বৰ্গদেউ ৰুদ্ৰসিংহৰ দিনৰ পৰাই অসমত মোগলৰ পোচাক প্ৰৱৰ্তন হয়। স্বৰ্গদেউ ৰুদ্ৰসিংহই বঙালী সংকীৰ্তনৰ দল, আন সঙ্গীতজ্ঞ আদি আনি অসমত তাৰ শিক্ষা দিয়াইছিল। পাখোৱাজ নামৰ বাদ্যযন্ত্ৰ এওঁৰ দিনৰ পৰাই অসমৰ বাদ্যযন্ত্ৰৰ ভিতৰত সুমুৱাই লোৱা হয়। আহোম ৰজাসকলৰ দিনত পাটশিল্প, বয়নশিল্প, লোহা-শিল্প, সোণকমোৱা আদি শিল্পবোৰে বিশেষভাৱে উন্নতি লাভ কৰিছিল।

খেতিৰ কাম কৰা, সূতা কটা, কাপোৰ বোৱা, বেত-বাঁহৰ কাম কৰা আদি বাৰবোৰ সাৰ্ব্বজনীন আৰু বাধ্যবাধক আছিল। প্ৰত্যেক ব্যৱসায়ী খেলে নিজ নিজ খেলৰ যোগেদি নিৰ্দ্দিষ্ট পৰিমাণৰ উৎপন্নবস্তু ৰজাৰ ঘৰত দিবই লাগিছিল।



আহোম শাসনৰ শেহৰফালে স্বৰ্গদেও লক্ষ্মীসিংহ আৰু এওঁৰ পুতেক গৌৰীনাথ সিংহৰ দিনত হোৱা মোৱামৰীয়া বিদ্ৰোহ, বৃটিচৰ লগত হোৱা সন্ধি আৰু মানৰ আক্ৰমণৰ ফলতেই অসমৰ ৰাজনৈতিক, সামাজিক আৰু সাংস্কৃতিক অৱস্থাৰ অধঃপতন ঘটিল। ১৮২৬ চনৰ ইয়াণ্ডাবুত হোৱা সন্ধি অনুসৰি সোণৰ অসম গঢ়ি তোলা আহোম ফৈদৰ স্বাধীনতা ৰবিৰ শেষ ৰশ্মিকণো স্তিমিত হৈ গ'ল।

**নৱ-বৈষ্ণৱ আন্দোলন** : মধ্যযুগৰ প্ৰায় মধ্যভাগত অৰ্থাৎ পঞ্চদশ-ষোড়শ শতাব্দীত ৰাজনৈতিক ক্ষেত্ৰত কোচ-আহোম শক্তিৰ অভ্যুদয়ৰ লগে লগে এটি প্ৰবল সাংস্কৃতিক জাগৰণেও দেখা দিলে। এই জাগৰণত কোচ, কছাৰী, আহোম, চুতীয়া আদি ফৈদৰ আৰু তেওঁলোকৰ ৰজাসকলৰ অংশ থাকিলেও, ইয়াত শ্ৰেষ্ঠ ভূমিকা গ্ৰহণ কৰিছিল শঙ্কৰদেৱৰ নেতৃত্বত হোৱা নৱ-বৈষ্ণৱ আন্দোলনেহে। কোচ আৰু আহোম শক্তিয়ে—বিশেষকৈ আহোম শক্তিয়ে, আমি ওপৰত উল্লেখ কৰি অহা আদি যুগৰ শেহৰ ভাগৰ ৰাজনৈতিক অস্থিৰতাৰ যেনেকৈ প্ৰতিবিধান কৰিলে সেইদৰে নৱ-বৈষ্ণৱ আন্দোলনেও তান্ত্ৰিক আৰু সহজীয়া বৌদ্ধ ধৰ্ম্মৰ প্ৰভাৱত হোৱা নৈতিক গৰাখহনীয়া আৰু সামাজিক ব্যভিচাৰৰ পৰাও সমাজখনক উদ্ধাৰ কৰিলে আৰু এটা সুস্থ সাংস্কৃতিক চিন্তাধাৰাৰ পৰম্পৰা প্ৰবৰ্ত্তন কৰিলে।

নৱ-বৈষ্ণৱ আন্দোলনৰ সাংস্কৃতিক সমন্বয় সাধনতকৈ হিন্দু সংস্কৃতিৰ ব্যাপক প্ৰসাৰতা ঘটোৱা আৰু সামাজিক মানদণ্ডৰ উন্নতি সাধন কৰাতহে অৱদান বেছি। নৱ-বৈষ্ণৱ আন্দোলনে কোচ আৰু আহোম এই দুয়োখন ৰাজ্যৰ লোকৰ মাজত পশ্চিমে কোচবেহাৰৰ পৰা পূবে শদিয়ালৈকে আৰু ব্ৰহ্মপুত্ৰ উপত্যকাৰ উত্তৰ আৰু দক্ষিণ দুয়োদাঁতিৰ পাহাৰীয়া জাতি সকলৰো কিছু কিছুক সাৰটি লৈ ভক্তি-ধৰ্ম্ম আৰু আনুষঙ্গিক সাংস্কৃতিক চৰ্চ্চাৰে সৌহাৰ্দ্দ্য আৰু ঐক্যবৃদ্ধি কৰি অসমীয়া সমাজখন অধিক ব্যাপক আৰু শক্তিশালী কৰি তুলিলে। মধ্যযুগৰ অসমীয়া সমাজ বুলিলে সেয়ে আমি আহোম শাসনৰ তলৰ পূবে শদিয়াৰ পৰা মানাহলৈকে ব্ৰহ্মপুত্ৰ উপত্যকাৰ এই অঞ্চলটোকে নধৰি কোচ

শাসনৰ তলৰ গোৱালপাৰা, কোচবেহাৰ, জলপাইগুৰি, মৈমনসিংহ আদি জিলাকো সামৰি লব লাগিব। কাৰণ কোচবেহাৰ মহাৰাজ নৰনাৰায়ণৰ ৰাজধানী, মধ্যযুগৰ সাংস্কৃতিক চৰ্চ্চা তথা সাংস্কৃতিক নৱ-জাগৰণৰ প্ৰাণকেন্দ্ৰ আৰু মহাপুৰুষ শঙ্কৰদেৱৰ লীলাভূমি। গতিকে এই কোচ ৰাজ্যৰ অধিবাসীসকল মধ্যযুগীয় অসমীয়া সাহিত্যৰ বহিৰ্ভূত হৈ থাকিব নোৱাৰে। পশ্চিমে কোচবেহাৰৰ পৰা পূবে শদিয়ালৈকে ব্ৰহ্মপুত্ৰ উপ-ত্যকাৰ এই বহল অসমীয়া সমাজখনত শৈৱ, শাক্ত আৰু জনজাতীয় বিভিন্ন ধৰ্ম্ম পন্থা থাকিলেও আৰু তেওঁলোকৰ সাংস্কৃতিক উপাদান থাকিলেও, ইয়াৰ সৰ্ব্বাত্মক সাংস্কৃতিক ৰূপত বৈষ্ণৱ আন্দোলনৰ অৱদানেই প্ৰাধান্য লাভ কৰি আছে। নৱ-বৈষ্ণৱ আন্দোলনে সাংস্কৃতিক যোগাযোগেৰে কোচ আৰু আহোম এই দুয়ো ৰাজ্যৰ লোকক মধ্যযুগত একে সমাজ-ভুক্ত কৰি পেলালে। নৱ-বৈষ্ণৱ আন্দোলনে সহজ সৰল ভক্তি ধৰ্ম্মৰ দুৱাৰ গাৰো, মিৰি, নগা, কছাৰি আদি সকলোলোকৰ কাৰণে মুকলি কৰি দিলে। শঙ্কৰদেৱৰ প্ৰধান শিষ্যসকলৰ ভিতৰত নগা, মিৰি, গাৰোসকলৰ লোকো আছিল। বাহ্যিক আৰু আন্তৰিক পবিত্ৰতা, আহাৰ পানীত সংযম, সদাচাৰ আৰু নীতি-নিয়মৰ......দ্বাৰাই উন্নত কৰি বিভিন্ন গোষ্ঠীৰ লোকসকলক বৈষ্ণৱ ধৰ্ম্মত শৰণ দিয়াৰ যি সুশৃংখল কাৰ্য্যপন্থা নৱ-বৈষ্ণৱ আন্দোলনে গ্ৰহণ কৰিছিল তাৰ ফলত অসমীয়া সমাজখন এহাতেদি বহল আৰু সুদৃঢ় হৈছিল আৰু আন-হাতেদি লিখিব-পঢ়িব নজনা এই সমাজখনৰ সামাজিক আৰু নৈতিক মানদণ্ডও উন্নত হৈছিল। মহাপুৰুষ শঙ্কৰদেৱে বৈষ্ণৱ ধৰ্ম্ম প্ৰচাৰৰ প্ৰসঙ্গত অসমৰ অধিবাসী আৰু অসমীয়া সমাজখনৰ কথাও বিশেষভাৱে মনত ৰাখিছিল যেন অনুমান হয়। আনকি ভাগৱত পুৰাণৰ অনুবাদ কৰোঁতে মূল ভাগৱতৰ শ্লোকত থকা বিভিন্ন ফৈদৰ মানুহৰ ঠাইত তেখেতে অসমৰ বিভিন্ন ফৈদৰ নামহে সুমুৱাই দিছে।

> "কিৰাত হূনান্ত্ৰ পুলিন্দপুক্কশ আভীৰ কঙ্ক যবন খসাদয়ঃ।
> যে অৰ্য্য চ পাপা যদুপাশ্ৰয়শ্ৰয়াঃ শুদ্ধ্যন্তিতস্মৈ প্ৰভাবিষ্ণৱেনমঃ॥"

এই শ্লোকটি মহাপুৰুষে এনেদৰে প্ৰকাশ কৰিছে—



> "কিৰাত কছাৰি খাচি গাৰো মিৰি
> যবন কঙ্ক গোৱাল,
> অচম মুলুক ৰজক তুৰুক
> কুবাচ ম্লেচ চণ্ডাল।
> আনো পাপী নৰ কৃষ্ণ সেৱকৰ
> সঙ্গত পবিত্ৰ হয়,
> ভকতি লভিয়া সংসাৰ তৰিয়া
> বৈকুন্ঠে সুখে লভয়।"

মহাপুৰুষ শঙ্কৰদেৱৰ পাছত অসমৰ দাঁতিকাষৰীয়া পাহাৰীয়া লোক সকলৰ মাজত বৈষ্ণৱ ধৰ্ম্ম প্ৰচাৰৰ কাম আগুৱাই নিব পৰা নহল। তথাপিও বৈষ্ণৱ আন্দোলনে কছাৰী, মিৰি, নগা, গাৰো আদি বহুত লোকক বৈষ্ণৱ ধৰ্ম্মত শৰণ দিলে আৰু কছাৰীসকলৰ কিছুমানক পৰ্য্যায়ক্ৰমে উচ্চ অসমীয়া হিন্দু সমাজৰ মাজলৈ উন্নীত কৰিলে।

অসমীয়া সমাজৰ সামাজিক বন্ধন আৰু সাংস্কৃতিক প্ৰগতিৰ প্ৰতি বৈষ্ণৱ আন্দোলনৰ সাংগঠনিক (organisational) আৰু সাংস্কৃতিক দিশটোৰ তাৎপৰ্য্যপূৰ্ণ অৰিহণা আছে। ইয়াৰ সাংগঠনিক দিশ-টোৱে সমাজৰ বন্ধন দৃঢ় কৰাত সহায় কৰি আহিছে। শঙ্কৰদেৱৰ পাচত মূল বৈষ্ণৱ ধৰ্ম্মৰ চাৰিটা সংহতি হলেও চাৰিটা সংহতিয়ে মূল ভাগৱতৰ বৈষ্ণৱ ধৰ্ম্মত এক। আকৌ প্ৰতিটো সংহতিৰ তলত অলেখ সত্ৰ থাকিলেও প্ৰতিখন সত্ৰই মূল সংহতিৰ প্ৰতি অবিচলিতভাৱে অনুগত থাকে। প্ৰতিখন সত্ৰৰ তলত অলেখ শিষ্য থাকিলেও প্ৰতিজন শিষ্যই তেওঁলোকৰ সত্ৰৰ অধিকাৰৰ প্ৰতি অবিচলিতভাৱে অনুগত। এইদৰে দেখা যায় যে অসমৰ বিভিন্ন অঞ্চলত অজস্ৰ বৈষ্ণৱ ধৰ্ম্মৰ লোক সত্ৰ আৰু সংহতিৰ যোগেদি মূল বৈষ্ণৱ ধৰ্ম্মৰ প্ৰতি আনুগত্য স্বীকাৰ কৰাত বা শ্ৰদ্ধা অৰ্পণ কৰাত অবিভক্ত হিচাবে ঠিয় দি আছে। সামাজিক আৰু ধৰ্ম্মীয় আচাৰ আৰু নীতি-নিয়মৰ ক্ষেত্ৰত সত্ৰবোৰৰ দ্বাৰাই বিধি-বিধান সৰ্ব্বসাধাৰণ শিষ্যৰ মাজত নামঘৰৰ যোগেদি যথানিয়মে প্ৰবৰ্ত্তিত হৈছিল (হৈ আছেও)। সামাজিক দোষ আৰু পাপৰ ক্ষেত্ৰতো বিচাৰ আৰু বিধান নামঘৰ বা সত্ৰৰ দ্বাৰাই হৈছিল। দোষ বা পাপ

ডাঙৰ হলে সত্ৰলৈ গৈছিল। প্ৰতিটো সংহতিৰ প্ৰতিখন সত্ৰৰ নিৰ্দ্দেশনাত গাঁও অঞ্চলত থকা শিষ্যবোৰৰ মাজত, নামঘৰৰ যোগেদি ভক্তি ধৰ্ম্মৰ মূল কথা প্ৰচাৰ হোৱাৰ উপৰিও আনুসঙ্গিকভাৱে নৃত্য-গীত, ভাওনা আদি সাংস্কৃতিক অনুষ্ঠান, কাব্য আৰু শাস্ত্ৰ চৰ্চ্চা, কাব্য, পুৰাণ, নাটক, গীত আদিৰ ৰচনা আৰু অনুবাদ আৰু নৃত্য, গীত, অভিনয় আৰু বাদ্যাদিৰ শিক্ষাও ব্যাপকভাৱে হৈছিল। বিভিন্ন ৰাজবংশৰ ৰজাসকলৰ আমোলত যদি সাংস্কৃতিক চৰ্চ্চা প্ৰধানভাৱে ৰাজধানীবোৰতে আৰু সম্ভ্ৰান্ত লোকসকলৰ মাজতে আৱদ্ধ আৰু কেন্দ্ৰীভূত হৈছিল তেনেহলে সেই সাংস্কৃতিক চৰ্চ্চাক নৱ-বৈষ্ণৱ আন্দোলনে মধ্যযুগতে বিকেন্দ্ৰীভূত কৰি সৰ্ব্বসাধাৰণৰ মাজলৈ উলিয়াই দিলে আৰু সৰ্ব্বসাধাৰণকো ই শিক্ষিত আৰু সংস্কৃত ( cultured and refined ) কৰি তুলিলে। নৱ-বৈষ্ণৱ আন্দোলনৰ প্ৰভাৱত বিয়পি পৰা সেই চৰ্চ্চাৰ ধাৰা আজিও পৰম্পৰাগতভাৱে নামঘৰবোৰে প্ৰবাহিত কৰি ৰাখিছে। প্ৰধান প্ৰধান সত্ৰবোৰ সেই কালত শিক্ষাৰ কেন্দ্ৰও হৈ উঠিছিল। ঘৰুৱা জীৱন আৰু বৈষ্ণৱ ধৰ্ম্মক কেন্দ্ৰ কৰি সত্ৰ আৰু নামঘৰবোৰত যথেষ্ট শিল্প চৰ্চ্চাও সেই যুগত হৈছিল। নৱ-বৈষ্ণৱ আন্দোলনৰ ফলত অসমত অজস্ৰ কাব্য, পুৰাণ, নাটক, গীত আদি সংস্কৃতৰ পৰা অনুবাদ হ'ল, আৰু অজস্ৰ মৌলিক কাব্য, নাটক, গীত আৰু চৰিত্ৰ পুথি ৰচনা হ'ল।

বৈষ্ণৱ প্ৰভাৱত ৰচিত চৰিত পুথিৰ পৰা জনা যায় যে মধ্যযুগত কোচবেহাৰ, হাজো, ব্যাসকুছি, ৰতনপুৰ আদি শিক্ষাৰ কেন্দ্ৰ আছিল। বাৰানসী, মিথিলা, নৱদ্বীপ আদি ভাৰতবৰ্ষৰ প্ৰখ্যাত শিক্ষা কেন্দ্ৰলৈ অসমৰ শিক্ষাৰ্থী শিক্ষা অৰ্জ্জন কৰিবলৈ গৈছিল আৰু সেইবোৰ ঠাইৰ পৰা প্ৰখ্যাত পণ্ডিত অসমলৈ আহিছিল। বৈষ্ণৱ আন্দোলনৰ সমসাময়িক ভাৱেও অসমৰ বিভিন্ন পুথিৰ পৰা জনা যায়। উদাহৰণ স্বৰূপে বটদ্ৰৱাত (বৰদোৱাত) মহেন্দ্ৰ কন্দলিৰ তলত, বাণ্ডুকাত ৰাজেন্দ্ৰ অধ্যাপকৰ তলত আৰু শ্ৰীহাটীত যাদবেন্দ্ৰ ভট্টাচাৰ্য্যৰ তলত টোল আছিল।

**ধৰ্ম্মীয় আৰু শাসনতন্ত্ৰীয় দূতৰপীয়া প্ৰভাৱ :** অসমীয়া সমাজ আৰু সংস্কৃতিলৈ লক্ষ্য কৰিলে এই কথা অনুমান হয় যে এই দুয়োটাৰে ওপৰত প্ৰাচীন যুগৰেপৰা ধৰ্ম্ম আৰু শাসনতন্ত্ৰই



প্ৰভাৱ বিস্তাৰ কৰি আহিছে। মধ্যযুগত এই দুয়োটাৰ ওপৰত ধৰ্ম্ম আৰু শাসনতন্ত্ৰৰ প্ৰভাৱ অধিক গভীৰ আৰু অধিক ব্যাপকভাৱে পৰিছিল আৰু সেইকাৰণেই এই যুগত অসমীয়া সমাজ আৰু সংস্কৃতি বেছি উজ্বল হৈ ওলাই পৰিল। প্ৰাচীন যুগক অসমীয়া সমাজ আৰু সংস্কৃতিত শৈৱ, শাক্ত আৰু তান্ত্ৰিক ধৰ্ম্মই আৰু তিব্বত-বৰ্ম্মী বিভিন্ন ফৈদৰ, বৰ্ম্মণ বংশৰ আৰু পালবংশৰ ৰজাসকলৰ শাসনতন্ত্ৰই প্ৰভাৱ বিস্তাৰ কৰিছিল। মধ্যযুগত শৈৱ, শাক্ত আৰু বৈষ্ণৱ আদি ধৰ্ম্মপন্থা থাকিলেও বৈষ্ণৱ ধৰ্ম্মৰ প্ৰাধান্যই বেছি আৰু কছাৰী, চুতীয়া, কমতা, কোচ, আহোম আৰু মুছলমান আদি বিভিন্ন ৰাজবংশৰ শাসন থাকিলেও আহোম শাসনতন্ত্ৰৰ প্ৰাধান্যই বেছি। কোচসকলৰ শাসন পূৰ্ব্বে গুৱাহাটী আৰু দৰংজিলাৰ কিছু অংশ বিয়পি আছিল। মোগলৰ মনসবদাৰী শাসন ব্যৱস্থাৰ প্ৰভাৱ কোচৰ শাসন ব্যৱস্থাত বেছিকৈ পৰিছিল আৰু আহোমসকলৰো খেল প্ৰথা বা সৈন্য বিভাগত পৰিছিল। তথাপি আহোমসকলৰ শাসন-ব্যৱস্থাই সামাজিক ব্যৱস্থাত প্ৰভাৱ বিস্তাৰ কৰিছিল আৰু শদিয়াৰ পৰা গুৱাহাটীলৈকে এই অঞ্চলৰ সমাজ ব্যৱস্থাত আহোম শাসনে প্ৰভাৱ বিস্তাৰ কৰিছিল। কিন্তু বৈষ্ণৱ ধৰ্ম্মই কোচ আৰু আহোম এই দুয়ো ৰাজ্যৰ সমাজ ব্যৱস্থাত প্ৰভাৱ বিস্তাৰ কৰিছিল। শাসনতন্ত্ৰীয় বা ৰাজনৈতিক সংহতি আৰু ধৰ্ম্মীয় বা সাংস্কৃতিক সংহতিয়ে মধ্যযুগত অসমীয়া সমাজ থন কটকটীয়া কৰিছিল। এই প্ৰসঙ্গত মন কৰিবলগীয়া যে শাসন ব্যৱস্থা বা শাসন তন্ত্ৰয়ো মধ্যযুগত ধৰ্ম্মীয় বা সাংস্কৃতিক ব্যৱস্থাক স্বীকৃতি দিছিল।

মধ্যযুগত ৰজাৰ কৰ আৰু গুৰুৰ কৰ এই দুয়োটা কৰেই মানুহে দিব লাগিছিল আৰু ৰজাঘৰ আৰু গুৰুঘৰ এই দুয়োঘৰৰ শাসনৰ প্ৰতি অনুগত থাকিব লাগিছিল। শাসনতন্ত্ৰ বা ৰাজনৈতিক সংহতিৰ ফালৰ পৰা উজনি অসমৰ (গুৱাহাটীত পূৰ্ব) ফালে একোজন মানুহে প্ৰথমে পাইক, তাৰ পাচত 4 জনীয়া গোটত এজন পাইক হিচাবে তাৰ পাচত ক্ৰমে ১২ জনীয়া দলৰ ভিতৰত এজন বৰাৰ তলত, শ জনৰ ভিতৰত এজন শইকীয়াৰ তলত, হেজাৰজনৰ ভিতৰত এজন হাজৰীকাৰ তলত, হেজাৰৰ পৰা তিনি হেজাৰৰ ভিতৰত এজন ৰাজখোৱাৰ তলত, তিনি হেজাৰৰ পৰা ছহেজাৰৰ ভিতৰত এজন ফুকন আৰু তাৰ পাচত

বৰবৰুৱাৰ তলেদি ৰজাৰ প্ৰতি অনুগত থাকিব লাগিছিল। আহোম শাসনৰ আমোলত তিনিজন ডাঙৰীয়াৰ ভৰণ-পোষণৰ কাৰণে কিছুমান বিলাইত দিয়া হৈছিল আৰু ৰাজপৰিয়ালৰ কোনো কোনো লোকৰ কাৰণে মেল দিয়া হৈছিল। এই মেল আৰু বিলাইতত লোকেও বিভিন্ন সৰুবৰ বিষয়াৰ যোগেদি সৰ্ব্বশেষত মেল বা বিলাইত ভোগকৰা বিষয়া জনাৰ তলেদি ৰজাৰ প্ৰতি অনুগত থাকিব লাগিছিল। ইয়াৰ বাহিৰে প্ৰশাসনীয় গোট কিছুমানে অসমীয়া সমাজৰ বন্ধনটো দৃঢ় কৰিছিল। খেল, মেল, বিলাইত, দাঁতিৰলীয়া অঞ্চল আৰু সৰ্বশেষত উজনি অসম আৰু নামনি অসম। গাঁৱৰ তত্বাবধায়ক গাঁও .. .... .... .. 'ফৈদ' সাম্প্ৰদায়িক। কেতিয়াবা ফৈদে একোখন গাঁৱৰ সীমা অতিক্ৰম কৰি আন গাঁৱৰ মানুহকো সামৰি লব পাৰে। ইয়াত প্ৰশাসনীয় বিশেষত্ব নাই। খেল ব্যৱসায় ভিত্তিত হয়। খেল সৰু হলে এজন ৰাজখোৱাৰ তলত থাকে আৰু ডাঙৰ হলে এজন ফুকনৰ তলত থাকে। উজনি অসমৰ খেলি, বিলাইত আৰু দাঁতিৰলীয়া অঞ্চল কিছুমানৰ বাহিৰে বাকী সকলো বৰবৰুৱাৰ তলেদি ৰজাৰ ওচৰত অনুগত থাকিব লাগিছিল। নামনি অঞ্চলৰ লোক সকলে বৰফুকনৰ তলেদি ৰজাৰ ওচৰত অনুগত থাকিব লাগিছিল। নামনি অঞ্চলক প্ৰথমতে কেইবাটাও আঞ্চলিক ভিত্তিত ভাগ কৰি বৰফুকনৰ তলেদি কিছুমান ফুকন আৰু ৰাজখোৱাক এই অঞ্চলবোৰৰ শাসনকৰ্ত্তা পাতি দিছিল। কিন্তু গদাধৰ সিংহৰ দিনত এই আঞ্চলিক শাসনকৰ্ত্তাবোৰ গুচাই অঞ্চলবোৰ বৰফুকনৰ প্ৰত্যক্ষ শাসনৰ তললৈ আনিলে। নামনি অসমৰ ৰাজহ আৰু মাটিৰ বন্দৱস্ত আগৰ দৰেই ৰাখিলে। এই ব্যৱস্থা মতে ৰাজহ তোলা আৰু মাটিৰ বন্দৱস্তি দিয়াৰ তলৰ পৰা ওপৰলৈ বিষয়াসকল হ'ল যথাক্ৰমে ঠাকুৰীয়া, পাটোৱাৰী, তালুকদাৰ, চৌধুৰী আৰু বুজৰবৰুৱা। আন হাতেদি নৱ-বৈষ্ণৱ আন্দোলনৰ প্ৰভাৱত সংগঠিত হোৱা সামাজিক বান্ধোনটো কিছু সুকীয়া। প্ৰথমেই বৈষ্ণৱ ধৰ্ম্মৰ এজন শিষ্য হিচাবে নামঘৰৰ কৰ্তৃপক্ষৰ ওচৰত, তাৰ পাচত অঞ্চলৰ ৰাজমেধিৰ ওচৰত, তাৰ পাচত সত্ৰৰ ওচৰত অনুগত থাকিব লাগিব। সত্ৰবোৰে মূল সংহতি বা মূল বৈষ্ণৱ ধৰ্ম্মৰ প্ৰতি অনুগত থাকিব লাগে। সামাজিক দোষ আৰু পাপৰ বিচাৰ



সৰু হলে নামঘৰে আৰু ডাঙৰ হলে সত্ৰই কৰে। সাধাৰণতে দোষহলে দণ্ডৰ আৰু পাপ হলে প্ৰায়শ্চিত্তৰ ব্যৱস্থা দিয়া হয়। ৰাজনৈতিক দোষৰ ব্যৱস্থা বিচাৰ ৰজাঘৰীয়া বিষয়াই কৰিছিল।

শাসনতন্ত্ৰীয় আৰু ধৰ্ম্মীয় দুয়ো ব্যৱস্থাৰ ফালৰ পৰাই সমাজত ৰজাৰ স্থান ওপৰত, ধৰ্ম্মীয় সকলো ব্যৱস্থা শাসনতন্ত্ৰ তথা ৰজাঘৰৰ পৰা অনুমোদিত আৰু স্বীকৃত হব লাগিছিল। এনেদৰে অনুমোদিত আৰু স্বীকৃত ব্যৱস্থাহে সমাজত প্ৰবৰ্ত্তন হৈছিল। ধৰ্ম্মীয় আৰু শাসন দুয়োফালৰ পৰাই মধ্যযুগৰ সমাজ ব্যৱস্থা একপ্ৰকাৰ আমোলাতান্ত্ৰিক বুলি কব লাগিব। শাসন ব্যৱস্থাৰ ফালৰ পৰা সমাজত সৰ্ব্বোচ্চ মৰ্য্যাদাধিকাৰী হ'ল ৰজা, ৰজাৰ পাচতে প্ৰধান মন্ত্ৰী বুঢ়াগোহাই আৰু আন দুজনা গোহাঁই ডাঙৰীয়া, তাৰ পাচত বৰবৰুৱা আৰু বৰফুকন, তাৰ পাচত দাঁতিৰলীয়া গোহাঁইসকল, তাৰ পাচত ফুকন, ৰাজখোৱা, বৰুৱা, হাজৰিকা, শইকীয়া, বৰা আদি বিষয়াসকল,। নামনি অসমত সেইদৰে বৰফুনৰ পাচতে বুজৰবৰুৱা, চৌধুৰী, তালুকদাৰ, ঠাকুৰীয়া আদি লোকসকল। প্ৰত্যেক জন বিষয়াৰে পদ মৰ্যাদা অতিক্ৰম ৰজাঘৰৰ পৰা নিৰ্দ্ধৰিত কৰি দিয়া হৈছিল। ৰাজাঘৰৰ পৰা দিয়া পদমৰ্যাদা সামাজিক ভাৱে ব্যৱহাৰ নকৰাটোও দোষ আৰু স্বীকৃত পদমৰ্যাদা অতিক্ৰম কৰাটোও দোষ। অৰ্থাৎ সমাজত বৰাই শইকীয়াক বা ৰাজখোৱাই ফুকনক চেৰপেলাই পোচাক পৰিধান, অলংকাৰ পৰিধান বা যানবাহনত ফুৰা চকা ৰুৰিব নোৱাৰে—কৰিলে ৰজাঘৰৰ পৰা দণ্ড বিধান কৰা হয়। সেইদৰে আউনীআটী, দক্ষিণপাট, গড়মূৰ, কুৰুৱাহী আদি চাৰিসত্ৰক প্ৰাধান্যদি বিভিন্ন সত্ৰৰ পদ-মৰ্যাদা ৰজাঘৰৰ পৰা নিৰ্দ্ধাৰিত কৰি দিয়া হৈছিল। সত্ৰ বোৰে নামঘৰৰ বিষয়বৰীয়াবোৰে ঠিক কৰি দিছিল। আনকি নামঘৰতো মেধি, সাতোলা, পাচনি আদি ডাঙৰ সৰু বিষয়বৰীয়া আছিল। নামঘৰত এওঁলোকে আৰু ব্ৰাহ্মণ পুৰোহিত, সত্ৰাধিকাৰ আদিয়ে নিজৰ মৰ্য্যাদা অনুযায়ীহে আসন লাভ কৰিছিল। আকৌ বৰ্ণাশ্ৰম ধৰ্ম্ম অনুযায়ী সামাজিক বিভাগবোৰো (Social Divisions) বিষয়াসকলৰ দৰেই সমাজত মৰ্য্যাদাৰ তাৰতম্য আছিল। মান-মৰ্য্যাদা অনুসৰি সেই যুগৰ যথাক্ৰমে সামাজিক বিভাগবোৰ হ'ল ব্ৰাহ্মণ, দৈবজ্ঞ,

কায়স্থ, বৰকলিতা, কলিতা, সৰুকলিতা, ( কেওঁট, কুমাৰ, ইত্যাদি ) কোচ, চুতীয়া, আহোম ইত্যাদি। সত্ৰৰ অধিকাৰ বা গোসাঁই মহন্ত সকলৰ ভিতৰত ব্ৰাহ্মণ আৰু কায়স্থ উভয় সম্প্ৰদায়ৰ লোক আছিল। আহোমৰ আমোলত সাধাৰণ লোকসকলক পাইক আৰু চমুৱা এই দুটা ভাগত ভাগ কৰা হৈছিল। পাইকে ৰজাঘৰত শাৰীৰিক পৰিশ্ৰম কৰিব লাগিছিল, চমুৱাই শাৰীৰিক পৰিশ্ৰম কৰিব নালাগিছিল। চমুৱাৰ ঘৰৰ পৰাহে বিষয়া নিয়োগ কৰা হৈছিল। ৰজাঘৰত দেশৰ পাইকৰ আৰু চমুৱাৰ বিতং হিচাপ ৰখা হৈছিল। মুঠতে ধৰ্ম্মীয় আৰু শাসনতন্ত্ৰীয় এই দুতৰপীয়া প্ৰভাৱে মধ্যযুগত অসমীয়া সমাজখনৰ বন্ধন দৃঢ় কৰাৰ উপৰিও সকলো দিশতে উন্নত কৰি তুলিছিল। নৱ-বৈষ্ণৱ আন্দোলনে অসমীয়া সমাজৰ সামাজিক আৰু ৰাজনৈতিক মানদণ্ড উন্নত কৰিলে ; দেশৰ লিখিব পঢ়িব নজনা লোক সকলকো সদাচাৰী, শিষ্টাচাৰী, ধাৰ্ম্মিক, ভক্তি-পৰায়ণ, কাব্য-পুৰাণ আদিৰ কথা জনা আৰু নৃত্য-গীত, বাদ্য, অভিনয় আদিত সুশিক্ষিত কৰি তুলিছিল। ডক্তৰ ভূঞাদেৱে ইয়াকে অনাক্ষৰী শিক্ষা ( Illiterate literacy) বুলি অভিহিত কৰিছে। আনহাতেদি আহোম শাসনে আমাৰ দেশৰ একোজন সাধাৰণ পাইকৰ পৰা সম্ভ্ৰান্ত ডাঙৰীয়ালৈকে প্ৰতিজন দেশবাসীক কৰ্ত্তব্যপৰায়ণ, স্বাভিমানী, আত্ম নিৰ্ভৰশীল, পৰিশ্ৰমী, দেশপ্ৰেমিক আৰু স্বাধীনতা প্ৰেমী কৰি তুলিছিল।

নিৰ্ব্বাচিত গ্ৰন্থপঞ্জী :-

১। অসম বুৰঞ্জী (সুঃ মঃ) আদি বুৰঞ্জী ৰাজি : সম্পাদক—ডঃ সূৰ্য্যকুমাৰ ভূঞা।
২। আসাম বুৰঞ্জী—গুণাভিৰাম বৰুৱা।
৩। আসাম বুৰঞ্জী—হলিৰাম ঢেকিয়াল ফুকন।
৪। যোগিনী তন্ত্ৰ—শ্ৰীকালি মোহন ভট্টাচাৰ্য্য।
৫। কামৰূপ শাসনাৱলী-মহামহোপাধ্যায় পদ্মনাথ ভট্টাচাৰ্য্য সম্পাদিত।
৬। নীতি লতাঙ্কুৰ-শ্ৰীশৰৎচন্দ্ৰ গোস্বামীৰ সম্পাদিত।
৭। অসমীয়া ভাষা আৰু সংস্কৃতি—ডঃ বিৰিঞ্চি কুমাৰ বৰুৱা।



৮। ফুলচন্দন-শ্ৰীবেণুধৰ শৰ্ম্মা।
৯। শ্ৰীশঙ্কৰ বাক্যামৃত-সম্পাদক : হৰিনাৰায়ণ দত্তবৰুৱা।
১০। কথা গুৰুচৰিত-সম্পাদক : শ্ৰীউপেন্দ্ৰচন্দ্ৰ লেখাৰু।
১১। অসমীয়া সাহিত্যৰ ইতিবৃত্ত-ডঃ সত্যেন্দ্ৰনাথ শৰ্ম্মা।
১২। দৰং ৰাজবংশাৱলী-সম্পাদক হেমচন্দ্ৰ গোস্বামী।
১৩। বুৰঞ্জীৰ বাণী-ডঃ সূৰ্য্যকুমাৰ ভূঞা।
১৪। Assamese, Its Formation and Development--Dr. B. K. Kakati.
১৫। A Descriptive Account of Assam--W. Robinson.
১৬। A History of Assam--E. A. Gait.
১৭। Kirata Janakrii--by Dr. S. K. Chatterji.
১৮। Social History of Kamrupa--Vol. I & II. by N. N. Vasu.
১৯। History of the Civilisation of the people of Assam --Dr. P. C. Choudhury.
২০। Background of Assamese Culture--R. M. Nath.
২১। Early History of Kamrupa—K. L. Borua.
২২। Lachit Borphukan and His Times—Dr. S. K. Bhuyan.

ইয়াৰ বাহিৰেও লেখকৰ অপ্ৰকাশিত " Medieval Assamese Society" নামৰ গৱেষণামূলক গ্ৰন্থৰ সহায় লোৱা হৈছে।

# টাই সংস্কৃতি

—লীলা গগৈ

টাই সংস্কৃতি অতি পুৰণি সংস্কৃতি। চীন দেশত চীনা সংস্কৃতি নামেৰে এক সংমিশ্ৰিত সংস্কৃতিয়ে গঢ় লোৱাৰ আগতেই অন্ততঃ খৃষ্টপূৰ্ব্ব ২৫০০ বছৰৰ আগতে টাই সংস্কৃতিয়ে জন্ম লাভ কৰে। চীনা সংস্কৃতি ঘাইকৈ দক্ষিণৰ লিয়াও, য়াও, য়েহু আৰু টাই সংস্কৃতিৰ সমন্বয়ৰ ফল। চীনা বুৰঞ্জী বিশেষজ্ঞ উলৰ্ফাম এবাৰ্হাৰ্ডে কৈছে, টাই সংস্কৃতি এক বিশাল আৰু চহকী সংস্কৃতি। কৃষি এই সংস্কৃতিৰ এক প্ৰধান সমল। তেও বিলাকে চীনৰ বিশাল সমভূমিৰ ইয়াংচিকিয়াং-হোৱাংহো উপত্যকাৰ সাৰুৱা মাটিত বাস কৰিছিল। পোনতে টাই সংস্কৃতি আৰু য়াও (পঙ্গ) সংস্কৃতিৰ সংমিশ্ৰণ ঘটে আৰু ইয়াৰে পৰিণতি স্বৰূপে লুং-শান্ সংস্কৃতিৰ সৃষ্টি হয়। খৃঃ পূঃ সোতৰশ বছৰত বুলি সময় নিৰ্ণয় কৰা এই লুং-শান্ সংস্কৃতিহে চীনা সংস্কৃতিৰ পূৰ্ব্বগামী বুলিব পাৰি। চীনত ছাং বংশৰ সাম্ৰাজ্য প্ৰতিষ্ঠা হোৱাৰ লগে লগে মূল কৃষিমুখী গ্ৰাম্য টাই সংস্কৃতিৰ লগত নাগৰিক সভ্যতাৰ সংযোগ ঘটে। চাৰিওমেৰে মাটিৰে গড় মাৰি নগৰ পতা হয়। নগৰৰ সোঁমাজত ৰজাৰ ঘৰ আছিল আৰু ৰজাৰ পৰিচাৰক, ৰাজবিষয়া সকল নগৰৰ ভিতৰত বাস কৰিছিল। তেওঁবিলাকে মুদ্ৰাৰ ব্যৱহাৰ জানিছিল। আনকি কাপোৰৰ বহল প্ৰচলন হোৱাৰ উপৰিও এই সংস্কৃতিত ৰেচম-শিল্পৰ ব্যাপকতা লক্ষ্য কৰিবলগীয়া।[১]

ডঃ পদ্মেশ্বৰ গগৈয়ে তেওঁৰ 'ডি টাই এণ্ড টাই কিংডমচ্' নামৰ গ্ৰন্থত উল্লেখ কৰিছে, বোলে, 'টাই' এটা উত্তৰাধিকাৰসম্পন্ন ৰাজকীয়

১ W. Eberhard, History of China, p 9



বিষয়াৰ উপাধি, আৰু ইয়াৰ ব্যৱহাৰ আৰম্ভ হয় খৃষ্টপূৰ্ব্ব ২৫০০ বছৰৰ আগতে। এই শব্দটো হো-নান আৰু ছান-ছিত পোনতে ব্যৱহাৰ হয় খৃঃ পূঃ ২৫০০ চন মানত। চীন দেশৰ বুৰঞ্জী অধ্যয়ন কৰিলে দেখা যায়, চীনৰ টাই বংশীয় সম্ৰাট সকলেই এই উপাধিৰ ব্যৱহাৰ কৰে।[২] শেষলৈ টাই শব্দই শাসক বা ৰাজনীতিত পাৰ্গত এশ্ৰেণী মানুহক বুজাবলৈ ধৰে আৰু একেবাৰে শেষত এই জাতিগত শব্দটোৱে শাসক অথচ স্বাধীন অৰ্থৰ প্ৰতিনিধিত্ব কৰে। এতিয়া এই জাতিৰপৰা বাহিৰ যোৱা ঠালবোৰৰ বহুতো থলুৱা নাম হৈছে, যেনে, টাই, থাই, লু, খুন, য়ুন্, লাও, ছাও, থ', মৌং, পং, শান্ ইত্যাদি।[৩] এতিয়া পূবে টাইৱানৰ পৰা পশ্চিমে অসমৰ গোৱালপাৰা-গাৰোপাহাৰ জিলালৈকে আৰু উত্তৰে চীনৰ ভিতৰুৱা প্ৰদেশ ইউনানৰ পৰা দক্ষিণে প্ৰশান্ত মহাসাগৰৰ উপ-কূললৈকে টাই বংশৰ মানুহ বিয়পি আছে।[৪] জৰ্জ্জ স্কটৰ মতে চীনৰ ইউনান, কোৱাং চি, কোৱাং টুং আৰু কুৱেইচৌ প্ৰদেশৰ অধিকাংশ প্ৰজাই টাই বংশীয়।[৫] ইউনানৰ টাইসকলক চীনাসকলে 'পাই-ই' বোলে।[৬] 'পাই-ই' মানে পৰ্ব্বতীয়া খেতিয়ক। খৃঃ পূঃৰ শেষৰ শতিকা কেইটাত চীনা বংশীয় ৰজা বা সম্ৰাটসকল টাইবিৰোধী হৈ উঠে আৰু তাৰ পৰিণতি স্বৰূপে টাইসকল চীনৰ মূল সমভূমিৰ পৰা দক্ষিণৰ পাৰ্ব্বত্য অঞ্চলত সোমাবলৈ বাধ্য হয়। সেইবাবেই এওঁবিলাকক পাই-ই বোলে। অৱশ্যে ব্ৰহ্মদেশৰ শান্‌সকলৰ এটা ঠালৰ নামো পাই-ই। চীনৰ টাইসকলে নিজকে টাই-ন' বা টাই-নই নামে অভিহিত কৰে। সেইদৰে ব্ৰহ্মদেশৰ টাইসকল আকৌ টাই-লং নামে জনাজাত। ইয়াৰ উপৰিও চীনদেশীয় টাইসকল টাই-

২ P. Gogoi, The Tai and Tai Kingdoms, p 5

৩ G. Scott, Burma, A Handbook of Practical Information, p 112

৪ G. A. Grierson, Linguistic Survey of India, Vol. II, p 59

৫ G. Scott, Burma, A Handbook of Practical Information p 110

৬ P. Gogoi, The Tai and Tai Kingdoms, p 13

মাও, মাও-শান্, টাই-খে আদি নামেৰেও জনাজাত। ব্ৰহ্মদেশৰ টাইসকলৰ আকৌ কুৰিটাতকৈয়ো অধিক থলুৱা নাম আছে, যেনে, টাই, পাই-ই, মই, ম'ঙ্গ, থ' বা ড', ল', টাই-লঙ্গ, টাই-নই, টাই-মাও, টাই-ন' টাই-মান, টাই-খে, পু-টাই, পু-ন'ঙ্গ, পু-মান, পু-জু, পু-ছেই, পু-এন্, পু-ইয়েই, পু-ছুই, পু-অ', পা, ছুই, হান বা হুৱা, পাই-ই, পাই-জেন, ট'-জেন, পু-মান, পাই, হেই বা হুৱা-টু-লাও, ন' ঙ্গ বা লুংজেন, ছা-জেন, হেই বা পাই-ছা-জেন, মিন-চিয়া, চুঙ্গ-চিয়া ইত্যাদি। ব্ৰহ্মদেশৰ ৰৰখামতি দেশত থকা খামতি সকলো নিজৰ নিজৰ ৰাজ্যৰ নাম অনুসৰি সাতোটা নামেৰে জনাজাত, যেনে—মুং-য়েক, লং-নু, লং-টু, লুং-কিং, মান-নৌ, মান-চি আৰু মান-চে-খুন্। তদুপৰি চিন্দুইন উপত্যকাত বাস কৰা চিং-কাই-লিং বা চিং-কাই নামৰ আৰু এটা শাখা আছে। দক্ষিণ-পূব এচিয়াৰ লাও ৰাজ্যৰ একাংশ প্ৰজাও টাই। অৱশ্যে লাও নামৰ প্ৰকৃত টাইসকল দক্ষিণ-চীন, থাইলেণ্ড আৰু ভিয়েটনামত বিয়পি আছে। তেওঁবিলাকৰো কেইটামান নাম দিয়া হৈছে—নেউৱা, লু-এ, ৰঙা লাও (লাও-পুং-ডেং), বগা লাও (লাও-পুং-কাও), ক'লা লাও লাও-পুং-ডাম), ফু-টাই ইত্যাদি। ভিয়েটনামত ৰাৰখন টাই ৰাজ্য আছে— "চিপ্-চং চাও টাই' ৰাজ্য নামে জনাজাত। থাইলেণ্ডৰ টাইসকল সাধাৰণতে টাই বা থাই নামেৰেই বিখ্যাত। অসমত বাস কৰা টাই-সকলৰ ভিতৰত আহোমসকলেই সবাতোকৈ আগতে আহিছিল আৰু স্থায়ী ৰাজ্য পাতিছিল যদিও ইয়াৰ আগতেও ব্ৰহ্মপুত্ৰ উপত্যকাত টাই আধিপত্য বিস্তাৰ কৰিবলৈ চেষ্টা কৰিছিল। মণিপুৰত পোৱা পুৰণি শান বুৰঞ্জীমতে অষ্টম শতিকাত মাও-পং বা পং ৰাজ্যৰ ত্ৰয়োদশ ৰজা চুখান্‌ফাই ভায়েক চাম্‌লুংফাক দেশ জয় কৰিবলৈ পঠিয়ায়।[৭] চাম্‌লুং ফাই মণিপুৰ, কছাৰী ৰাজ্য, ত্ৰিপুৰা আৰু ব্ৰহ্মপুত্ৰ উপত্যকা জয় কৰে কিন্তু দুই ককাই-ভায়েকৰ ভিতৰত মনোমালিন্য হোৱাত স্থায়ী আধিপত্য স্থাপন সম্ভৱ নহ'ল। এয়া অষ্টম শতিকাৰ কথা। ইয়াৰ আগতেও

৭ R. B. Pemberton, Report on the Eastern Frontier of British India, P 113-114



খুনলুঙ্গৰ পুতেক খুন্-লাই ৬০৮ খৃষ্টাব্দত ৰজা হৈ লুইতৰ পাৰত মুং-ক্লা (হিন্দু দেশ) জয় কৰিছিল।[৮] ইয়াৰ উপৰিও চুকাফাই দেশ জয় কৰাৰ আগতে পূৰ্ব্বপুৰুষে জয় কৰা ৰাজ্য বুলি চুটীয়া, বৰাহী, কছাৰী আৰু মৰাণে শাসন কৰা ৰাজ্যৰ পৰা খুঁত তুলিবলৈ বুলি এজন ৰাজ-কোঁৱৰ আহি বৰাহী ৰজাৰ সন্ধিকৈ (মন্ত্ৰী) হৈ ইয়াতে ৰৈ যোৱাৰ কথাও বুৰঞ্জীত পোৱা যায়।[৯] চুকাফাৰ পূৰ্ব্বতে কিমান মানুহ আহিছিল, ক'ত কেনেকৈ মিহলি হৈ গল, জনাৰ উপায় নাই। বৰাহী ৰজাৰ সন্ধিকৈ হৈ থকা ৰাজকোঁৱৰৰ জনক পিছত আহোম ৰজাই সন্দিকৈ পাতি লৈছিল। সি যি কি নহওক, ১২২৮ চনত আহোমসকল পাটকাই পাৰ হৈ আহি স্থায়ীভাৱে বসতি কৰিবলৈ লয়। বুৰঞ্জীমতে ৯০০০ জন মানুহ আহিছিল।[১০] বোধকৰো ল'ৰা-তিৰোতা বাদ দিলে ১০৮০ জন সৈন্যহে দলটোত আহিছিল। আহোম দলটোৱেও নিজকে টাই-খাম্ বা খাম্-টাই বুলি চিনাকি দিছিল। পিছত ওঠৰ-উনৈশ শতিকাত ব্ৰহ্মৰজা আলমফ্ৰা (১৭৫২--১৭৬০), নাংদ্যোগী (১৭৬০-১৭৬৩), শ্বিং জ্যোচিন (১৭৬৩-১৭৭৬), চিঙ্গু (১৭৭৬-১৭৮২), বদোপায়া (১৭৮২-১৮১৯) আদিৰ টাই-শান্ বিৰোধী নীতিৰ পৰিণতি স্বৰূপে উত্তৰ ব্ৰহ্মৰ শান্ ৰাজ্য-সমূহৰপৰা কেইবাটাও ঠাল আহোম ৰাজ্যৰ আশ্ৰয়ত অসমলৈ উঠি আহে।[১১] তেওঁবিলাকৰ ভিতৰত টাই-খামতি, টাই খাম্‌য়াং, টাই-ফাকে, টাই-টুৰুং, টাই-আইতন আদি বিখ্যাত। অসমৰ গোৱালপাৰা আৰু গাৰোপাহাৰ জিলাত দুখনমান বৌদ্ধ শান্ গাওঁ আছে, তেওঁলোকৰ সাজ-পাৰত ব্ৰহ্মদেশীয় প্ৰভাৱ থকা হেতুকে মানুহে শান্ নুবুলি মান বোলে।[১২] টাইখাম্‌য়াং সকলক আকৌ অসমৰ থলুৱা মানুহে নৰা আৰু শ্যাম বোলে। তেওঁবিলাকক কিন্তু টাই ভাষাত থকা

৮ U. N. Gohain, A Short Notes on the Tai, p 22

৯ পদ্মেশ্বৰ নাওবৈছা ফুকনৰ হাতেলিখা বুৰঞ্জী, পৃ: ১৫৫

১০ E. Gait, History of Assam, p 77

১১ S. K. Bhuyan, ed. Tr. Tungkhungiya Buranji, p 203

১২ C. S. Mullan, Census of India Report, 1932

ঠাইৰ দ-বাম অনুসৰি 'মান্-নাম্-আৰু মান্-নই' বুলি কোৱা হয় ।[১৩] খামতিসকলৰ বৰ্ত্তমান বাসস্থান উত্তৰ-পূব সীমান্তৰ লোহিত আৰু টিৰাপ জিলা আৰু লক্ষীমপুৰ জিলাৰ নাৰায়ণপুৰ । একালত লক্ষীমপুৰ জিলাৰ ধেমাজিৰ চিচি আৰু ডিব্ৰু আৰু চেঁচা নৈৰ পাৰৰ চৌকিটিং আৰু জকাই অঞ্চল, লিডুৰ ওচৰৰ ম্যুং-লাং আৰু ছৈখোৱা অঞ্চলতো খামতি গাওঁ আছিল । টাই-ফাকে সকল মানৰ আক্ৰমণৰ পিছত নাম-চিক্ নৈৰ পাৰৰ পৰা উঠি আহি দিহিঙৰ পাৰত দুভাগ হৈ বাস কৰিবলৈ লয় । উজনিত বৰ্ত্তমান মাৰ্ঘেৰিটাৰ ওচৰত বৰ ফাকিয়াল আৰু নামনিত জয়পুৰৰ ওচৰত নাম ফাকিয়াল আৰু টিপাম ফাকিয়াল গাওঁ অৱস্থিত ।[১৪] নৰা, খাম্য়াং, আইতন আৰু টুৰুং সকলোৱেই পাটকাইৰ চৌকান্ গিৰিপথেদি আহে আৰু খামং (বৰ্ত্তমান বিজয়নগৰ) হৈ শদিয়াত ওলায়হি । খামতিসকলে শদিয়াক পাং-টেউ-লা (পাং-চাপৰি ; টেউ-লা, টেউ-ৰা—চুতীয়া) আৰু খাম্য়াং সকলে ম্যুং-টেউ-লা (ম্যুং-ৰাজ্য, দেশ ; টেউ-লা—চুতীয়া) বুলিছিল । নৰা-খাম্য়াং সকলক আহোম ৰজা কমলেশ্বৰ সিংহৰ দিনত (১৭৯৫-১৮১০) শিৱসাগৰ জিলাৰ তিতাবৰ-খৰিকটীয়া অঞ্চলত বসতি কৰিবলৈ দিয়ে । টুৰুং আৰু আইতনসকল ইংৰাজ আগমনৰ পিছতহে গোলাঘাট মহকুমাৰ অঞ্চল বিশেষত বাস কৰিবলৈ যায় । খাম্য়াংসকলৰ এটা বুজন অংশ পিছত শিৱসাগৰ মহকুমাৰ দিচাং নৈৰ পাৰৰ চলাপথাৰ, ধেমাজি-দিচাং পানী, ৰহণপথাৰ আদিলৈ উঠি আহে । মানৰ আক্ৰমণৰ সময়ত উত্তৰ ব্ৰহ্মৰ শান্ ৰাজ্যৰ পৰাও কিছুমান সৈন্য আনিছিল ; তেনে এদল মানুহ অসমতে ৰৈ যায় আৰু তেওঁবিলাক এতিয়াও গোৱালপাৰা-গাৰোপাহাৰ জিলাত বাস কৰি আছে ।[১৫] বোধকৰোঁ, অসমত টাই জাতিৰ তেজ থকা মানুহৰ সংখ্যা পোন্ধৰ লাখমান হব ।

১৩ P. Gogoi, Tai and Tai Kingdoms, p 1

১৪ সৰ্ব্বানন্দ ৰাজকুমাৰ, অসমৰ জনজাতি, পৃঃ ১১৪

১৫ U. N. Gohain, A Short Notes on the Tai, p 41



দক্ষিণ-পশ্চিম চীনত বাস কৰাৰ পিছত চীনা সাম্ৰাজ্যবাদীৰ হেঁচাত টাইসকলে দক্ষিণলৈ প্ৰবজন আৰম্ভ কৰে । খৃঃ পূঃ দুহেজাৰ বছৰলৈকে পং নামৰ টাই ৰাজবংশ এটাই চীনৰ মধ্যাঞ্চলৰ সাৰুৱা উপত্যকাত প্ৰৱল প্ৰতাপেৰে ৰাজত্ব কৰিছিল । কিন্তু খৃঃ পূঃ ১২৩১ চনত চীনা সম্ৰাট শ্বাং উ-টিয়ে প্ৰায় সাত-শ বছৰীয়া ৰাজ্যখন ধংস কৰে আৰু টাইসকল ক্ৰমে দক্ষিণলৈ নামিবলৈ ধৰে ।[১৬] ইয়াৰ পিছত কোৱাং-টুং, কোৱাং-চি, কোৱেই-চৌ, কিয়াং-চি আৰু ইউনান প্ৰদেশৰ অধিকাংশ ঠাইতে ছাও নামৰ টাই বংশৰ ৰাজ্যসমূহ বিয়পি পৰে ।[১৭] খৃষ্টপূৰ্ব্ব একাদশ শতিকাৰ পৰা খৃষ্টপূৰ্ব্ব দ্বিতীয় শতিকা পৰ্য্যন্ত দক্ষিণ চীনত ৰাজত্ব কৰিছিল । এই সময়ছোৱাত চীনা সাম্ৰাজ্যবাদী আৰু টাইসকলৰ মাজত প্ৰৱল সংঘৰ্ষ চলিছিল । চীনা সাম্ৰাজ্যবাদীসকলৰ যুগমীয়া সন্ত্ৰাসবাদী নীতিয়ে টাইসকলক চিৰশত্ৰু কৰি তুলিছিল ।[১৮] এই যুগটোৰ শেষৰফালে দুখনমান টাই ৰাজ্য উত্তৰ ব্ৰহ্মতো গঢ় লৈ উঠিছিল । খ্নি-প' তেনে এখন ৰাজ্য । অৱশেষত খৃষ্টপূৰ্ব্ব (২৪৯-২১০) চনত চীনা সম্ৰাট খ্নি-ৱাং-টিয়ে চীন দেশত টাইৰাজ্য, সংস্কৃতি আৰু সভ্যতা মষিমূৰ কৰি পেলায় । ইয়াৰ চীনা সাম্ৰাজ্যবাদীসকলে গ্ৰহণ কৰা শোষণ নীতি আৰু হিংসাত্মক আচৰণৰ পৰিপ্ৰেক্ষিতত টাইসকল অনেক ঠালত বিভক্ত হৈ ক্ৰমে দক্ষিণ-পশ্চিম, দক্ষিণ-পূব আৰু দক্ষিণলৈ ছেদেলি-ভেদেলি হৈ যায় । দক্ষিণ-পূবলৈ যোৱা ঠালটো সম্ভৱতঃ খৃষ্টজন্মৰ আগে-পাছেই লাওছ পায়গৈ তাৰ দুশ বছৰমানৰ পিছতহে ৰাজ্য গঠন কৰে । চীনৰ ভিতৰুৱা অঞ্চলত আজিৰপৰা প্ৰায় এশ বছৰৰ আগলৈকে কেইবা-খনো সৰু সৰু শ্যান বা টাই ৰাজ্য আছিল । এতিয়াও ইউনান প্ৰদেশত বাৰখন টাইৰাজ্য আছে, যেনে—ম্যুং-না, ম্যুং-ছা, ম্যুং-ৰান্, ম্যুং- মাও, ম্যুং-খন, ছি-ফাং, ম্যুং-খু, ম্যুং-টি, ম্যুং-শ্যান-ছে, ম্যুং-খুং ম্যুং-খেং ।[১৯]

১৬ P. Gogoi, Tai and Tai Kingdoms, p 27-28

১৭ W. Eberhard, History of China, p 25

১৮ G. Grierson, Linguistic Survey of India, Vol II, p 59

১৯ পুৰ্ণকান্ত বুঢ়াগোহাঁই, অহমৰ আদি বুৰঞ্জী পৃঃ ১৩-১৪

চীন দেশৰ টাইসকলকো বহুতো থলুৱা নামেৰে মতা হয়, যেনে,—প', পা বা পাই-ই, ছুই-হান্ বা হুৱা-পাই-ই, পাই-জেন্, টু-জেন্, পু-মান্, পাই, হাই, হুৱা-টু-লাও, নুং বা লুং-জেন্, ছা-জেন, মিন্-চিয়া, হিন্-ছিয়াং, ছুই-চিয়া, ছুং-চিয়া ইত্যাদি। এইবোৰ নাম অৱশ্যে ব্ৰহ্মদেশৰ শান্ বা টাইসকলৰ মাজতো প্ৰচলিত। চীন দেশত এতিয়া দহ নিযুত টাই মানুহ বাস কৰি আছে। ইউনান প্ৰদেশত কেইবাখনো টাই স্বায়ত্ত-শাসিত ৰাজ্য আছে, তাৰে ভিতৰত খ্রি-ছোৱাং-পান-না টাই স্বায়ত্তশাসিত চৌ, টে-হুং টাই-চিং-প' স্বায়ত্তশাসিত চৌ, মেং-লিয়েন টাই, লাকু, ক্কা-ৱা স্বায়ত্তশাসিত স্বিয়েন আৰু কেং-মা টাই আৰু কা-ৱা স্বায়ত্তশাসিত স্বিয়েন্ বিখ্যাত।[২০]

ব্ৰহ্মদেশত টাই জনসংখ্যা মানবিলাকৰ পিছতে। জৰ্জ্জ স্কটৰ মতে ব্ৰহ্মদেশত থকা টাই ৰাজ্যবিলাকৰ ভিতৰত মং-নই খৃঃ পূঃ ৫১৯ চনত, খেন্-উই (থেইনি) খৃঃ পূঃ ৪৪১ চনত, খ্রি-পউ বা থি-বউ খৃঃ পূঃ ৪২৩ চনত স্থাপিত হৈছিল।[২১] অৰ্থাৎ খৃষ্টজন্মৰ প্ৰায় পাঁচশ বছৰৰ আগতেই টাইসকল ব্ৰহ্মদেশৰ উপত্যকা অঞ্চলত বিয়পি পৰে। আহোম বুৰঞ্জীমতে খৃষ্টীয় ৫৬৮ চনত খুন্লুং (চাউন্লুং) আৰু খুন্লায়ে (চাউন্-টাই) মুং-ৰি-মুং-ৰাম বা ম্যু-ৱান্ ৰাজ্য প্ৰতিষ্ঠা কৰে। চীনৰ ইউনান প্ৰদেশৰ ফালৰ পৰা প্ৰব্ৰজন কৰা টাইসকলৰ খুনলুঙৰ ঠালটোৱে নাম-কিয়ু (ইৰাৱতী) পাৰ হৈ চিন্দুইনৰ উপনদী উয়ু নৈৰ পাৰত ম্যুং-কং-ম্যুং-য়াং নগৰ প্ৰতিষ্ঠা কৰে। এই ঠাইত বৰ্ত্তমান চিং-কা-লিং বা চিং-কাই খামতি ৰাজ্য অৱস্থিত। ব্ৰহ্মৰজা আলংফ্ৰাই (১৭৫১-১৭৬০) ব্ৰহ্মদেশৰ টাই ৰাজ্যবিলাক থান্-বান্ কৰি গেলোৱালৈকে কেইবাখনো ঐশ্বৰ্য্যশালী টাই ৰাজ্য আছিল। সেইবিলাকৰ ভিতৰত মুং-ৰি-মুং-ৰাম বা ম্যুং-ৱান, মুং-খু-মুং-জাও, মুং-জং,মুং—ক্লা, মুং-মিট্ বা মুং-মিট্-কুপ্-ক্লিং, ম্যুং-কং, ম্যুং-মাও-ৰং, মুং-মাও-লং, মুং-খাও-লং, টুাই-টুকাং,

২০ Peter Kunstadter, Southeast Asian Tribes, Minorities, and Nations Vol, 1, p 185

২১ G. Scott, Burma, A Handbook of Practical Informations, p 112



মাও-পং বা মাওলুং আদিৰ নাম বুৰঞ্জীত পোৱা যায়। পিছৰ যুগত সম্ভৱতঃ আহোম বা টাই-খামতিসকল নামকিয়ু পাৰ হৈ আহি কিছুকাল থকাৰ পিছত চৌকান্ গিৰিপথেদি পাটকাই পাৰ হৈ আহি দিহিং (নাম-হক) নৈয়েদি ভটীয়াই টিপাম পোৱাৰ পিছত খুন্লুঙ অৰ্থাত্ টাই-লং বা টাই-খাম্ সকলৰ এটা ঠাল উত্তৰলৈ উজাই গৈ মাও-পং বা মাও-লুং ৰাজ্য প্ৰতিষ্ঠা কৰে। তাৰপৰা অৱশেষত এটা ঠাল উজাই গৈ খামতি ৰাজ্য প্ৰতিষ্ঠা কৰে। চালুইন আৰু চিন্দুইন নদীৰ মাজৰ অংশত ব্ৰহ্ম আৰু চীনদেশত এতিয়াও আঢ়ৈকুৰিমান ঠাইত শান্ বসতি আছে।

ছাওসকলে চীনত ৰাজত্ব কৰি থকা কালতে চীনা সম্ৰাট খ্রি-ৱাং-টিয়ে ছয় লাখ সৈন্যৰ সেনাবাহিনী এটাৰে ছাও ৰাজ্য নিৰ্ম্মূল কৰি গেলায়। খ্রি-ৱাং-টি টাই সংস্কৃতি আৰু ৰাজশক্তিৰ আকাশত প্ৰকৃততেই ধূম-কেতুৰূপে আবিৰ্ভাৱ হৈছিল।[২২]

থাইলেণ্ড বা শ্যাম পূৰ্ব্বতে ম্যুং-টাই (ম্যুং=দেশ) নামেই জনাজাত আছিল। সম্ভৱতঃ খ্রি-ৱাং-টিয়ে ছাৰখাৰ কৰা চাও বা টাই বা ল'-টাই ৰাজ্যৰপৰাই খৃষ্টজন্মৰ দুশ বছৰমানৰ আগতে ৰাজ্য, সংস্কৃতি আৰু সম্পদত সৰ্ব্বস্বান্ত হৈ মেকং-মেনাম উপত্যকাত সোমাইছিল।[২৩] খৃষ্ট পৰ্ব্ব ২২৫৫-২১৯৪ চনৰ আগৰ ইয়াংছিকিয়াং উপত্যকাত প্ৰতিষ্ঠা কৰা সংস্কৃতিসম্পন্ন টাই ৰাজ্যৰ চিন পোৱা গলেও আৰু অতি পুৰণি কালৰে পৰা বুৰঞ্জী বা 'চ্যা-টু' লিখাৰ প্ৰথা থাকিলেও আজিকালি খৃষ্টীয় ৬ষ্ঠ শতিকাৰ আগৰ ধাৰাবাহিক ইতিহাস পাবলৈ টান। তথাপি অসমৰ আহোমসকলে ভবাৰদৰে খৃঃ পূঃ পঞ্চম শতিকাতে কোনোবা এজন বৌদ্ধধৰ্ম্মী শিষ্যই মূল 'ম্যুং-টাই' বা থাই ৰাজ্য প্ৰতিষ্ঠা কৰিছিল। ত্ৰয়োদশ শতিকাত প্ৰতিষ্ঠিত আয়ুথিয়া নগৰৰ সময়ৰেপৰা হিন্দু প্ৰভাৱ পৰি-বলৈ ধৰে। দক্ষিণ-পূব এচিয়াত বিয়পি পৰা ভাৰতীয় সাংস্কৃতিক

২২ P. Gogoi, Tai and Tai Kingdoms, p 35-37

২৩ একেখন গ্ৰন্থ, পৃঃ ৩৭

প্ৰভাৱযুক্ত অঞ্চলক ছখন দেশত ভাগ কৰিছিল--যৱন দেশ, চম্পা দেশ, কম্বোজ দেশ, শ্যাম দেশ, ৰমণ্য দেশ আৰু মালয় দেশ ।[২৪] বোধকৰোঁ, একালত কলা লাও বা লাও-পুং-ডাম্ সকল বাস কৰা বাবেই ম্যুং-টাই অঞ্চলক শ্যাম বা ছিয়াম বুলিছিল । অৱশ্যে এই মতত দ্বৈধতা নোহোৱা নহয় ।[২৫]

আজিকালি টাই জন-গোষ্ঠীৰ মানুহ ঘাইকৈ অসম, ব্ৰহ্মদেশ, চীন, থাইলেণ্ড, লাওছ আৰু ভিয়েটনামত বিয়পি আছে । টাইসকলৰ মাজত জাতিভেদ-প্ৰৱণতা নোহোৱা হেতুকে নানান কাৰণত চীনা, মন্, খেমৰ, কাচিন, কাৰেণ, চিংফৌ, মান আদি জাতিৰ মানুহৰ লগত মিহলি হৈ পৰিছে । ভাষাৰ ক্ষেত্ৰতো একে কথাই । কোনো কোনো ঠালে পূৰ্ব্বৰ টাই ভাষাকে কৈ থাকিলেও কোনো ঠালৰ ভাষা মিশ্ৰিত হৈ পৰিছে আৰু অসমৰ আহোমসকলে আকৌ নিজৰ ভাষাটোকে এৰি পেলালে ।

দক্ষিণ-পূব এচিয়াৰ ব্যাপক অঞ্চলসমূহত বিয়পি থকা টাইসকলৰ সংস্কৃতিৰ বুৰঞ্জী আলোচনা কৰাটো অতি কঠিন কাম । এহাতে ইয়াৰ পৌৰাণিকতা, আনহাতে ইয়াৰ বিপুল সমৃদ্ধি আৰু সমন্বয় । খৃষ্টজন্মৰ দুহেজাৰ পাঁচশ বছৰৰ আগতে প্ৰতিষ্ঠিত সংস্কৃতিৰ গতিশীলতাই খৃষ্ট-জন্মৰ দুহেজাৰ বছৰৰ পিছত কিমান যোগ-বিয়োগৰ দীঘলী বাট গৰকি আহিছে ; তাক আজি ঠাৱৰ কৰা টান । তদুপৰি একে মঙ্গোলীয় জনগোষ্ঠীৰে অন্যভাষী চীনা, মান বা বৰ্ম্মী, খেম্ৰ আদিৰ লগত সাংস্কৃতিক সংমিশ্ৰণ ঘটাৰ উপৰিও বৌদ্ধধৰ্ম্ম আৰু পালিভাষাৰ সংযোগত ভাৰতীয় সংস্কৃতিৰ সংস্পৰ্শলৈকো আহিব লগা হৈছে । আজিকালি টাই ভাষাত ব্যৱহৃত লিপিসমূহ বৌদ্ধভিক্ষুসকলৰ হাতেদি দক্ষিণ ভাৰত আৰু ঘাইকৈ সিংহলৰ পৰা গৈছিল । তদুপৰি টাইসকলৰ ওপৰত হীনযানী বা থেৰ-বাদী বৌদ্ধধৰ্ম্মৰ প্ৰভাৱ ইমান গভীৰ যে তাৰ পৰিণিত স্বৰূপে বৌদ্ধপূৰ্ব্ব যুগৰ সংস্কৃতিৰ ওঁত ধৰাই টান হৈ পৰিছে ।

২৪ P. N. Bose, The Indian Coloney of Siam, p 23

২৫ পূৰ্ণকান্ত বড়াগোহাঁই, অহমৰ আদি বুৰঞ্জী, পৃঃ ৩২



টাইসকলৰ মূল ধৰ্ম্ম কি আছিল কোৱা টান কিন্তু চীন দেশত বাস কৰালৈকে তেওঁবিলাক লাওত্ছেই প্ৰচাৰ কৰা তাও ধৰ্ম্মৰ অনুগামী আছিল আৰু পিছলৈ তাওধৰ্ম্ম আৰু কনফুছিয়াচৰ ধৰ্মৰ সমন্বয় ঘটিছিল । তাও ধৰ্ম্মৰ অনুগামী হিচাপে তেওঁবিলাকে এক পৰম শক্তিৰ বিশ্বাস কৰিছিল । তেওঁবিলাকৰ জীৱনত অৱশ্যে কনফুছিয়াচৰ নৈতিক শিক্ষাৰ প্ৰভাৱো নোহোৱা নহয় । জৰ্জ্জ স্কটৰ মতে সম্ৰাট অশোকৰ ৰাজত্ব কালতে দক্ষিণ-পূব এচিয়াত বৌদ্ধ ধৰ্মৰ প্ৰচাৰ আৰম্ভ হয় ।[২৬] তেওঁৰ মতে টাইসকলে বৰ্ম্মীসকলৰ পৰা, বৰ্মীসকলে মন্সকলৰ পৰা বৌদ্ধধৰ্ম্ম গ্ৰহণ কৰে ।[২৭] সেয়ে যদি হয় দক্ষিণ-পূব এচিয়াৰ টাইসকলে খৃষ্টীয় ত্ৰয়োদশ শতিকাৰ পিছতহে বৌদ্ধধৰ্ম্ম গ্ৰহণ কৰে । পোন প্ৰথমতে টাইসকলৰ কোনো কোনো ঠাল বৌদ্ধ হৈছিল যদিও পুৰণি ধৰ্ম্মৰ ৰীতি-নীতি আৰু লোকাচাৰ এৰা নাছিল । এতিয়াও উত্তৰ থাইলেণ্ড আৰু উত্তৰ ব্ৰহ্মকে ধৰি ইউনান্ প্ৰদেশৰ টাইসকলৰ মাজত কিছুমান পুৰণি লোকাচাৰ চলি আছে । কিন্তু লাওছ, থাইলেণ্ড, চীন আৰু ব্ৰহ্মদেশত বাস কৰা আটাইবোৰ টাই মানুহেই হীনযানী বা থেৰবাদী বৌদ্ধ । অসমৰ আহোমসকল হিন্দুধৰ্ম্মী । ইয়াৰ বাহিৰে অসমত বাস কৰা বাকী আটাইবোৰ ঠালেই বৌদ্ধ । বৌদ্ধধৰ্ম্মৰ প্ৰভাৱে টাইসকলক ধৰ্ম্মভীৰু, বিনয়ী, সৎ আৰু সাহসী কৰি তুলিছে । অহিংসবাদ তেওঁবিলাকৰ লক্ষ্য হলেও দেশ আৰু জাতিৰ সন্মান ৰক্ষাৰ বাবে নৰহত্যা কৰাটো পাপ বুলি গণ্য নহয় । সেইদৰে জীৱিকা-নিৰ্ব্বাহৰ বাবে জীৱ হত্যা কৰাটো সাধাৰণ বৌদ্ধই পাপ বা দোষণীয় বুলি নেভাৱে । প্ৰত্যেক টাই গাৱঁতে একোখন বৌদ্ধবিহাৰ বা ৰাপুচাং থাকে । এজন বৌদ্ধ ভিক্ষু অধ্যক্ষ হিচাপে থাকে । তেওঁ টাই সমাজত সবাতোকৈ সন্মানীয় ব্যক্তি । তেওঁ ভাষা, সাহিত্য আৰু ধৰ্ম্মৰ শিক্ষা দিয়ে । বৌদ্ধ পালি গ্ৰন্থৰ প্ৰভাৱে তেওঁবিলাকৰ ভাষাৰ ওপৰতো প্ৰভাৱ পেলাইছে । থাইলেণ্ডৰ কেন্দ্ৰীয় থাই ভাষাত টাই

২৬ G. Scott, Burma, A Handbook of Practial Information, p. 114

২৭ Ibid, p 114 ( ভিয়েটনামৰ টাইসকল মহাযানী বৌদ্ধ । )

উচ্চাৰণধৰ্ম্মী প্ৰচুৰ পালি শব্দ আছে। পূৰ্ব্বতে থকা লোক-উৎসৱবিলা- কৰ ঠাইত বৌদ্ধ উৎসৱ সোমাই পৰিছে আৰু লোক-উৎসৱ থাকিলেও তাত বৌদ্ধ ৰীতি-নীতিয়ে আগভাগ লৈছে। আহোমসকল হিন্দু হলেও অন্ততঃ একাংশই 'ফ্রা' (ঈশ্বৰ)ৰ বাহিৰেও 'খাওখাম্', 'লেং-ডন্', 'জা- চিং-ফা', জ্যন্-চাই-হুং', 'লাং-কুৰি', 'নাং-চি-চাও' আদি দেৱতাক লোকাচাৰমতে পূজা কৰে।

টাই ভাষা এটা পুৰণি ভাষা। টাই সংস্কৃতিৰ সমানেই ই পুৰণি। কিন্তু টাই ভাষাৰ বুৰঞ্জীত উত্থান-পতনৰ চিন থকাৰ উপৰিও সাল- সলনিৰ সাক্ষ্যও নোহোৱা নহয়। এতিয়া উচ্চাৰণৰ পাৰ্থক্য থাকিলেও মূল শব্দৰ সামঞ্জস্য লাওছ, থাইলেণ্ড, চীন আৰু ব্ৰহ্মদেশৰ টাইসকলৰ ভাষাত পোৱা যায়। উদাহৰণ স্বৰূপে প্ৰবন্ধৰ শেষৰপিনে আহোম, খামতি, শান, লাওছ আৰু ছিয়ামিজ্ ভাষাৰ এলানি শব্দ দিয়া হৈছে। উচ্চাৰণধৰ্ম্মী টাই ভাষাত চীনা ভাষাৰ ধ্বনি-ব্যঞ্জনা অনুভূত হয়। মূলতে ভাৰতীয় লিপিৰপৰা ওলোৱা ছটামান লিপি টাই ভাষাত ব্যৱহৃত হয়। আখৰবিলাকৰ মূল জঁকাটোত সম্পূৰ্ণ সামঞ্জস্য আছে; লিখাৰ ধৰণ বা ৰীতিহে সুকীয়া। থাইলেণ্ডত ব্যৱহৃত লিপিত সিংহলী লিপি আৰু ভাষাৰ প্ৰভাৱ স্পষ্ট। শান্‌সকলৰ লিপি আৰু ভাষাত আকৌ মান আৰু কাচিন ভাষাৰ সাদৃশ্য আছে। পূৰ্ব্বতে টাই লিপি আৰু লিখাৰ ধৰণ চীনা লিপি আৰু লিখাৰ ধৰণৰ লগত একে আছিল। চীনা সম্ৰাট শ্বি-ৱাং-টিয়ে খ্ৰীঃ পূঃ ২১৪ চনত ছাও সাম্ৰাজ্য ধ্বংস কৰিয়েই নেৰিলে, তেওঁ পুৰণি পৰম্পৰা ধ্বংস কৰিবৰ বাবে সকলো পুৰণি পুথি পুৰি ছাৰখাৰ কৰিলে আৰু চাৰিশ যাঠীজন সাহিত্যিকক জীয়াই জীয়াই পুৰি মাৰিলে।[২৮] ডঃ গগৈয়ে লিখিছে, "The Tai, who had been a cultured people being of the princely rank in early times, were in possession of a rich heritage of art and literature at the time of Shih-Wang-Ti, but the men of letters among the Tai and their literary works so completely destroyed in this wild act of persecution that from

২৮ P. Gogoi, The Tai and Tai Kingdoms, p 37



that time the Tai in the Empire became almost an illiterate race through lack of books and teachers."[২৯]

এই সময়তে চীনৰ পিতৃভূমি এৰি ছেদেলি-ভেদেলি হৈ যাওঁতে টাইসকলে পুৰণি লিপি পাহৰি পেলায়। যদিও ক'ৰবাত দুই-চাৰিখন পুৰণি পুথি কাৰোবাৰ হাতত আছিল লিপিজ্ঞানৰ অভাৱত সিও অচল হৈ পৰিল। ইতিমধ্যে বৌদ্ধধৰ্ম্মৰ মাধ্যমেদি ভাৰতীয় লিপিৰ আৱিৰ্ভাৱ হোৱাত আকৌ আনপিনে পুৰণি চীনা লিপিতকৈ ভাৰতীয় লিপি উজু হোৱাত, আৰু তাকে গ্ৰহণ কৰাত, পুৰণি পুথি আৰু লিপি দুয়োটাই অচল হৈ পৰিল। সেয়েহে সকলো টাইৰ মাজত অতি প্ৰাচীন পৰম্পৰা থকা স্বত্বেও দ্বাদশ-ত্ৰয়োদশ শতিকাৰ আগৰ পুথিৰ চানেকী পাবলৈ নাই। আহোমসকলৰ হাততো ৬ষ্ঠ শতিকাৰ আগৰ লিখিত বুৰঞ্জী নাই। জনা যায়, তেওঁবিলাকে নুনি গছৰ বাকলিৰ মণ্ডৰে তৈয়াৰ কৰা এবিধ 'চি' বা 'লিক' (তুলাপাত)ত লিখাৰ উপৰিও বাহঁৰ চেপেটা পাটত থিয় থিয়কৈ লিখিছিল।[৩০] ম'হৰ ছাল, পহৰ ছাল, পাট-মুগাৰ কাপোৰতো লিখিছিল। শ্বি-ৱাং-টিৰ আগৰ যুগত টাইসকলৰ মাজত সাহিত্য, ধৰ্ম্ম, চিকিৎসা-বিদ্যা, কৃষি, দৰ্শন আদি বিষয়ৰ ব্যাপক চৰ্চ্চা আছিল আৰু হেজাৰে হেজাৰে পুথি ৰচিত হৈছিল। কনফুছিয়াছৰ দৰ্শন সম্পৰ্কে ব্যাপক আলোচনা হৈছিল। টাই-ভাষাত প্ৰচলিত প্ৰবচনবোৰত কনফুছিয়াচৰ প্ৰবচনবোৰৰ সাৰমৰ্ম্ম আজিও শুনিবলৈ পোৱা যায়। 'পু-লান্-চি' বা 'পু-চন্-লান্'[৩১] পুৰুষানুক্ৰমে চলি অহাৰ উপৰিও 'বু- লান্-জী'[৩২] বা বুৰঞ্জী আৰু 'চ্যা-টু'[৩৩] লিখাৰ পৰম্পৰা অতি পুৰণি। চীনত থকা যুগৰ টাইসকলৰ বিষয়ে জৰ্জ্জ স্কটে কৈছে, "The civilisation of China is essentially commercial and practical, and it has a vast literature of prosaic records and chronicles."[৩৪] অসমীয়া ভাষাৰ গদ্যত লিখা বুৰঞ্জীবোৰে গদ্যৰ আহি

২৯ P. Gogoi, The Tai and Tai Kingdoms, p 37

৩০ সুনীতিকুমাৰ চট্টোপাধ্যায়, সাংস্কৃতিকী, প্ৰথম খণ্ড, পৃঃ ৮৯

৩১ পু-লান্-চি (আহোম) ; পু-চন্-লান্ (খামতি) মানে সাধুকথা বা লোককথা।

৩২ বু-লান্-জী ; বু = নজনা ; লান্ = বংশ ; জী = ভৰাঁল

৩৩ খামতি ভাষাত বুৰঞ্জীক চ্যা-টু বোলে।

৩৪ G. Scott, Burma, A Handbook of Practical Information, p 114

আৰু অনুপ্ৰেৰণা টাই ভাষাৰ গদ্যত লিখা বুৰঞ্জীৰ পৰাই লাভ কৰিছিল বুলি ভাবিবলৈ থল নেহোৱা নহয়। বুৰঞ্জী বিলাকৰ বাহিৰেও টাই ভাষাত অনেক বৌদ্ধধৰ্ম্মৰ গ্ৰন্থ ৰচিত হৈছিল। জ্যোতিষ, মঙল-চোৱা (বান্-চেং) নীতিজ্ঞান, ৰাজনীতি বা লাই-লিক্, দণ্ডবিধি, পূজা-পাতলৰবিধি আদি অনেক বিষয়ৰ গ্ৰন্থ এতিয়াও পাবলৈ আছে। পিছলৈ প্ৰয়োজন হোৱাত আহোম-অসমীয়া, অসমীয়া-আহোম' টাই-বৰ্ম্মী, টাই-পালি আৰু পালি-টাই 'অম্ৰ' বা অভিধানো ৰচিত হৈছিল। অসম, উত্তৰ ব্ৰহ্ম, ইউনান্ আদিত আজিও অসংখ্য বুৰঞ্জী অনাবিস্কৃত অৱস্থাত পৰি আছে।

খৃষ্টজন্মৰ ডেৰহাজাৰ বছৰৰো আগতে টাই গোষ্ঠীয় লুং-শান্ সংস্কৃতিৰ প্ৰাচুৰ্য্য সম্পৰ্কে আধুনিক পণ্ডিতসকল প্ৰশংসামুখৰ। এই যুগত ৰজাই মাটিৰে সজা ওখ গড়ৰ ভিতৰত বাস কৰিছিল। ৰজাৰ ভিতৰুৱাল বিষয়া সকল নগৰৰ ভিতৰত আৰু বাকী ৰাজ-বিষয়াসকল নগৰৰ উপকণ্ঠত বাস কৰিছিল। তেওঁবিলাক পাকৈত ধান খেতিয়ক আছিল। বাঁহ তেওঁবিলাকৰ ঘৰ-দুৱাৰ, সা-সজুলিৰ মূল আহিলা আছিল। তেওঁবিলাকে ধাতুৰ ব্যৱহাৰ জানিছিল। আদ্ধাতুৰে তৈয়াৰী অস্ত্ৰ আৰু ৰথ ব্যৱহাৰ কৰিছিল। শাসন ব্যৱস্থাত ডাঙৰীয়া আৰু সাধাৰণ প্ৰজা দুটা তৰপত ভাগ হৈছিল। ডাঙৰীয়া শ্ৰেণীটোৱেই নিজকে টাই বুলি চিনাকি দিছিল। তেওঁবিলাক বুদ্ধিজীৱী, সংস্কৃতিসম্পন্ন, শিক্ষিত আৰু চতুৰ ৰাজনীতিজ্ঞ আছিল। এইবাবেই এই জাতিটো চীনাবিলাকৰ বাবে হিংসাৰ পাত্ৰ আছিল।

টাই জাতিটো পাকৈত ধান 'কুন্-না-কিন্' (খেতিয়ক)। তেওঁ-বিলাকে ঘাইকৈ 'বান্-খাও-খ্ৰাই' (বাওধান) বৈছিল আৰু শালিধানৰ 'টাট্' (ভুঁই) ৰুইছিল। চীনৰ সাৰুৱা সমভূমিৰপৰা প্ৰব্ৰজন কৰি আহি পাৰ্ব্বত্য অঞ্চলত বাস কৰিবলগীয়া হওঁতেও তেওঁবিলাকে পৰ্ব্বতৰ গাত খাপ কাটি মাটি উলিয়াই তাতে ধান খেতি কৰিছিল। কেতিয়াবা সৰু পৰ্ব্বতীয়া নৈত ভেটা মাৰি জলসিঞ্চন পদ্ধতিৰে খেতি কৰিছিল। শালিতকৈ অধিক লাহী ধানৰ খেতি কৰিছিল। আগৰ দিনত তেওঁ-বিলাকে টোপোলা-ভাত বা চুঙা-ভাত আৰু ভাপত দিয়া বা চেৰা দিয়া



ভাতহে (খাও-নুঙ্) খাইছিল। তদুপৰি লাহীধানৰ চাউল নিত্য ব্যৱহাৰ্য্য লাওপানী (লাও বা নাম্-লাও) তৈয়াৰৰ উপযোগী। লাহী-ধানৰ ভাতৰ লগত 'ছ-লাও' অৰ্থাৎ মদৰ পিঠা মিহলি কৰি 'লাও' বা 'নাম্-লাও' তৈয়াৰ কৰে। তদুপৰি টাইসকলৰ মাজত খাও-নুঙ (বৰা ভাত), খাও-মুন (পায়স), খাও-মাও (সান্দহ), খাও-পেং (পিঠা), খাও-ৰ' বা 'খাও-চি' (চিৰা), 'খাও-হ-ৰুম্' (হুৰুম), 'খাও-টেক্' (আখৈ), 'খাও-লাম্' (চুঙা-চাউল), খাও-হেং' (এবিধ শুকান ভাত) আদি বহুতো বিধৰ জলপানৰ ব্যৱহাৰ আছিল। 'খপ্' (উৰাল) বা 'লঙ্' (ঢেকীত) ধান বানিছিল। তেওঁবিলাকে প্ৰৱজন কৰোঁতেও লগত ধানৰ সাঁচ লৈ ফুৰিছিল। খামতি শালি (লাহী ধান), আহোম শালি (লাহী ধান), নৰা বৰা আদি ধানৰ সাঁচ এইদৰেই অহা। লাহীৰ ভিতৰতো বহুতো আঠালতীয়া বৰাধান যেনে—পইতা বৰা, তিতাফুলীয়া বৰা, ৰঙা বৰা, নল বৰা, নৰা বৰা, বৰ বৰা, জাহিঙা বৰা, গৰুচকুৱা বৰা, শ'লচকুৱা বৰা, জহা বৰা, নলচুপি বৰা আদিৰ টাই মানুহৰ মাজত প্ৰচুৰ পৰিমাণে জনপ্ৰিয়তা আছে।

মাটিৰে গড় মাৰি 'ছে' (নগৰ) লোৱাৰ আৰ্হিৰেই সাধাৰণ মানুহেও ঢাপ মাৰি 'ছুন' (জেওৰা) দিহে বাৰী লৈছিল। বাৰীত নিয়মীয়াকৈ শাক-পাচলি আৰু ফল-মূলৰ খেতি কৰিছিল। বাৰীত 'টুন-কুক্ৰ' (কল), 'টুন্-বউ-পূ' (পাণ), 'টুন্-মা-মু' (তামোল), 'টুন্-মাই' (বাঁহ), 'টুন্-ক্ৰট্-টঙ' (টকৌ), 'টুন্-খ্ৰঙ' (এৰা) গছ আছিল। বাঁহৰ খুটি পুতি দীঘলীয়া সূচীৰে দুমুৰীয়াকৈ জেওৰা বোৱা ৰীতিটো চীনৰপৰা উত্তৰ ব্ৰহ্মইদি অসমলৈকে পোৱা যায়। পৰ্ব্বতীয়া টাইসকলে নিজৰ গাওঁ বা ৰাজ্যৰ চাৰিও সীমাতে বাঁহ-কাঠৰ খুটি পুতি ডাং বান্ধি দিছিল।

টাইসকলে খৃষ্টজন্মৰ আগতেই পাটৰ ব্যৱহাৰ জানিছিল। তেওঁ-বিলাকৰ ভিতৰত কাপোৰৰ প্ৰাচুৰ্য্য আছিল। ছাওসকলৰ ৰাজত্ব-কালতেই টাই ডাঙৰীয়া বা শাসক ৰাজকোঁৱৰবিলাকক 'টাওছেং'[৩৪] আৰু

৩৪ টাও-ছেং ৰাজকীয় চিন স্বৰূপে দিয়া লাখুটি।

'খাম' (কাপোৰ) দিয়াৰ নিয়ম আছিল। আহোম ৰজায়ো বিষয়াৰ পৰ্য্যায় অনুযায়ী 'কুন্‌মিন্-কুন্‌খা'; সাজ-কাপোৰ দি বহুতো বিধৰ কাপোৰ সৃষ্টি কৰিছিল। আজিকালি কোনো ঠালৰ টাই মানুহে মানদেশীয় আহিৰ সাজ-পাৰ পিন্ধিলেও একালত পুৰুষ-নাৰী উভয়ে 'পট্-লুং' (সোলোক-তোলোক পাইজামা) আৰু 'পট্-নয়' (জাঙিয়া) আৰু গাত হাতদীঘল 'ফা-ছু' বা 'ছ্যু' (চোলা) পিন্ধিছিল। মূৰত 'ফ-চৌ' (পাগুৰি) মাৰিছিল। পিছলৈ তিৰোতাই 'ফা-ছিন্' বা 'ছি-ন' (মেখেলা) আৰু পুৰুষে 'ফা-ৰেম্' (চুৰিয়া) বা 'ফা-নয়্' (লুঙী) পিন্ধিছিল। পূৰ্বতে ক'লা ৰঙৰ কাপোৰহে ব্যৱহাৰ কৰিছিল। তেওঁবিলাকৰ মাজত 'ফা-চিত্' (গামোছা), 'ফা-ডাই', 'ৰি-খাম্' বা 'লাং-ৱাট' (ৰিহা), 'ফা-বিন্-বাই-ৰাম' (টঙালি), 'ছিন্-বিট-লাই-ডাও-খাম্' (সোণৰ বুটাতোলা মেখেলা) আদিৰ ব্যৱহাৰ আছিল। অসমত স্বৰ্গদেও ৰুদ্ৰসিংহই ভাটীৰ পৰা তাঁতী আনি টাই আহিঁৰ সাজ-পাৰ তৈয়াৰ কৰিবলৈ দিয়াৰ উপৰিও মোগলাই চানেকীৰ কাপোৰ বৰলৈ দিছিল। টাই মানুহে কঁকালত বান্ধি ঠেক ঠেককৈ কাপোৰ বৈ সীয়নি দি কাপোৰখন বহল কৰে বা প্ৰয়োজন অনুযায়ী তাঁতখন বহলকৈ লগায়। 'ফা-ডাই' বা 'লাং-ৱাট' আৰু 'ফা-চিৎ' ৰঙঁতে নানা তৰহৰ সৰলৰৈখিক ফুলৰ চানেকী ব্যৱহাৰ কৰিছিল। আজিকালি টাই-খামতি আৰু টাই-ফাকে তিৰোতাই নানা বৰণৰ ফুল, চৰাই, জীৱ-জন্তুৰ চানেকী ব্যৱহাৰ কৰে। তেওঁবিলাকে 'ছা' (পইজাৰ) আৰু 'ফান্-টি' ব্যৱহাৰ কৰিছিল। কাষলতি তলত এখন 'মিট্' (দা) আৰু এটা মোনা ওলোমাই লৈ ফুৰাটো নিয়ম।

টাই সংস্কৃতিক কোনো কোনো পণ্ডিতে বাঁহ সংস্কৃতি নামেৰে নামকৰণ কৰিছে।[৩৫] আদিতে টাইসকলে 'হাঙ্-ৰেণ' (চাং-ঘৰ)ত বাস কৰিছিল। আহোম ৰাজত্বৰ শেষলৈকে কোনো কোনো আহোম মানুহে আৰু ৰজাই চাং-ঘৰ লৈছিল। এতিয়াও খামতি, ফাকে, টুৰুং, আইতন খাম্‌য়াং আদি মানুহে চাং ঘৰত বাস কৰে। ব্ৰহ্মদেশ, উত্তৰ

৩৫ লীলা গগৈ, আহোম জাতি আৰু অসমীয়া সংস্কৃতি, ১২৭-১২৮



থাইলেণ্ড আৰু ইউনানৰ অনেক ঠাইত চাং-ঘৰৰ ব্যৱহাৰ আছে। ঘৰৰ আগফালে চাঙৰ ওপৰতে এডোখৰ মুকলি হৈ থাকে, তাকে মিচাং বোলে। দ্বিতীয় কোঠাটোত 'টি-ফাই' (জুইশাল) আৰু আলহী-কোঠা। তাৰ পিছত কোঠা কোঠাকৈ পৰিয়ালৰ মানুহ থাকে। কাঠৰ 'খু-ছাউ' (চটি-খুটা) লগাই গোটেই ঘৰটো বাঁহেৰে সাজে, খেৰ, টকৌপাত বা জেঙুপাতেৰে ছায়। আজিকালি কিছুমানে 'টি-ৰেণ্-ডিন্' (মাটিঘৰ) লৈছে। ৰজাৰ বাটঘৰ, বৰ বাটঘৰ, পাটঘৰ, হোলোং ঘৰ, শিঙৰিঘৰ আদিৰ দৰে অভিজাত শ্ৰেণীৰ মানুহে বাটঘৰ, চ'ৰাঘৰ, বৰঘৰ, মাৰলঘৰ আদি লৈছিল। ঘৰৰ চাল-বেৰ, ৰুৱা-কামী, দুৱাৰ-জপনা সকলো বাঁহেৰে তৈয়াৰ কৰিছিল। মাছ ধৰা সঁজুলি ঠোহা, খোকা, ডিঙৰা, হুকুমা, পাউৰি, দলঙা, পল, জুলুকি, জাকৈ (খেক্) টুনা, খালৈ (বুং), বাঁহ-বেতেৰে সাজিছিল। ঢেঁকী শালৰ পাচি, খৰাহী, ডলা-কুলা-চালনী বাঁহেৰে তৈয়াৰী। তাঁতশালৰ উঘা, চেৰেকী, শলি, চিপ্‌কাঠী, চিৰী-ডাং-মাৰি সকলো বাঁহৰ। একালত বাঁহৰ চেপেটা পাটত পুথিও লিখিছিল। বাঁহৰ কাঠীত 'বান্-চেং' (মঙ্গল) মাৰে। বঁজাল বাঁহৰ নিচিনা এবিধ বাঁহক 'খাও-লাম্' বাঁহ বোলে, চুঙা-চাউল খাবলৈ ভাল। আহোম যুগত বাঁহৰ গোজ-পুতি অস্থায়ী গড় মাৰি যুদ্ধ কৰিছিল। বাঁহেৰে ঢাৰী সাজে। নৰা-ঢাৰী বিখ্যাত।

টাইসকল খাদ্য বিষয়ত অতি সজাগ। ধৰ্ম্মই নিষেধাজ্ঞা দিয়াৰ আগলৈকে টাইসকলে সকলো খাদ্য-জন্তুৰে মঙহ, সকলো মাছ আৰু বহুতো পোক-পতঙ্গ খাইছিল। তেওঁবিলাকৰ বাবে 'প্লা-খাম্' (মিৰিকা), 'প্লা-হু' (গৰুৱা), 'প্লা-লন্' বা 'প্লা-কান্-ছন্' (শাল), 'প্লা ডুকং-ৰি' (শিঙী) খিট্ (বেং), 'প্লা-ডেঙ' (নিং কৰি), প্লা-বুট-ডাম্ (কুচিয়া) আদিও সহজ খাদ্য আছিল। ব্ৰহ্মদেশৰ টাইসকলেও মুগালেটা, চাক্‌চান বা কুমলীয়া জিলী (চেং), আমৰলি-টোপ, কেঁকোৰা আদি তেলেতীয়া বস্তু বুলি ভাবে।[৩৬] 'কাই-কিক্' (কুকুৰা-গাহৰি) তেওঁবিলাকৰ জনাজাত খাদ্য। 'কাই' বা 'নুক-কাই' (কুকুৰা) বহুতো মাঙ্গলিক অনুষ্ঠানত প্ৰয়োজনীয়। ঘৰচীয়া

৩৬ G. Scott, Burma, A Handbook of Practical Information, p. 116

শাক-পাচলিৰ বাহিৰেও টাইসকলে বহুতো বনৰীয়া লতা আৰু গছৰ আগ আঞ্জা হিচাপে ব্যৱহাৰ কৰে। 'ফাক্-ছিঙ্-নাম' (চেং মৰা), 'ফাক্-কি-কাই' (মেফাফু বা নেফাফু), ফাক্-কঙ্' (মেচাকি), 'ফাক্-কং-চাং' (মেজেঙা), ফাক্-ছুম-ৰাও (মধুসোলেং), 'ফাক্-কাও-লাঙ্' (লৰ বকুৱা), 'ফাক্-ভেট্' (তিতাকচি), 'ফাক্-কুট্-থাও-নুক্' (কপৌলতা), 'ফাক্-এগা-নাঙ্' (টেংলতি) আদি ধৰ্মীয় কামত আৰু ঔষধি হিচাপে ব্যৱহাৰ কৰে। আহোম অভিধানত যিমানবোৰ বনৰীয়া শাকৰ নাম সন্নিবিষ্ট হৈছে, সিমানবোৰ নাম অসমীয়া অভিধানতে নাই।

টাইসকলৰ উচ্চ থাপৰ মানুহৰ ঘৰ-দুৱাৰ যেনেকৈ আহল-বহল, চকুতলগা, তেনেকৈ ভিতৰত সা-সঁজুলি, অয়-অলঙ্কাৰৰ পৰিমাণো সৰহ। খৃঃ পূঃ এহেজাৰ বছৰমান আগৰপৰাই তেওঁবিলাকে প্ৰায় সকলো ধাতুৰে ব্যৱহাৰ জানিছিল আৰু ধাতুনিৰ্ম্মিত পাত্ৰ ব্যৱহাৰ কৰিছিল। লোৰে অস্ত্ৰ আৰু 'এগম' (কাহঁ)ৰে পাত্ৰ তৈয়াৰ কৰিছিল। কাঁহেৰে 'ক্লং' (হিলৈ) তৈয়াৰ কৰাৰ কথাও জনা যায়। লোৰে 'হেং দান', 'মিট্' (মিট দা), দোলাৰ ঢেকৰ আদি নিৰ্ম্মাণ কৰিছিল। কাঁহেৰে 'বান্' (বান বাটি-বান কাঁহী), 'নাম্-তাও' (লোটা), বটা, মটং, তাওবান, 'তাও-কিন্' (জৰা), মাইহাং (বেৰাকাঁহী), 'কক্' (কলহ), 'নিঙ্', 'এেঙ্', 'ক্রিঙ্', 'ফুন' (শৰাই), 'ফে' (সাধাৰণ কাঁহী) সাজিছিল। 'টং' (পিতল)ৰ ব্যৱহাৰ অৱশ্যে পিছৰ যুগতহে আৰম্ভ হয়। কাঁহৰ পাত্ৰবিলাকত ৰেখাঙ্কিত ফুল-পাতৰ ভাস্কৰ্য্য আছিল। 'থাম্' (সোণ)ৰ ব্যৱহাৰ আছিল। সোণ মুদ্ৰা আৰু মূল্যমান হিচাপে ব্যৱহৃত হৈছিল। তেওঁবিলাকে 'থাম্' (সোণ) বাটলু-গুটিৰ দৰে গুটি গুটিকৈ আৰু 'ফুএ' (চটা চটাকৈ) সাঁচি ৰাখিছিল। সোণেৰে 'ছয়' (পেচন্দাৰ), 'ৰপ্চপ্' (আঙঠি) 'কেন্-হু' (কেৰু), 'বেএ' বা 'ফিউ' (খাৰু), 'ফা-লাই-লেঙ্-হান্-খ' (গলপতা) আৰু অন্যান্য 'চি-চিঙ' (অয়-অলঙ্কাৰ) তৈয়াৰ কৰিছিল। টাইসকলৰ মাজত নিজা সোণাৰি আৰু কমাৰ আছিল। চি-তা-মু।' (হীৰা)ৰ ব্যৱহাৰো আছিল। পূৰ্ব্বতে ম্যুং-মাও, ম্যুং-কং, মাও-পং আদি টাই ৰাজ্য সোণ আৰু বহুমূলীয়া বাখৰৰ বাবে অতি চহকী আছিল। 'ছেং-ফাই', 'জাং-ফাই' (জাং ফাই) সাধাৰণ মানুহৰ মাজত জনপ্ৰিয় আছিল। অন্যান্য বহুমূলীয়া বাখৰ



সোণৰ অলঙ্কাৰত ব্যৱহাৰ হৈছিল। চোং দেও' বা চোমদেও প্ৰকৃততে এডোখৰ বহুমূলীয়া হীৰা আছিল। আহোম ৰাজত্বৰ শেহৰফালে কোনোবা পূজাৰীয়ে প্ৰকৃত হীৰাডোখৰ চুৰ কৰি নকল বাখৰ এডোখৰ থৈ যায় আৰু লগে লগে আহোম ৰাজ্যৰ পতন ঘটে। অসমৰ বাহিৰেও বাকী টাই-সকলৰ মাজত সোণৰ অলঙ্কাৰত বাখৰ খটোৱা কৌশল এতিয়াও চলি আছে। অসমৰ পিছৰ যুগত গামখাৰু, বিৰি, লোকাপাৰ, দুগ্দুগী, জোন-বিৰি, গেজেৰা আদিৰ ব্যৱহাৰ বাঢ়িবলৈ ধৰে। 'থাম-ডেঙ্' (সোণৰ চন্দ্ৰতাপ), 'থিন্-কঙ্-থাম্' (সোণৰ সিংহাসন) ৰজাই লৈছিল। কাঠৰ কামতো টাই বাৰৈসকল অতি পাকৈত। খামতিসকলৰ মাজত কাঠত খোদাই কৰা মাইহাং, শৰাই, বৌদ্ধমূৰ্ত্তি, চৰাই, পশু আদি বহুতো ধুনীয়া সম্পদ আছে।[৩৭] আহোমসকলৰ মাজত কাঠৰ 'ফুন্' (মেহেঙা), 'নিঙ্' (পীৰা), টঙ্-থাম্ '(চালপীৰা), 'কু' (সঁফুৰা) টেমী আদিৰ ব্যৱহাৰ আছিল। মিৰজুমলাৰ অসম আক্ৰমণৰ সময়ত গড়গাঁৱৰ হোলোং ঘৰটো কাঠৰ ওপৰত সোণ-ৰূপৰ বিচিত্ৰ কাৰুকাৰ্য্য খচিত আছিল।[৩৮] ঘৰৰ খুটা আৰু চটিত ফুল আৰু জীৱ-জন্তুৰ মূৰ্ত্তি কাটি উলিওৱা হৈছিল। ঘাইকৈ ৰজাঘৰত ড্ৰেগনৰ ছবি অঙ্কিত হৈছিল। 'ব' (দোলা)ত কাঠৰ টুকুৰা কাটি, নানান চানেকীৰে সজ্জিত কৰা হৈছিল। তাত বৰৈলগা জলম আঁৰি দিয়া হৈছিল। ডা-ডাঙৰীয়াৰ ঘৰত 'ফা-চাট্-কা-ৰাট্' (দলিচা)ৰ ব্যৱহাৰ আছিল।

টাইসকলৰ মাজত 'খেপ্' (তুলাৰে জুই ধৰা) প্ৰথা থাকিলেও দীৰ্ঘ-স্থায়িত্ব গুণৰ হেতুকে পাট, মুগা আৰু এৰীৰ ব্যৱহাৰহে অধিক আছিল। তেওঁবিলাকে পাট, মুগা আৰু এৰী পলু পুহি সূতা কাটি কাপোৰ বৈছিল। 'ব্লক-লেঙ' (নুনি গছ), চোম, দীঘলতি, সোঁৱালু, চপা, 'মাক্-খা-টাই' (মেজাঙ্কৰী), 'টুন্-খুঙ্' (এৰা), কেচেৰু গছত যথাক্ৰমে পাট, মুগা আৰু এৰী পুহিছিল। 'খক্-ফা' (মুগা কাপোৰ), 'ফক্-বুন্-ফা' (এৰী কাপোৰ) সকলো শ্ৰেণীৰ মানুহৰ মাজতে জনপ্ৰিয় আছিল। 'মাক্-খা-টাই' আৰু

৩৭ V. Elwin, The Art of the North-East Frontier of India, p 83-85

৩৮ E. Gait, History of Assam, p 150

চপা কাগোৰ আপুৰুগীয়া বিবেচিত হৈছিল। ব্ৰহ্মদেশৰ টাইসকলে টিয়ঁহৰ খেতি কৰি তাত মুগা পলু মেলি দিয়ে।

টাইসকলৰ মাজত পোহনীয়া জন্তু হিচাপে 'চাং' (হাতী), 'খ্বাই' (ম'হ), 'হু' (গৰু) জনপ্ৰিয় আছিল। ছাগলীৰ জনপ্ৰিয়তা নাছিল। এতিয়াও বহুতো টাই মানুহে ছাগলীৰ মঙহ নেখায়। 'চাং' (হাতী) ধৰাত আৰু হাতী শিকনি দিয়াত টাইসকলৰ কৃতিত্ব পৃথিৱী বিখ্যাত। হাতী যুদ্ধতো ব্যৱহাৰ কৰা হৈছিল। টাইসকলে হাল বাবলৈ গৰুতকৈ ম'হ অধিক ভাল পাইছিল। ম'হ-যুঁজ তেওঁবিলাকৰ প্ৰিয় আছিল। শান ৰাজ্যবিলাকত ম'হৰ ব্যৱহাৰ এতিয়াও অধিক।

সামাজিক ৰীতি-নীতি বিষয়ক টাইসকল অধিক ৰক্ষণশীল। বংশগতভাৱে ডাঙৰজন সদায়েই ডাঙৰ আৰু মাননীয়।[৩৯] অতি পুৰণি কালৰে পৰা সমাজত ডাঙৰীয়া আৰু সাধাৰণ প্ৰজাৰ দুটা শ্ৰেণী থকাত আৰু বিষয়াৰ লগত পাইক জড়িত থকাৰ ৰীতি প্ৰচলন হোৱাত সমাজত আচৰণ-বিচৰণত সংযম আৰু পৰম্পৰা প্ৰতিষ্ঠিত হৈছিল। চাও', থাও' (ডাঙৰ) 'অন্', 'নয়' (সৰু)তকৈ সদায় মাননীয়। বয়সত সৰুজনে বয়সত ডাঙৰজনক (নিজৰ বংশৰ বাহিৰে) 'চাও' বা ডাঙৰীয়া বুলি মান ধৰে। সম্বন্ধ-বিচাৰ অতি কটকটীয়া। ভাই বোৱাৰীয়েকে বৰজনা সমন্ধীয়াক 'চাও' বা 'দেউতা' বুলি সম্বোধন ধৰে। পুৰুষে বয়সীয়া তিৰোতাক 'আই-চাও' আৰু নিজতকৈ সৰু তিৰোতাক 'আইদেউ' বুলি সমন্ধ ধৰে। টাই মানুহৰ সমন্ধৰ তালিকা এখন প্ৰবন্ধৰ শেষত সংযোগ কৰি দিয়া হৈছে। দিয়ন-থোৱনৰ ক্ষেত্ৰতো সামাজিক ৰীতি আছে। তিৰোতাই বয়সীয়া আৰু মাননীয় মানুহক হাতে হাতে কোনো বস্তু নিদিয়ে, বহি বা আঁঠু কাঢ়ি (নাঙ-খুই-প্লুঙ্) দিয়ে। খাবলৈ দিওঁতে মাননীয় জনক সেৱা কৰাটো নিয়ম। বৌদ্ধ টাইসকলে বৌদ্ধ ভিক্ষুক দেখা মাত্ৰেই সেৱা কৰে। চক্-লং বিয়াৰ অতি পুৰণি ৰীতি। টাইসকলৰ ভিতৰত ব্যক্তিগত বাছনিতকৈ খোজা-বঢ়া ৰীতিটোহে অধিক

৩৯ পদ্মনাথ গোহাঞি বৰুৱা; অসমৰ বুৰঞ্জী, পৃ: ২১৮



জনপ্ৰিয়। সম্ভ্ৰান্ত টাই মানুহে চক্-লং নকৰাকৈ বিয়া নকৰায়। ৰজায়ো চকলং কৰিছিল।[৪০] 'ফু-মা ফু-মি' (দৰা-কন্যা) একেলগে বহি 'চাও-মন্' (পুৰোহিত)ৰ পৰা নৈতিক শিক্ষা লোৱাটো এটা পবিত্ৰ কাম। দৰা-কন্যাই সমাজৰ মাননীয়সকলক সেৱা কৰি মান-ধৰাটো একান্ত কৰ্ত্তব্য। মিতিৰ আৰু মাননীয়জনক ভাত-পানী, জা-জলপান দিওঁতেও বানকাঁহী আৰু কাঁহীৰ ওপৰত বাটি দি জালিকটা শৰাই ঢকাৰে ঢাকি দিয়াটো নিয়ম। বৰাভাত (খাও-নুঙ্), হৰুম্, চিৰা আদি জলপানহে সামাজিকভাৱে মৰ্য্যাদাযুক্ত ; পিঠাগুৰি, কৰাইগুৰি আদি অতিথিৰ বাবে অযোগ্য।

টাই জাতিটো এটা যুঁজাৰু জাতি। টাই জাতিৰ চাৰি হেজাৰ বছৰীয়া বুৰঞ্জীয়েই যুদ্ধৰ বুৰঞ্জী। খৃষ্ট জন্মৰ আগতেই টাইসকলে লো আৰু আদ্‌ধাতুৰে 'ক্লঙ্-নয়', 'ক্লঙ্-লুং' (সৰু হিলৈ, বৰহিলৈ) 'হেং-দান' আদি তৈয়াৰ কৰিছিল। তেওঁবিলাকৰ যুদ্ধ-ব্যৱস্থাত দুৰ্গ নাছিল। সাময়িক প্ৰতিৰোধৰ বাবে কেতবোৰ গড় আছিল। সকলো কৰ্ম্মঠ টাই মানুহেই একোজন 'ছেউ' (সৈন্য) আছিল। একেজন মানুহেই নাও বাব, মাটি খানিব, গড় বান্ধিব, তৰোৱাল চলাব, ধনু-কাঁড় মাৰিব, যাঠী-বৰ্শা চলাব পাৰিছিল। ম'হ আৰু গঁড়ৰ ছাল ঢাল হিচাপে ব্যৱহাৰ কৰিছিল। অস্ত্ৰৰ ভিতৰত হিলৈ, বৰতোপ, দা, যাঠী, বাৰু, বৰ্ণা, কাৰ-ফাই (ক্লাং) ধনু আছিল। বুকুত গাটি মাৰিছিল, মূৰত ৰণ-টুপী পিন্ধিছিল। ৰণুৱা হিচাপে টাই মানুহ সাহসী, আগৰণুৱা আৰু লেকাটলাগি থাকিব পৰা বিধৰ আছিল। চুকাফাৰ সৈন্য বাহিনীত ১০৮০ জন সৈন্যহে আহিছিল। শৰাইঘাটৰ যুদ্ধতো প্ৰকৃত টাই সৈন্য এহেজাৰ-বাৰশ মানহে আছিল। চীনা বিলাকৰ লগত যুগ-পৰম্পৰাৰে সংঘৰ্ষ লাগি থকাত টাইসকল জন্মগতভাৱে কাজুৱা সৈনিক হৈ পৰিছিল। খামতিসকলৰ মাজত প্ৰচলিত হাতীদাঁতৰ পাটত অঁকা ডবাখেলৰ নিচিনা এবিধ খেল চীনা আৰু টাইসকলৰ সংঘৰ্ষৰে চিনাকি। সৈন্যৰ পিছত চাউল-সম-

৪০ সূৰ্য্যকুমাৰ ভূঞা, সম্পাদিত, দেওধাই অসম বুৰঞ্জী, পৃ: ১৪৬

লীয়া বুলি এশ্ৰেণী যোগনীয়া মানুহ আছিল। সৈন্য পালিত থাকোঁতেও চাউল-সমলীয়াই ৰবাভাত, চিৰা, সান্দহ, কৰাই, খাও-হেং,[41] কোমল চাউল যোগাই আছিল। নাওবোৰা আৰু নাৱেৰে যুদ্ধ কৰাতো টাইসকল পাকৈত আছিল। শত্ৰুৰ ছাউনীৰ আলেখ-লেখ বুজিবলৈ চোৰবছা নিয়োগ কৰিছিল। ৰাং-কুকুৰ ঘৰচীয়া কৰি যুদ্ধ ক্ষেত্ৰত ব্যৱহাৰ কৰিছিল। অসমত ৰণুৱাক সহায় কৰিবলৈ হিলৈদাৰী, ধনুধৰীয়া, ধনুচোচাঁ, কাঁড়ী, যাঠীপতীয়া, বাকৰতী, চাউলকঁৰা, চিৰাখুন্দা, খাৰঘৰীয়া, খাৰকৰীয়া, আখৈফুটীয়া, চৰাইমৰীয়া, পাখিমৰীয়া, নাওশলীয়া, নাওবৈছা, লোশলীয়া, কুমাৰ, শিলাকটীয়া আদি খেলবোৰ সংশ্লিষ্ট আছিল।[42]

টাইসকল প্ৰকৃততে কৃষিজীৱী। তেওঁবিলাকৰ ভিতৰত থকা উৎসৱবিলাকো কৃষিমুখী। বহাগৰ সময়ত দ-খেতিত নামিবলৈ এই সময়ত এটা উৎসৱ পাতে। উৎসৱটোৰ নাম 'পয়-চাং-কেন' বা 'পয়-চাম্-নাম্'। অসমৰ বহাগৰ বিহুৰে সৈতে একে। টাই বৌদ্ধসকলে বৌদ্ধ ৰীতিৰে 'পয়-চাং-কেন্' পাতে। সেইদিনা 'ক্যোং' (বৌদ্ধ মন্দিৰ)ৰ পৰা বুদ্ধ-মূৰ্ত্তি উলিয়াই গা-ধোৱায়। নৈত বা পুখুৰীত ডেকা-গাভৰুৱে পানী-বোকা চটিয়াই ধেমালি কৰি গা ধোৱে। একালত আহোমসকলে গৰু-গা ধুৱাই পিছত মানুহেও পানী চটিয়াই গা ধুইছিল। টাই ডেকাই 'ক্লং' (ঢোল) বজাই, গাভৰুৱে গগনা বজাই 'পয়-চাং-কেন্' (বিহু) গীত গায়। কেতিয়াবা 'নুই থিউ' (জোৰা নাম) গায়। মাঘী পূৰ্ণিমাত 'মাই-কু-চোং-ফাই' বা বাপু মেজি পাতি অগ্ন্যুৎসৱ পাতে। ব্ৰহ্মদেশত ৰাতি বিহুও (তেজাও-মৌ) পাতে। অসমত হুচৰিৰ অনুৰূপে ব্ৰহ্মদেশত 'পয়-চাং-কেন'ৰ সময়ত গীত গাই' বাদ্য বজাই বাটে বাটে গৈ থাকে। ঘৰৰ গৃহস্থই দোণ বা খৰাহী এটাত এগৰি চাউল, এটা কণী, এটা তামোল-পাণ আৰু অলপ পইচা দি পদূলিমূৰতে পয়-চাং-কেন্ গীত গোৱা মানুহক

41 ভাপত দিয়া ভাত (খাও-নুঙ্) ৰ'দত শুকুৱাই থয়। শুকান ভাত বহুত দিনলৈকে থাকে। ইয়াকে খাও-হেং বোলে। খাও-হেং তপত পানীত তিয়ালেই ভাতৰদৰে হৈ পৰে। এইবিধ শুকান ভাত যুদ্ধক্ষেত্ৰত প্ৰচুৰ পৰিমাণে ব্যৱহৃত হৈছিল।

42 লীলা গগৈ, আহোম জাতি আৰু অসমীয়া সংস্কৃতি, পৃঃ ১৭৫



সেৱা কৰি আশীৰ্ব্বাদ লয়। তেওঁবিলাকে ধুমুহা-বজ্ৰ, অতিবৃষ্টি,-অনাবৃষ্টি, নিবাৰণ কৰি অহা বছৰটোত শইচৰ উৎপাদন বঢ়াবলৈ পূৰ্ব্ব-পুৰুষসকলক প্ৰাৰ্থনা জনায়।' বোধকৰোঁ, আহোম যুগত ডা-ডাঙৰীয়া-সকলৰ ঘৰত আশীৰ্ব্বাদ দিবলৈ যোৱাৰ পৰাই অসমত হুচৰিয়ে নতুন ৰূপ লয়।

টাইসকল সুকুমাৰ কলা বিষয়তো চহকী আছিল। চিত্ৰবিদ্যাৰ চৰ্চ্চা আছিল। খৃষ্টীয় ১৪৭৩ আৰু ১৪৭৮ চনত অঙ্কিত দুখন অতি পুৰণি চিত্ৰ পোৱা গৈছে। তাৰে এখনৰ চিত্ৰকৰ জনৰ নাম চাও-ক্যাং-ছেন। তেওঁ ছোৱেলী উপত্যকাৰ মাও-লুং ৰাজ্যৰ মানুহ।[43] বৌদ্ধ টাই-সকলৰ বৌদ্ধ বিহাৰত বুদ্ধদেৱৰ জীৱনী সম্পৰ্কীয় বহুতো চিত্ৰ আছে। চিত্ৰবোৰ গছৰ আঁহৰ মণ্ডেৰে তৈয়াৰী হাতে-কৰা তুলাপাতত অঙ্কিত। ব্ৰহ্মদেশত তালপাতৰ ওপৰত অঙ্কিত চিত্ৰও আছে। চিক্ৰাহীৰে অঙ্কন কৰা চিত্ৰৰ বাহিৰেও সোণালী ৰঙৰ ওপৰত লা গলাই এক আপুৰুগীয়া পদ্ধতিৰে চিত্ৰ অঙ্কন কৰিছিল। অসমত হেঙুল-হাইতাল সানি সাঁচি-পাতত চিত্ৰ আঁকিছিল। মুগা আৰু পাটৰ কাপোৰত কৰাল ঘঁহি মিহি কৰি চিত্ৰ আঁকিছিল। মূল পুথিৰ কাষে কাষে লতা-ফুল একোশাৰী সজাই দিছিল। দিলবৰ-দোচাইক মোগল ৰাজ্যৰ পৰা আনি 'হস্তী-বিদ্যাৰ্ণৱ' অঙ্কন কৰিবলৈ দিয়াৰ দৰেই মাও-লুঙৰ পৰা চাও-ক্যাং-ছেনক অনাই 'শোকতন্ত খ্যেমপং' অঙ্কন কৰিবলৈ দিছিল। কাঠৰ পেৰা, সঁফুৰা, দোলা, পীৰা আদিতো ছবি অকা হৈছিল। অসমত ইটাৰ দ'ল আৰু ইটাবিলাকৰ গাত তিনি বিধ ভাস্কৰ্য্য খচিত হৈছিল। কৰালেৰে পকীঘৰৰ গাত ফুল, লতা, মূৰ্ত্তি সাজিছিল। পোৰামাটিৰ ভাস্কৰ্য্যও দেখা যায়। শিল আৰু পকী ইটাৰ গাত ফুল-লতা, গছ, জীৱ-জন্তু, মানুহ, দেৱতা আদিৰ মূৰ্ত্তি কাটি উলিয়াই পকী ঘৰৰ গাত খাজি দিয়া হৈছিল।

চাৰিহেজাৰ পাঁচশ বছৰীয়া পুৰণি টাই সংস্কৃতিয়ে পৰ্ব্বত-পাহাৰ বগাই কেইবাখনো দেশ পাৰ হৈ বহুতো জাতি-উপজাতিৰ সংস্পৰ্শলৈ আহিছে। থলুৱা পৰিবেশত বিভিন্ন ঠাইৰ টাই জনগোষ্ঠীৰ মাজত সংস্কৃতিৰ ৰূপান্তৰ ঘটিলেও মূল কৃষিমুখী সূঁতিটো বা আঁতডাল একেই আছে। দক্ষিণ-পূব এচিয়াৰ এক বিশাল অংশ এই সংস্কৃতিৰ কাম্যভূমি।

৪৩ Rajatanand Das Gupta. Pragjyotisa. p 83

### টাই সম্বন্ধবাচক শব্দ

আজো ককা—পু-লিন-পু-মুন্
ককা—পুলিন্
বাপেক—প', চাও, প'—মান্
বাপেকৰ ককায়েক-নি-চা, নি-চাও, লুঙ-চাও
বাপেকৰ ভায়েক—আও, আও— চাও
মাকৰ বাপেক—পু-থাও,
মাকৰ ককায়েক— নি-চাও
মাকৰ মাক— এ-নাই, আন্-নাই
বাপেকৰ বায়েক—আ-পা, এ-পা
বাপেকৰ ককায়েকৰ ঘৈনীয়েক—পা-চাও,
মাকৰ ককায়েকৰ ঘৈণীয়েক—আ-পা, পা-চাও
বাপেকৰ বায়েকৰ গিৰিয়েক—নি-চাও
মাকৰ বায়েকৰ গিৰিয়েক—নি-চাও
আজো বুঢ়ীআই—বাই-চাও, জা-থাও
বুঢ়ী আই—জা-চাও
পেহী—মে-আ, প-খুঞ, পু-আই, লূ-নাই
মাহী—পু-অৱ্
বাই—পা-পি-বাউ, পি-ঞেঙ্
ভনী—পা-নঙ্-বাউ, নঙ্-চাও, লঙ্-ঞেঙ্
জেশাহু—নৌ-পু
বোৱাৰী—প্লাউ, পৌ
বৌ---প্লা-লু-বাউ, লু
খুৰী—খুঞ-চাও
গিৰিয়েকৰ ককায়েক (ৰৰজনা)—জা-ম, লুঙ-চাও
ৰৰজনাকৰ ঘৈণীয়েক—পা-পি-বাউ
ককাই—কাই, পি-কাই
ভাই---পি-নঙ্
স্ত্ৰী---জিঙ্, লুঙ-ঞেঙ্
জোঁৱাই---খুঞ
পেহা—প'-খুঞ
গিৰিয়েকৰ বায়েক—বাই-চাও
আই—মে, মি
খুলশালী (নবা)—লুঙ্-টা



খুলশালী (ছোৱালী)—নঙ্-চাও
পো—লুক্-মান
নুমলীয়া পো—লুক্ নই
বৰ পো—আই, লুক-কু-আই
শহুৰ—প'-চাও
নুমলীয়া ভাই—পি-নই
ঘৈণীয়েক—নাও
নাতি—লান্, লান্-চাই
ভিনীয়েক—পি-চাও

### কুৰিটা টাই শব্দ

| | অসমীয়া | আহোম | খামতি | শান্ | ফাকিয়াল | লাওছ | ছিয়ামিজ বা থাই |
|---|---|---|---|---|---|---|---|
| ১। | পকৰা | ন্যুচ্যু | ম'তৃ | ম'তৃ | ম'তৃ | ম'তৃ পৌক | ম'তৃ |
| ২। | চৰাই | নুক্-টু, ন'ক | ন'ক | ন'তৃ | ন'ক | ন'ক | কাট'ট, কাদুক |
| ৩। | মেকুৰী | মেঞ | মিয়াউ | ম্যঅঙ্ | মি-মি | মিএউ | মে, মিঞ |
| ৪। | কাউৰী | কা | কা | কা | কা | কা | কা |
| ৫। | কুকুৰ | মা | মা | মা | মা | মা | মা |
| ৬। | হাতী | চ্যাং, চাং | চাং, টাং | শ্যাও | ছাং | ছাং | চৌন্, ছাং |
| ৭। | পিতা | প' | প', চাও | পৌ | প' | প' | নি-পউ, প' |
| ৮। | জুই | ফাই | ফাই | ফাই | ফাই | টাই | থ'-ফাই |
| ৯। | হাত | খা | ফা- | মি | মউ | মু | মু, মউ |
| ১০। | ঘৰ | ৰেণ, ৰুং | হুন | হিয়েন | হুন | হিৱান | ৰিৱান, ৰ' |
| ১১। | মানুহ | ক'ন | ক'ন, পা-চাই | ক'ন | ক'ন | খ'ন | পু-চাও ন্ |
| ১২। | বান্দৰ | লা-লিং | লিং | লেইং | লিং | ৱাক-লিং | লিউন-লিং |
| ১৩। | বাঘ | ছু | ছু | ৎছু | ছু | ছেউ | ৎছু, ছু |
| ১৪। | গাওঁ | বান্ | মান্ | মাউন্ | মান্ | বান্ | পাউন্, বান |
| ১৫। | এক | লিঙ্গঁ | লুঙ্গঁ | ন'ঙ্গঁ | ন'ঙ্গঁ | ন'ঙ্গঁ | নাঙ্গ, নেম |
| ১৬। | দুই | ছাং | ছাং | ৎচ'ঙ্গঁ | চঙ্গঁ | ছঙ্গঁ | ছাঙ্গঁ, ৎছঙ্গঁ, ছঙ্গঁ |
| ১৭। | তিনি | ছাম | ছাম | হা-ছান্ | ছাম | ছাম | ছাম, ৎছাম |
| ১৮। | দহ | চিপ্ | চিপ্-লুঙ্গঁ | ৎচিত | চিপ | চিপ | ৱে-চিপ, ৱা-চিত |
| ১৯। | পঞ্চাশ | হা-চিপ্ | হা-চিপ্ | হা-ৎচিত্ | হা-চিপ্ | হা-চিপ্ | ৱা-চিপ, ৱা-ৎচিত্ |
| ২০। | এশ | পাক্ | পাক-লুঙ্গঁ | পাত্ | পাক্-নঙ্গঁ | হই | ৱই, ৱেই-নাঙ্গঁ |